# চল্লিছৰ দশকৰ
# অসমীয়া কবিতা ঃ এটি সমীক্ষা

ড° মহেশ্বৰ কলিতা




অন্তৰীপ
মালিগাঁও চাৰিআলি
গুৱাহাটী - ৭৮১০১১

*CALLICHAR DASHAKAR ASAMIYA KABITA : ETI SAMIKSHA,*
A critical study of Assamese Poetry of Nineteen Forties, by Dr. M. Kalita, Lecturer in Assamese in ADP College, Nagaon; Published by the *ANTAREEP*, Plaza Market, Maligaon, Guwahati -11; e-mail : antareep@rediff mail.com.
Price Rs. 80/- only

---

চল্লিছৰ দশকৰ অসমীয়া কবিতা ঃ এটি সমীক্ষা

প্ৰথম প্ৰকাশ, ডিচেম্বৰ, ২০০২

প্ৰকাশক ঃ অন্তৰীপ, প্লাজা মাৰ্কেট, মালিগাঁও, গুৱাহাটী -১১

পৰিবেশক ঃ জ্যোতি প্ৰকাশন, পাণ বজাৰ, গুৱাহাটী -১

প্ৰচ্ছদ ঃ কুলৰঞ্জন ভূঞা

ছপা ঃ আই. আই. টি. এ. মালিগাঁও, গুৱাহাটী -১১

মূল্য ঃ ৮০ (আশী) টকা মাত্ৰ।

জয়ন্তীৰ যুঁজাৰু সম্পাদকদ্বয়
কমলনাৰায়ণ দেৱ
আৰু
চক্ৰেশ্বৰ ভট্টাচাৰ্য্যৰ
নামত

এই সকল ব্যক্তিৰ ওচৰত লেখক কৃতজ্ঞ :
(স্বৰ্গীয়) ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য,
শ্ৰীযুত কেশৱ মহন্ত, বিশিষ্ট কবি-গীতিকাৰ
ড° নগেন ঠাকুৰ, অধ্যাপক, গুৱাহাটী বিশ্ববিদ্যালয়, গুৱাহাটী
ড° নৰেন্দ্ৰ নাথ ভট্টাচাৰ্য, অধ্যাপক, গুৱাহাটী বিশ্ববিদ্যালয়, গুৱাহাটী
নীৰেন্দ্ৰ নাথ ঠাকুৰীয়া, জ্যেষ্ঠ প্ৰবক্তা, প্ৰাগজ্যোতিষ কলেজ, গুৱাহাটী
ড° উমেশ চন্দ্ৰ ডেকা, জ্যেষ্ঠ প্ৰবক্তা, পূব কামৰূপ কলেজ, বাইহাটা চাৰিআলি
ড° খগেশ সেন ডেকা, জ্যেষ্ঠ প্ৰবক্তা, পূব কামৰূপ কলেজ, বাইহাটা চাৰিআলি
ধৰিত্ৰী ঠাকুৰীয়া, প্ৰবক্তা, দিশপুৰ কলেজ, গুৱাহাটী
কুলৰঞ্জন ভূঞা, গ্ৰন্থাগাৰিক, নগাঁও কলেজ, নগাঁও
অন্তৰীপ (মালিগাঁও)ৰ কৰ্তৃপক্ষ
আই. আই. টি. এ. (মালিগাঁও)ৰ কৰ্মকৰ্তাসকল
প্ৰিন্টটেক্ (মালিগাঁও)ৰ কৰ্মকৰ্তাসকল
ছিগ্‌মা অটো প্ৰিন্টাৰ্ছ (চেনীকুঠী, গুৱাহাটী)ৰ কৰ্মকৰ্তাসকল।

# প্ৰাক্ কথন

কুৰি শতিকাৰ চল্লিছৰ দশকটো (১৯৪০-৪৯) অসমীয়া সাহিত্যৰ বুৰঞ্জীত এটা অতি গুৰুত্বপূৰ্ণ দশক। ১৮৮৯ চনৰ পৰা প্ৰকাশ পোৱা জোনাকীৰ জৰিয়তে আৰম্ভ হোৱা ৰোমাণ্টিক সাহিত্য-ধাৰা তেতিয়াও কেবাজনো বিশিষ্ট কবি-সাহিত্যিকে প্ৰবাহিত কৰি ৰাখিব বিচাৰিছিল যদিও তাত আৰু আগৰ চোক নাছিল। দ্বিতীয় মহাযুদ্ধই সৃষ্টি কৰা ক্ষয়িষ্ণু পৰিবেশতো ৰোমাণ্টিক আন্দোলনৰ বাহক আবাহন আৰু বাঁহী অনিয়মীয়াকৈ হলেও প্ৰকাশ পাই আছিল। দুই এটা নতুন, যুগ-উপযোগী ৰচনা সেই আলোচনী দুখনত প্ৰকাশ পাইছিল যদিও পূৰ্ব-গৰিমা অথবা নৱ-গৰিমা--কোনোটোৱে তাত পৰিস্ফুট হোৱা নাছিল। সময় আৰু ৰোমাণ্টিক-চিন্তাৰ সাধকসকলৰ পক্ষত নাছিল। স্পষ্ট ভাষাত ক'বলৈ হ'লে ৰোমাণ্টিক কাব্য-চিন্তা তেতিয়া ক্ৰমে যুগ-বিৰোধী আস্ফালনত পৰিণত হৈ পৰিছিল।

তেনে সময়তে, ইতিমধ্যে (১৯৪২) মৃত্যু মুখত পৰা ৰঘুনাথ চৌধাৰী সম্পাদিত জয়ন্তী আলোচনীখন নতুন ৰূপত প্ৰকাশ কৰিবলৈ লৈ (১৯৪৩) কমলনাৰায়ণ দেৱ আৰু চক্ৰেশ্বৰ ভট্টাচাৰ্য্যই অসমীয়া সাহিত্যলৈ সময়োচিত, যুগোপযোগী পৰিবৰ্তন আনিবলৈ প্ৰচেষ্টা চলাইছিল। তেওঁলোকৰ এই কৰ্মত সহযোগিতা আগবঢ়াইছিল অধ্যাপক ভবানন্দ দত্তই।

প্ৰকৃতপক্ষে এই তিনিগৰাকী তৰুণ সাহিত্য-কৰ্মীৰ প্ৰচেষ্টাতে চল্লিছৰ দশকত অসমীয়া কবিতালৈ প্ৰথমবাৰৰ কাৰণে বাস্তৱবাদী চিন্তাৰ ঢল আহে; যাক তেওঁলোকে প্ৰগতিশীল কাব্য-চিন্তা বুলি চিহ্নিত কৰিছে। দশকটোৰ শেষৰ পিনে প্ৰকাশ পোৱা হেম বৰুৱা সম্পাদিত পছোৱাৰ (১৯৪৮-৪৯) জৰিয়তে উক্ত বাস্তৱবাদে প্ৰসাৰতা লাভ কৰে।

উনবিংশ শতিকাৰ শেষ ভাগত কলকাতাত অধ্যয়নৰত ছাত্ৰ চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামীয়ে জোনাকী প্ৰকাশ কৰি,

ধৰ্ম-চিন্তা সম্পৃক্ত অসমীয়া কবিতালৈ পাশ্চাত্যৰ ধৰ্ম-নিৰপেক্ষ ৰোমাণ্টিক চিন্তা-আন্দোলনৰ ঢল বোৱাই 'জাতীয় দায়িত্ব' পালন কৰিছিল। তাৰ প্ৰায় আঢ়ৈ কুৰি চাৰি বছৰ পাছত জয়ন্তীৰ জৰিয়তে পাশ্চাত্যৰ বাস্তববাদী, যুগ-উপযোগী, প্ৰগতিশীল চিন্তা-আন্দোলনৰ ঢল বোৱাই অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ সঞ্চালক, জন্মসূত্ৰে বিহাৰী ভদ্ৰলোক কমলনাৰায়ণ দেৱ, কলকাতা ফেৰৎ উচ্চ শিক্ষিত তৰুণ লেখক চক্ৰেশ্বৰ ভট্টাচাৰ্য্য আৰু মাৰ্ক্সবাদী লেখক অধ্যাপক ভবানন্দ দত্তয়ো জাতীয় দায়িত্বই পালন কৰিছিল।

উক্ত দশকটোৰ বিশেষত্বপূৰ্ণ অসমীয়া সাহিত্য সম্পৰ্কে আমাৰ অধ্যয়নৰ ফচল "চল্লিছৰ দশকৰ অসমীয়া সাহিত্য ঃ প্ৰত্যাশা আৰু নতুন সৃষ্টি -চেতনা " শীৰ্ষক গৱেষণা -গ্ৰন্থৰ বাবে গুৱাহাটী বিশ্ববিদ্যালয়ে ২০০০ চনত আমাক ডক্টৰেট ডিগ্ৰী প্ৰদান কৰে। এই গৱেষণা-গ্ৰন্থৰ কবিতা-সম্পৰ্কীয় আলোচনা-খণ্ডটিৰ ভেটিত, কিছু সংযোজন-বিযোজন কৰি বৰ্তমান এই গ্ৰন্থখনি যুগুত কৰা হৈছে। ইতিমধ্যে আমাৰ হাতত পৰা নতুন তথ্য-পাতি ইয়াত যোগ কৰা হৈছে। তথাপি, আমাৰ এই অধ্যয়ন পূৰ্ণাংগ বুলি দাবি কৰাৰ ধৃষ্টতা আমাৰ নাই। কিন্তু আমাৰ বিশ্বাস, এই গ্ৰন্থৰ প্ৰকাশে ইতিমধ্যে পাহৰণিৰ গৰ্ভত বিলীন হৈ যোৱা কেবাজনো নিষ্ঠাবান আৰু প্ৰতিভাবান অসমীয়া সাহিত্য- শিল্পীক পোহৰলৈ আনিব; আৰু কুৰি শতিকাৰ চল্লিছৰ দশকৰ সাহিত্য সম্পৰ্কে বহুতৰ মনত বাহ লৈ থকা ভ্ৰান্তি আঁতৰাব।

গ্ৰন্থখনিয়ে সহৃদয়জনৰ হৃদয় জয় কৰিবলৈ প্ৰচেষ্টা চলোৱাৰ উমান পালেই আমাৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম।

শ্ৰদ্ধাৰে—

মহেশ্বৰ কলিতা

দিনাংক ঃ ২৪/১১/০২ আনন্দৰাম ঢেকিয়াল ফুকন মহাবিদ্যালয়, নগাঁও

# আগলি-পাত

বিংশ শতাব্দীৰ প্ৰথম দুটা দশকৰ পাছত ভাৰতীয় বুদ্ধিজীৱীৰ মন এফালে গান্ধীৰ ঐতিহ্যাশ্ৰয়ী দৰ্শন আৰু আনফালে মাৰ্ক্সৰ সাম্যবাদী দৰ্শন - এই দুই দৰ্শনৰ দ্বাৰা দ্বিধাগ্ৰস্থ হ'ব লগা হৈছিল। তীক্ষ্ণধী, মেধা সম্পন্ন ব্যক্তি সকলক মাৰ্ক্সীয় দৰ্শনে বাৰুকৈয়ে আকৰ্ষণ কৰিছিল আৰু সাহিত্যকাৰসকলক সাহিত্য সৃষ্টিত নতুন দৃষ্টিভংগী এটা ল'বলৈ প্ৰেৰণা দিছিল। তেওঁলোকৰ সাহিত্য সৃষ্টিৰ লক্ষ্য আৰু উদ্দেশ্য হৈ পৰিছিল সমাজৰ শ্ৰেণী-বৈষম্য প্ৰকট কৰা আৰু শ্ৰমিক-কৃষকৰ জীৱন যন্ত্ৰণা মূৰ্ত কৰি তোলা। ফল স্বৰূপে প্ৰগতিবাদী সাহিত্য আন্দোলন এটাৰ সূচনা হৈছিল। তদানীন্তন অসমীয়া তৰুণ চিন্তাশীল সকলো সেই দৰ্শনৰ দ্বাৰা প্ৰভাৱিত হৈছিল আৰু সাহিত্য সৃষ্টিৰ প্ৰেৰণা থকাসকলে চল্লিছৰ দশকৰ আৰম্ভণি কালত ৰোমান্টিক আদৰ্শৰ ঠাইত সাম্যবাদী আদৰ্শৰে শ্ৰেণী-দ্বন্দ্ব প্ৰকট হোৱা প্ৰগতিশীল নতুন কবিতাৰ ধাৰা এটা অসমীয়া সাহিত্যত প্ৰতিষ্ঠা কৰাৰ বাবে অহোপুৰুষাৰ্থ কৰিছিল। ইয়াৰ নেতৃত্ব দিছিল যাইকৈ ১৯৪৩ চনত কমলনাৰায়ণ দেৱ আৰু চন্দ্ৰেশ্বৰ ভট্টাচাৰ্য্যৰ সম্পাদনাত, ভবানন্দ দত্তৰ পূৰ্ণ সহযোগত প্ৰকাশ হোৱা প্ৰগতিশীল নতুন জয়ন্তী আলোচনীয়ে।

১৯১৭ চনত হোৱা সফল ৰুছ বিপ্লৱ আৰু তাৰ পৰিণতিত সাম্যবাদী ছোভিয়েট প্ৰতিষ্ঠা, ১৯২০ চনত ভাৰতীয় কমিউনিষ্ট পাৰ্টিৰ প্ৰতিষ্ঠা, ১৯৩২ চনৰ পৰা মেক্সিম গৰ্কীৰ নেতৃত্বত সমাজতান্ত্ৰিক বাস্তৱতাৰ ভিত্তিত গঢ়ি উঠা সাংস্কৃতিক বিপ্লৱৰ প্ৰভাৱ আৰু ১৯৩৬ চনত প্ৰেমচান্দৰ নেতৃত্বত গঠন হোৱা ভাৰতীয় প্ৰগতি আন্দোলনে ভাৰতৰ বুকুত যি এটা সাম্যবাদী চিন্তা-চৰ্চাৰ জোৱাৰ তুলিছিল তাৰ ঢৌৱে অসমকো ভালকৈয়ে চুইছিল। ১৯২৯ চনৰ পৰা প্ৰকাশিত আৱাহন আলোচনীত প্ৰায় প্ৰতি সংখ্যাতে ৰুছ বিপ্লৱ, বিপ্লৱ-পৰৱৰ্তী ছোভিয়েট ৰাছিয়া, সমস্বত্ববাদ ইত্যাদি বিষয়ৰ প্ৰবন্ধ বিভিন্ন সাহিত্যিকে প্ৰকাশ কৰাৰ তাৎপৰ্যপূৰ্ণ

নিদৰ্শন আছে আৰু সেইবোৰে ত্ৰিশৰ দশকৰ আৰম্ভণিৰে পৰাই অসমতো প্ৰগতিশীল চিন্তা চৰ্চা গঢ়ি উঠাৰ ইংগিত দিয়ে। ইতিমধ্যে কাজি নজৰুল ইছলামৰ মানৱতাবাদী ভাৱধাৰাৰ দ্বাৰা প্ৰভাৱিত হৈ প্ৰসন্নলাল চৌধুৰীয়ে আৰু সাম্যবাদী মন্ত্ৰৰে দীক্ষিত ধীৰেন দত্তই ত্ৰিশৰ দশকৰ মাজভাগৰ পৰা শ্ৰেণী বৈষম্যৰ স্বৰূপ প্ৰকাশ কৰি প্ৰগতিশীল কবিতা-ধাৰা এটাৰ ক্ষীণকৈ হ'লেও পাতনি মেলিছিল। ১৯৩৯ চনত প্ৰকাশিত ধীৰেন দত্তৰ 'কাঠ মিস্ত্ৰীৰ ঘৰ'ত সেই পাতনিৰ গভীৰতা দীপ্ত হৈ উঠিছিল। ক'ব পাৰি দত্তৰ সেই কবিতা নতুন প্ৰগতিশীল কবিতাৰ অগ্ৰগতিৰ প্ৰথম মুক্ত নিচান; ৰোমাণ্টিকতাৰ পৰা বাস্তৱতালৈ ঋতু পৰিবৰ্তনৰ সাৰ্থক বাৰ্তাবাহক।

১৯৩৯ চনত সূচনা হোৱা দ্বিতীয় বিশ্বযুদ্ধই সৃষ্টি কৰা বিভীষিকা, ফেছিবাদৰ উত্থান, সাম্ৰাজ্যবাদী শোষণ - দমন, দেশৰ চৰম আৰ্থিক সংকট, দুৰ্ভিক্ষ আদিয়ে সংবেদনশীল তৰুণ লেখকসকলক সকলো কথাকে নতুনকৈ ভাবিবলৈ বাধ্য কৰাইছিল । শোষণ, বঞ্চনা, শ্ৰেণী বৈষম্য ইত্যাদিৰ পৰা পৰিত্ৰাণৰ পথ সাম্যবাদী চিন্তাৰ বিকাশ আৰু প্ৰতিষ্ঠাৰ মাজতে নিহিত আছে বুলি তেওঁলোকে উপলব্ধি কৰিছিল। ফলত, কবিতাত তাৰেই ভাব মূৰ্ত কৰাৰ প্ৰয়াস হ'ল । এই ক্ষেত্ৰত চুবুৰীয়া বাংলা কবি-সাহিত্যিক সকলে ৰবীন্দ্ৰ -প্ৰভাৱৰ পৰা মুক্ত হৈ কল্লোল (১৯২৩-১৯৩০), কালি-কলম (১৯২৬-১৯২৮) আৰু প্ৰগতি (১৯২৬-১৯২৮) আলোচনীৰ জৰিয়তে বাংলা সাহিত্যক নতুন চিন্তা ভাবনাৰে আগবঢ়াই নিয়াৰ যি প্ৰচেষ্টা কৰিছিল, সিয়েও কবিসকলক প্ৰভাৱিত কৰিছিল । তদুপৰি ইতিমধ্যে ইউৰোপ- আমেৰিকা জুৰি ৰোমাণ্টিকতা - বিৰোধী বাস্তৱবাদী যি নতুন কাব্য - আন্দোলন এটা গঢ় লৈ উঠিছিল তাৰ লগতো সম্পৰ্ক স্থাপন কৰি কবিতাৰ আংগিক পৰিবৰ্তনতো কবিসকল সচেষ্ট হৈছিল । এই সকলো মিলি কবিতাৰ গতি আৰু প্ৰকৃতিৰ আমূল পৰিবৰ্তন হ'ল । জয়ন্তী (১৯৪৩) আলোচনীয়ে এনে পৰিবৰ্তনৰ ঐতিহাসিক দায়িত্ব গ্ৰহণ কৰিলে, পাছলৈ পছোৱা (১৯৪৮) আলোচনীত সি পৰিপুষ্ট হ'ল ।

জয়ন্তীয়ে দৃঢ়তাৰে ঘোষণা কৰিলে, 'যুদ্ধ বিধ্বস্ত, নিষ্ঠুৰ সময়ত অলীক ৰোমাণ্টিক ভাব-ভংগীৰ কবিতা ৰচনা যুগ বিৰোধী' । সেয়েহে ৰোমাণ্টিকতা পৰিহাৰ কৰি ৰূঢ় বাস্তৱক প্ৰকাশ কৰাৰ যত্ন হ'ল ( চক্ৰেশ্বৰ ভট্টাচাৰ্য্যৰ 'মাথোন এখন নোট', মহেশ চন্দ্ৰ দেৱ গোস্বামীৰ 'ক'ত ভগবান ?' ), জনতাৰ জীৱন সংগ্ৰাম পৰিপুষ্ট হ'ল (অমূল্য বৰুৱাৰ 'বিপ্লৱী'), শ্ৰেণী বৈষম্য আৰু বিশ্বযুদ্ধৰ ধ্বংসাত্মক ৰূপ ফুটাই তোলা হ'ল (ভবানন্দ দত্তৰ 'ৰাজপথ', অমূল্য বৰুৱাৰ 'আন্ধাৰৰ হাহাকাৰ ', হেম বৰুৱাৰ 'পূজা', 'দোল- পূৰ্ণিমা', 'মই', 'গুৱাহাটী-১৯৪৪'), দুৰ্ভিক্ষৰ কৰুণ চিত্ৰ আঁকা হ'ল (অমূল্য বৰুৱাৰ 'কুকুৰ', কেশৱ মহন্তৰ 'চোৰৰ কৈফিয়ৎ'), পৰম্পৰাগত ধৰ্মীয় ভাৱনা আৰু মূল্যবোধৰ প্ৰতি সন্দেহ আৰু আস্থাহীনতাৰ ভাব প্ৰকাশ হ'ল (নৱকান্ত বৰুৱাৰ 'প্ৰাৰ্থনা'),ধনতান্ত্ৰিক সমাজ ব্যৱস্থাই সৃষ্টি কৰা সভ্যতাৰ কৰুণ চিত্ৰ অংকিত হ'ল (অমূল্য বৰুৱাৰ 'বেশ্যা')। কবিতাত স্থান পালে জোন-বেলি - তৰা-নৈ-ফুল-চৰাইৰ ঠাইত বেশ্যা, চোৰ, কুকুৰ, হাতুৰী, তীখা, এৰোপ্লেন আদিয়ে। কাব্যিক ৰীতিৰ ফালৰ পৰা পৰম্পৰাগত কাব্যিক ভাষা-ভংগীৰ ঠাইত গদ্যগন্ধী ভাষা, আৰু ছন্দ-সজ্জাত মুক্তক ছন্দৰ পয়োভৰ ঘটিল।

জয়ন্তীয়ে আৰম্ভ কৰা প্ৰগতিশীল ভাবধাৰা যুদ্ধৰ দাবানল নিৰ্বাপিত হোৱাত আৰু দেশে স্বাধীনতা লাভ কৰাত কিছু পৰিমাণে স্তিমিত হৈ পৰিলেও ১৯৪৮ আৰু ১৯৪৯ চনত প্ৰকাশিত পছোৱা আৰু ৰংঘৰ আলোচনীয়ে নতুন কবিতাৰ সৃষ্টি আৰু ব্যাপ্তিত অৰিহণা যোগালে প্ৰচুৰ। বিশেষকৈ পছোৱাৰ অৱদান বিশেষ স্মৰণীয়।

চল্লিছৰ দশকৰ জয়ন্তীৰ কবিতাৰাজি কাব্যিক বিচাৰত সুষমামণ্ডিত নহ'লেও নতুনত্বৰ বাহক ৰূপে ঐতিহাসিক মূল্য যথেষ্ট। কবি মানসত যুগৰ ঘটনা-পুঞ্জই কৰা ক্ৰিয়া- প্ৰতিক্ৰিয়া সেই কবিতাৰাজিত বিৰাজমান। জয়ন্তীৰ আৰম্ভণিয়েই চল্লিছৰ দশকৰ শেষৰ ফালে পছোৱা আৰু ৰংঘৰত এলিয়ট-পন্থী প্ৰতীকবাদী সাৰ্থক কবিতা সৃষ্টি কৰা সম্ভৱ কৰি তুলিলে। জয়ন্তীৰ প্ৰগতিশীল ধাৰাটোৰপৰা নিলগত থাকি যুগে সৃষ্টি কৰা সংশয়, দ্বিধাগ্ৰস্ততা, অসহায়তা লৈ দৃষ্টিপাত কৰি জয়ন্তীতে নৱকান্ত বৰুৱাই 'আমাৰ পৃথিৱী', 'প্ৰাৰ্থনা' কবিতাৰে আত্মপ্ৰকাশ নকৰাহেঁতেন

পছোৱাৰ পাতত 'চাওঁতালি নাচ', 'আন্ধাৰ ৰাতিৰ ইলিজি', 'অপটিমিজম'ৰ দৰে কাব্যিক ভাব-ব্যঞ্জিত যুগ-চেতনা সমৃদ্ধ কবিতাৰ সৃষ্টি সম্ভৱ নহ'লহেঁতেন ।এনেদৰে অজিত বৰুৱাই জয়ন্তীৰ বুকুত 'মৰুযাত্ৰী' হৈ আগনবঢ়াহেঁতেন ৰংঘৰত 'মন কুঁৱৰীৰ সময়'ৰ দৰে উৎকৃষ্ট প্ৰতীক ধৰ্মী কবিতা ৰচনা সম্ভৱ নহ'লহেঁতেন। জয়ন্তীৰ ডাঙৰ দান হ'ল যুগোপযোগী চিন্তাৰে সমৃদ্ধ হ'ব পৰাৰ বাবে যোগোৱা প্ৰেৰণা। এনে কাৰণতে জয়ন্তীৰ কবিতা সমূহৰ ঐতিহাসিক মূল্য অস্বীকাৰ কৰিব নোৱাৰি।

ড° মহেশ্বৰ কলিতাই অশেষ কষ্ট কৰি চল্লিছৰ দশকৰ কবিতাসমূহ সংগ্ৰহ কৰি, সেই সমূহৰ উদ্ভৱৰ পটভূমি আৰু বিশ্লেষণ আগবঢ়াই অসমীয়া সাহিত্যৰ এটি গুৰুত্বপূৰ্ণ কাম সম্পন্ন কৰিছে; লগতে অসমীয়া সাহিত্যৰ ছাত্ৰ হিচাপে অসমীয়া ভাষাৰ প্ৰতি থকা দায়বদ্ধতা সুচাৰু ৰূপে পালন কৰিছে। বহু নতুন তথ্যৰে সমৃদ্ধ এই গ্ৰন্থই নতুন কবিসকলক ৰোমান্টিক পৰৱৰ্তী নতুন কবিতাৰ আৰম্ভণি পৰ্বৰ যাত্ৰা পথটো চিনি পাবলৈ সক্ষম কৰি তুলিব আৰু সাহিত্যৰ বুৰঞ্জীকাৰ সকলেও কি পটভূমিৰ কাৰণে নতুন কবিতাই প্ৰগতিশীলতাৰ পথ ল'ব লগা হৈছিল, ৰোমান্টিকতাৰ পৰা বাস্তৱবাদলৈ উত্তৰণত কি কি শক্তিয়ে ক্ৰিয়া কৰিছিল সেই কথা সঠিক ভাবে অনুধাৱন কৰিব পাৰিব।

ড° নগেন ঠাকুৰ
গুৱাহাটী বিশ্ববিদ্যালয়
গুৱাহাটী -১৪

দিনাংক ঃ ২০/১১/০২

"...... কাব্য এসময়ত প্ৰাত্যহিক জগতৰ অপৰিমাৰ্জিত বাস্তৱতাৰ পৰা বহু দূৰত আছিল, এতিয়া কিন্তু নহয়। এতিয়া সি সমস্তকেই আপোন ৰসলোকত উত্তীৰ্ণ কৰিবলৈ ইচ্ছুক। এতিয়া সি স্বৰ্গাৰোহণ কৰিবৰ সময়ত লগৰ কুকুৰটোকো এৰিব নোখোজে।"

— ৰবীন্দ্ৰনাথ ঠাকুৰ

"Poetry must be as well written as prose. Its language must be a fine language, departing in no way from speech save by a heightened intensity (i.e. simplicity). ..... It must be as simple as De Maupassant's best prose, and as hard as Stendhal's."

– Ezra Pound

# বিষয়-সূচী

# অৱতৰণিকা

## অসমীয়া সাহিত্যলৈ বাস্তৱবাদৰ আগমন

### (এক)

কুৰি শতিকাৰ চল্লিছৰ দশকত সাম্যবাদী ভাবধাৰাই অসমীয়া সাহিত্যক ৰমন্যাসিক চিন্তাৰ পৰা মুক্ত কৰি উত্তৰণৰ পথলৈ লৈ গৈছিল। সেই ভাবধাৰাই ত্ৰিশৰ দশকতে অসমীয়া সাহিত্য-ক্ষেত্ৰত সামাজিক বাস্তৱতাৰ ভেটি নিৰ্মাণতো বিশেষভাৱে অৰিহণা যোগাইছিল। এই ক্ষেত্ৰত দীননাথ শৰ্মাৰ দ্বাৰা সম্পাদিত আৱাহন (১৯২৯-৪৫) আৰু ৰঘুনাথ চৌধাৰী সম্পাদিত জয়ন্তীয়ে (১৯৩৮-৪২) গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছিল। অৱশ্যে, বংগৰ স্বদেশী আন্দোলনৰ দ্বাৰা প্ৰভাৱিত; এনাৰ্কিষ্ট পাৰ্টি, অসম সংৰক্ষিণী সভা, অসম জাতীয় মহাসভা আদি গঠনত অগ্ৰদূত অম্বিকাগিৰী ৰায় চৌধুৰীৰ চেতনা (১৯১৯-২৯)ত প্ৰধানতঃ আঞ্চলিকতাবাদ ৰূপী উগ্ৰজাতীয়তাবাদী ৰচনা প্ৰকাশ পাইছিল যদিও লেনিন, অক্টোবৰ বিপ্লৱ আৰু ছোভিয়েট ৰুছিয়াৰ নতুন সমাজনীতি সম্পৰ্কে আলোকপাত কৰা ৰচনাও তাত ওলাইছিল। তথাপিও, ক'ব লাগিব — চল্লিছৰ নতুন মতাদৰ্শৰ সাহিত্যৰ পটভূমি নিৰ্মাণত গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছিল দীননাথ শৰ্মাৰ আৱাহন আৰু ৰঘুনাথ চৌধাৰীৰ জয়ন্তীয়ে। এইটোও স্বীকাৰ কৰিব লাগিব যে সেই নতুন ভাবধাৰা সৃষ্টিৰ গুৰিত আছিল মহান অক্টোবৰ বিপ্লৱৰ (১৯১৭) প্ৰভাৱ।

আৱাহনে অসমীয়া সাহিত্যলৈ যে নতুনত্ব আনিব বিচাৰিছিল, আলোচনীখনৰ প্ৰথম সংখ্যাটোৰ বিষয়-সূচীলৈ চালেই সেই কথা বুজা যায়। এই সংখ্যাটোত অন্যান্য ৰচনাৰ উপৰিও প্ৰকাশিত হৈছিল — 'আমাৰ সমস্যা-ৰাজনীতি, চাইমন কমিশ্যন, জেল সংস্কাৰ, চিগাৰেট', 'নিগ্ৰোজাতিৰ গণতন্ত্ৰ', 'ৰুছিয়াৰ নাৰী আন্দোলনৰ প্ৰগতি'। আৱাহনে জোনাকী, উষা আৰু বাঁহীৰ দৰে 'ৰাজনীতি বৰ্জন' কৰা নাছিল। ইয়াৰ প্ৰতিটো সংখ্যাতে সমসাময়িক ৰাজনৈতিক ঘটনা প্ৰবাহৰ ওপৰত আলোকপাত কৰা হৈছিল। প্ৰথম সংখ্যাৰ সম্পাদকীয়ৰ বিষয় আছিল — 'বৰলাটৰ ঘোষণা,

গোলাঘাটত জাতীয় যজ্ঞ"[১]। এইখিনিতে আমি প্ৰথমতে আৱাহনে পোহৰলৈ অনা লক্ষ্মীধৰ শৰ্মাৰ তীব্ৰ সমাজ চেতনা তথা প্ৰগতিবাদী ভাবধাৰাৰ গল্প মুঠিলৈ (ব্যৰ্থতাৰ দান, পৰাজয় আদি) দৃষ্টি নিক্ষেপ কৰিব পাৰোঁ।

আৱাহনে দেখুৱাই যোৱা পথেৰে অসমীয়া সাহিত্যক আগবঢ়াই নিবলৈ ওলাই আহে ৰঘুনাথ চৌধাৰীৰ সম্পাদনাৰে— সচিত্ৰ পষেকীয়া আলোচনী জয়ন্তী। অসমীয়া সাহিত্যত প্ৰগতিশীল ভাবাদৰ্শ বিয়পোৱাত বিশেষ বৰঙণি যোগোৱা কমলনাৰায়ণ দেৱ আৰু চক্ৰেশ্বৰ ভট্টাচাৰ্য্যৰ দ্বাৰা সম্পাদিত নতুন ৰূপৰ জয়ন্তীৰো (১৯৪৩-৪৬) ভ্ৰূণাংকুৰ ঘটিছিল ৰঘুনাথ চৌধাৰী সম্পাদিত জয়ন্তীতে। 'সাম্যবাদ', 'প্ৰজাতন্ত্ৰ শাসন প্ৰণালীৰ অধঃপতন', 'ফেছিজিমৰ স্বৰূপ', 'কংগ্ৰেছ আৰু সমাজতন্ত্ৰবাদৰ আদৰ্শ', 'চীনৰ ছাত্ৰশক্তিৰ উত্থান' ইত্যাদি বিষয়ৰ প্ৰবন্ধ এই আলোচনীত ওলায়। সেইদৰে কবি প্ৰসন্ন লাল চৌধুৰীৰ 'নাঙলৰ গীত', 'দিঠকৰ বাতৰি' আদি কবিতা; চক্ৰেশ্বৰ ভট্টাচাৰ্য্য আৰু দীননাথ শৰ্মাৰ যুদ্ধৰ পটভূমিত লিখা গল্প ক্ৰমে 'ৰণভূমিৰ একোণত' আৰু 'যুদ্ধৰ বিভীষিকা ' আদি প্ৰকাশ কৰি ৰঘুনাথ চৌধাৰীয়েও অসমীয়া সাহিত্যলৈ নতুনৰ ঢলক স্বাগতম জনায়।

## (দুই)

কুৰি শতিকাৰ চতুৰ্থ দশকৰ (অৰ্থাৎ ত্ৰিশৰ দশকৰ) কবি ধীৰেন্দ্ৰ চন্দ্ৰ দত্তই (১৯১০-'৭২) ইংৰাজী ৯/১২/৩৫ তাৰিখে লিখিছিল :

> আজি আমাৰ ধৰ্ম-কৰ্ম, সমাজ সকলোতে দেখা দিছে এটা অৱসাদ-গ্লানি। চাৰিওফালে পুঞ্জিভূত অন্ধকাৰ—লানি নিছিগাকৈ তৰঙ্গৰ পাছত তৰঙ্গ তুলি কোন অন্ধকাৰৰ গভীৰ গাঁতৰ ফালে ঠেলি দিছে!
> দৰিদ্ৰ কৃষক, খাবলৈ ভাত নাই, পিন্ধিবলৈ কাপোৰ নাই, কিন্তু দেখিবা মুখত ধোদৰ হাঁহি; মৰিবৰ কাৰণেই যেন সৃষ্টি, মৰাতেই যেন ইহঁতৰ

সাৰ্থকতা! আনফালে দেশৰ ধনী-মানী-জ্ঞানী শিক্ষিত সম্প্ৰদায় খেতিয়কসকলৰ পৰা ক্ৰমাৎ আঁতৰি গৈ আছে, তেওঁলোকৰ প্ৰতি যে কিবা কৰিবলগীয়া আছে, সেই সম্বন্ধে শিক্ষিত সম্প্ৰদায় একেবাৰে অচেতন।।[১ক]

ধীৰেন্দ্ৰ চন্দ্ৰ দত্তই যিটো সময়ত কবিতা লিখিছিল, সেই সময়ত[২] অসমীয়া ৰোমাণ্টিক সাহিত্য-আন্দোলনত ভাটা পৰা নাছিল। লক্ষ্মীনাথ বেজবৰুৱাৰ প্ৰভাৱৰ পৰা সাহিত্য-শিল্পীসকল ক্ৰমে মুক্ত হ'বলৈ ধৰিছিল যদিও তেতিয়াও গণেশ চন্দ্ৰ গগৈ (১৯০৭-'৩৮) আৰু দেৱকান্ত বৰুৱাৰ (১৯১৪-'৯৬) দৰে শক্তিশালী কবিসকলৰ কবি-প্ৰতিভা তুংগত আছিল। কিন্তু সময় আৰু এই ৰোমাণ্টিক কবি-শিল্পীসকলৰ অনুকূলে নাছিল। সময় পৰিৱৰ্তনৰ স্পষ্ট ৰেঙণি দেখা গৈছিল ধীৰেন্দ্ৰ চন্দ্ৰ দত্তৰ চিন্তাত। স্বাধীনতা সংগ্ৰামৰ অক্লান্ত কৰ্মী ৰূপে আত্মপ্ৰকাশ কৰা দত্ত প্ৰথমাৱস্থাত মহাত্মা গান্ধীৰ সেৱক, কংগ্ৰেছী আছিল। কিন্তু, পিছত তেওঁ মাৰ্ক্সবাদী দৰ্শনৰ প্ৰতি আকৰ্ষিত হৈ পৰে আৰু ১৯৪৩ চনত কংগ্ৰেছ ত্যাগ কৰি মাৰ্ক্সবাদী দলত যোগ দিয়ে।

ধীৰেন্দ্ৰ চন্দ্ৰ দত্ত প্ৰধানতঃ মানৱতাবাদী কবি। কবিৰ এই মানৱতাবাদ কিন্তু চন্দ্ৰকুমাৰ আগৰৱালাৰ দৰে ৰোমাণ্টিক মানৱতাবাদ নহয়। বংগৰ বিদ্ৰোহী কবি নজৰুলৰ দ্বাৰা প্ৰভাৱিত কবি দত্তই শ্ৰেণী-সংঘৰ্ষৰ স্বৰূপ কংগ্ৰেছী হৈ থাকোঁতেই চিনিব পাৰিছিল। সেইবাবেই তেওঁৰ কবি-মানস ৰোমাণ্টিক ভাবনাৰ পৰা ক্ৰমে আঁতৰি আহি বাস্তৱৰ মুখামুখী হ'বলৈ উদ্যত হৈছিল। তেনে বাস্তৱৰ চিত্ৰ আমি পাওঁ তেওঁৰ কবিতাত ঃ

দৰিদ্ৰ কৃষক, কত কষ্ট কৰি হায়
নাঙল লগাই লঠঙ্গা ধৰণী কৰি
শস্য শ্যামলা পুহিছে সকলো।
তাৰ প্ৰতিদান, —
ধনীৰ চেপাত কৰে 'ত্ৰাহি ত্ৰাহি'।[৩]

সেই সময়ৰ অন্য এগৰাকী কবি প্ৰসন্নলাল চৌধুৰীয়েও (১৯০২-'৮৬) শ্ৰেণী-সংঘৰ্ষৰ স্বৰূপ উপলব্ধি কৰিছিল। কবিৰ এই উপলব্ধি ত্ৰিশৰ দশকত ৰচিত 'নাঙলৰ গীত', 'দূৰৰ সুৰ', 'ইনক্যুলাব জিন্দাবাদ', 'পছোৱাৰ ডাক' আদি কবিতাত সুন্দৰকৈ প্ৰকাশ পাইছে। ৰঘুনাথ চৌধাৰী সম্পাদিত জয়ন্তীৰ প্ৰথম সংখ্যাত প্ৰকাশ পোৱা 'নাঙলৰ গীত'ত কবিয়ে কৈছে ঃ

দেশে দেশে একে কথা
ঘাম উলিয়াই যেয়ে ভাত খায়
সেয়ে প্ৰকাশিছে ব্যাথা।

এইদৰে, এই কবিসকলে অসমীয়া কবিতাৰ ঋতু পৰিবৰ্তনৰ ইংগিত দিয়াৰ সময়তে এনে কিছুমান ঘটনাৰ অভিজ্ঞতা অসমীয়া সমাজ-জীৱনে লাভ কৰিলে, যি অভিজ্ঞতাই অকল সাহিত্যৰ গতি-প্ৰকৃতিৰ আমূল পৰিবৰ্তনেই নঘটালে, মানুহৰ মন-মানসিকতাৰো বৈপ্লৱিক পৰিৱৰ্তন ঘটালে। ত্ৰিশৰ দশকৰ শেষৰ পিনৰ পৰা গোটেই চল্লিশৰ দশক জুৰি সংঘটিত হোৱা, অসমীয়া সাহিত্য-জগতত আলোড়ন সৃষ্টি কৰা এই ঘটনাবোৰ হ'ল —

ক) ১৯৩৮ ঃ লক্ষ্মীনাথ বেজবৰুৱাৰ মৃত্যু।

খ) ১৯৩৯ ঃ দ্বিতীয় মহাসমৰ আৰম্ভ।

গ) ১৯৪২ ঃ আৱাহনৰ প্ৰকাশ বন্ধ (কিছুদিন বন্ধ হৈ থাকি পুনৰ অনিয়মীয়াকৈ প্ৰকাশ পায় ১৯৪৫ চনলৈকে।)

ঃ ঐতিহাসিক ভাৰত-ত্যাগ আন্দোলন।

ঘ) ১৯৪৩ ঃ কমলনাৰায়ণ দেৱ আৰু চক্ৰেশ্বৰ ভট্টাচাৰ্য্য সম্পাদিত প্ৰগতিশীল জয়ন্তী প্ৰকাশ।

ঃ দুৰ্ভিক্ষৰ কৱলত চুবুৰীয়া বংগ-প্ৰদেশত হাজাৰ হাজাৰ লোকৰ মৃত্যু।

ঃ কমিউনিষ্ট দলৰ অসম শাখা গঠন।

ঙ) ১৯৪৪-৪৫ ঃ দেশৰ চৰম আৰ্থিক দুৰৱস্থা, খাদ্য সংকট।

চ) ১৯৪৬ : কলিকতাত সাম্প্ৰদায়িক সংঘৰ্ষ। (কবি অমূল্য বৰুৱাৰ এই সংঘৰ্ষতে মৃত্যু।)

ছ) ১৯৪৭ : দ্বিখণ্ডিত ৰূপত ভাৰতবৰ্ষৰ স্বাধীনতা লাভ, সাম্প্ৰদায়িক সংঘৰ্ষ, প্ৰব্ৰজন সমস্যা।

জ) ১৯৪৮ : আততায়ীৰ গুলিত মহাত্মা গান্ধীৰ মৃত্যু।

জোনাকী প্ৰকাশ পোৱাৰ (১৮৮৯) পাছৰে পৰা লক্ষ্মীনাথ বেজবৰুৱাৰ অনন্য সাহিত্য-প্ৰতিভাই অসমীয়া সাহিত্য-ক্ষেত্ৰত গুৰিয়ালৰ ভূমিকা পালন কৰিছিল। অসমৰ অতীত ঐতিহ্যৰ প্ৰতি শ্ৰদ্ধাপূৰ্ণ দৃষ্টি নিক্ষেপ কৰি সমসাময়িক অসমৰ জাতীয় জীৱনত জাতীয়তাৰ চেতনা জাগ্ৰত কৰি জাতিক উন্নতিৰ পথত আগবঢ়োৱাৰ উদ্দেশ্য আগত ৰাখি সাহিত্য-সাধনা কৰা, বহুমুখী প্ৰতিভাধৰ বেজবৰুৱাৰ প্ৰভাৱৰ পৰা আৱাহনৰ (১৯২৯-৪৫) লেখকগোষ্ঠী ক্ৰমে আঁতৰি আহিল যদিও সমগ্ৰ ৰোমাণ্টিক যুগটোত (১৮৮৯-১৯৩৯) বেজবৰুৱাৰ প্ৰভাৱ কাৰ্যতঃ ক্ৰিয়াশীল হৈ আছিল।[৪] কিন্তু ১৯৩৮ চনত বেজবৰুৱাৰ মৃত্যু ঘটাৰ পাছতে অসমীয়া সাহিত্যৰ ৰোমাণ্টিক যুগৰো অৱসান ঘটে। উল্লেখযোগ্য যে এই সময়তে অন্য কেবাজনো ৰোমাণ্টিক যুগৰ প্ৰভাৱশালী সাহিত্যিকৰ মৃত্যু ঘটে। কমলাকান্ত ভট্টাচাৰ্য্য, চন্দ্ৰকুমাৰ আগৰৱালা, আনন্দ চন্দ্ৰ আগৰৱালা আৰু গণেশ চন্দ্ৰ গগৈৰ মৃত্যু হয় ক্ৰমে ১৯৩৬, ১৯৩৮, ১৯৩৯ আৰু ১৯৩৮ চনত। এই কবিসকলৰ মৃত্যুয়ে নিশ্চিত ভাৱে অসমীয়া ৰোমাণ্টিক কবিতা-জগতত শূন্যতাৰ সৃষ্টি কৰে।

আমি ইতিমধ্যে দেখুৱাই আহিছোঁ যে ত্ৰিশৰ দশকৰ মাজভাগৰ পৰাই অৰ্থাৎ বেজবৰুৱাৰ জীৱিত অৱস্থাতে অসমীয়া সাহিত্য-ক্ষেত্ৰত ৰোমাণ্টিক প্ৰেম আৰু জাতীয় ভাৱৰ ৰচনাৰ ঠাইত ক্ৰমে বাস্তৱবাদী সমাজ-চেতনা প্ৰকাশ পাবলৈ ধৰে। এই সম্পৰ্কত আমি ধীৰেন্দ্ৰ চন্দ্ৰ দত্ত আৰু প্ৰসন্নলাল চৌধুৰীৰ কাব্য-চিন্তা অৱতাৰণা কৰি আহিছোঁ। প্ৰকৃত পক্ষত ১৯১৭ চনৰ ৰাছিয়াৰ সাম্যবাদী আন্দোলনৰ দ্বাৰা ভাৰতীয় লেখক-বুদ্ধিজীৱীসকল প্ৰভাৱান্বিত হোৱাৰে পৰা ভাৰতীয় সাহিত্যত সামাজিক বাস্তৱতাৰ অংকুৰণ ঘটিবলৈ ধৰে। অসমীয়া সাহিত্যত কিন্তু ত্ৰিশৰ দশকৰ

মাজভাগৰ পৰা তেনে চিন্তাৰ অংকুৰণ হ'বলৈ ধৰে। গতিকে, হেমেন বৰগোহাঞিয়ে কোৱাৰ দৰে "এই কথা ক'ব নোৱাৰি যে বেজবৰুৱা তিৰোহিত হোৱাৰ কাৰণেহে তেওঁৰ মৃত্যুৰ লগে লগে তেওঁৰ যুগটোৰো অন্ত পৰিল। বৰং অসমীয়া সাহিত্যত ক্ৰমে ক্ষীয়মান হৈ অহা বেজবৰুৱাৰ প্ৰভাৱ যি সময়ত প্ৰায় শূন্যত পৰ্যবসিত হৈছিল, যি সময়ত অসমীয়া সমাজৰ জীৱন আৰু চিন্তাধাৰাত ন ন ভাব আৰু আদৰ্শৰ হেন্দোলনি উঠিবলৈ আৰম্ভ কৰিছিল আৰু নতুন যুগৰ দূৰাগত পদধ্বনি শুনিবলৈ পোৱা গৈছিল, ঠিক সেই সময়তে বেজবৰুৱাৰো মৃত্যু ঘটিল।"[৫]

১৯৩৯ চনৰ পৰা ১৯৪৫ চনলৈ দ্বিতীয় মহাযুদ্ধৰ তাণ্ডব চলে। প্ৰথম মহাযুদ্ধ (১৯১৪-১৮) যদিও ইউৰোপতে সীমাবদ্ধ থকাত এই যুদ্ধৰ প্ৰত্যক্ষ প্ৰভাৱ ভাৰতবৰ্ষত তেনেকৈ পৰা নাছিল। কিন্তু এই যুদ্ধৰ তুলনাত দহগুণ বেছি ধ্বংসলীলা চলোৱা দ্বিতীয় মহাযুদ্ধৰ প্ৰকোপ ভাৰতীয়সকলে ওচৰৰ পৰা প্ৰত্যক্ষ কৰে। বৰ অসম পূবৰ যুদ্ধক্ষেত্ৰৰ কেন্দ্ৰস্বৰূপ হৈ পৰে। মণিপুৰ, নাগালেণ্ড আদি ঠাইত জাপানী বোমা নিক্ষেপিত হয়। ১৯৪২ চনৰ মাহেকীয়া বাঁহীৰ এটা সংখ্যাত মহাযুদ্ধৰ বৰ্ণনা এনেদৰে দিয়া হৈছে ঃ

> চাওঁতে চাওঁতেই অসমৰ পূব কোণত জাপানে আহি বোমা পেলালেহি। তাত আহত নিহতৰ সংখ্যা ভালদৰে এতিয়াও জানিব পৰা নাই যদিও ইস্তাহাৰত প্ৰচাৰ কৰা মতে ৯৫ খন শত্ৰুৰ বিমান জাহাজে আক্ৰমণ কৰিছিল যেতিয়া ক্ষতি যে অশেষ হৈছে তাক স্বীকাৰ কৰিবই লাগিব। প্ৰতিৰোধ যিমানেই হওঁক, অসমৰ পৰা শত্ৰুয়ে দখল কৰা বৰ্মাৰ ঠাইবোৰ মিত্ৰ পক্ষই আক্ৰমণ কৰিব খুজিছে যেতিয়া শত্ৰুৰ ফালৰ পৰাও আক্ৰমণ ভালদৰেই হ'ব তাক অসমীয়া ৰাইজে জানি থৈছে। অতদিনে ধীৰে শান্তিৰে নিজকে লৈ নিজে ব্যস্ত থকা অসমৰ কপালত এয়েই লিখন বুলি ধৰি লৈ সান্ত্বনা লোৱাৰ বাহিৰে উপায় নাই।[৬]

স্বদেশত ঘটা ধ্বংসলীলাৰ উপৰিও বিদেশত ঘটা অকল্পনীয় ধ্বংসৰ বতৰাই জন-জীৱন সন্ত্ৰস্ত কৰি তোলে। লগে লগে সৃষ্টি হয় কৃত্ৰিম খাদ্য-সমস্যা। বয়-বস্তুৰ

অতিপাত মূল্যবৃদ্ধিয়ে সাধাৰণ মানুহক ঢোকে ঢোকে পানী খুৱাবলৈ ধৰে। সমাজৰ কেওপিনে হাহাকাৰ, নৈৰাশ্যই আৱৰি ধৰে। এচাম সুবিধাবাদী লোকে আকৌ অসৎ উপায়েৰে সেই হাহাকাৰৰ সুযোগ লৈ নিজৰ পুঁজি টনকিয়াল কৰিবলৈ ধৰে। আনহাতে সাধাৰণ শ্ৰেণীৰ লোকৰ পানীত হাঁহ নচ'ৰা অৱস্থা হয়।

অন্যান্য ৰাজ্যৰ দৰে অসমৰ কাকত -আলোচনীৰ প্ৰকাশ যুদ্ধই সৃষ্টি কৰা অস্থিৰতা আৰু নাটনিৰ কৰাল গ্ৰাসত পৰি বন্ধ হৈ যায়। এনেয়ে অৰ্থনৈতিক আৰু সামাজিক সমস্যাৰে জৰ্জৰিত অসমৰ সাহিত্য আছিল আলোচনী-জীৱী। সেই সময়ত অসমীয়া সাহিত্য-আন্দোলনৰ নেতৃত্ব দি থকা আৱাহন ক্ৰমে ক্ষীণকায় হৈ বন্ধ হৈ পৰে। লগে লগে ৰোমাণ্টিক সাহিত্য-আন্দোলনৰ ৰথী-মহাৰথী সকলো যেন স্তব্ধ হৈ পৰে।

এনে সময়তে গুৱাহাটীৰ এটি সমাজ সচেতন ডেকাদলে অসমৰ জন-জীৱনৰ নৈৰাশ্যলৈ লক্ষ্য কৰি 'যিকোনো উপায়েৰে আলোচনী' এখন উলিয়াবলৈ 'কৰ্কালত টঙালি বান্ধে'। এওঁলোকে ১৯৪২ চনত বন্ধ হৈ পৰা ৰঘুনাথ চৌধাৰী সম্পাদিত 'জয়ন্তী' আলোচনীখন নতুন ৰূপত প্ৰকাশ কৰিবলৈ লয়। ১৯৪৩ চনৰ নৱেম্বৰৰ (আঘোণ, ১৮৬৫ শক) পৰা কমলনাৰায়ণ দেৱ আৰু চক্ৰেশ্বৰ ভট্টাচাৰ্য্যৰ সম্পাদনাত নতুন ৰূপত ষষ্ঠ বছৰৰ জয়ন্তী প্ৰকাশ পাবলৈ ধৰে। আৰম্ভণিৰে পৰা এই পত্ৰিকাই অসমীয়া সাহিত্যলৈ প্ৰগতিশীলতাৰ ঢল অনাৰ হকে মাত মাতিব ধৰে। ৰোমাণ্টিক সাহিত্যৰ অলীক কল্পনাৰ বিপৰীতে মাৰ্ক্সবাদী চিন্তাৰ সহযোগত অসমীয়া সাহিত্য আৰু সমাজৰ আমূল পৰিবৰ্তন হোৱাতো জয়ন্তীগোষ্ঠীয়ে কামনা কৰে। ৰোমাণ্টিক যুগৰ লেখকসকলৰ চিন্তা-চৰ্চাক তীব্ৰ ব্যঙ্গ আৰু কটাক্ষৰে থকাসৰকা কৰিবলৈ লৈ সাহিত্য কেনে ভাব-ভংগী যুক্ত হ'ব লাগে তাৰো আৰ্হি দেখুৱাবলৈ লয়। আলোচনীখনৰ নৱম সংখ্যাত (১৯৪৪) আৱাহন যুগতে আত্মপ্ৰকাশ কৰা গল্পকাৰ চৈয়দ আব্দুল মালিকৰ গল্পক তীক্ষ্ণ ব্যঙ্গৰে সমালোচনা কৰি লিখিছে ঃ

> ব্যৰ্থ নিশাৰ অভিসাৰৰ পিছত .. যুগভ্ৰষ্ট হৈ সুপৰিচিত কথা সাহিত্যিক চৈয়দ আব্দুল মালিক চাহাবৰ কল্পনা নায়কে 'হেৰোৱাৰ ভাষা' বৰ্ণাই

> বুকু ধুনি ধুনি ইনাই বিনাই যিদৰে ফেকুৰিলে — আচল কথা ক'বলৈ গ'লে আমাৰ নিচিনা নিবস কঠিন হিয়ায়ো অলপ চঞ্চল হৈয়ে পৰিছিল। আজিৰ যুগত দিল মাফিক দিল দৰ্চীয়া পাবলৈ কত কষ্ট। ইফালে পালেও তাক ৰাখিবলৈ বাতাবৰণ ক'ত? দেশ জুৰুলা, অসমীয়া পৰিয়ালৰ ভিতৰুৱা অৱস্থা শোচনীয় তদুপৰিও সেই পুৰণিকলীয়া চকু চৰহা স্বভাৱটো। তথাপিও কপালৰ জোৰত "ৰঙা বহাগৰ উদাস সন্ধিয়া তাই মোৰ জীৱনৰ কাষ চাপি আহিছিল, তাই মোৰ চিনাকি হৈছিল। মোৰ প্ৰাণে নৌ বুজোতেই তাইৰ প্ৰাণটোৱে মোৰ হিয়াত বিননিৰ ৰেখা আঁকি দিছিল। (বিননিৰ ৰেখা? — Coming events cast their shadows before নেকি?) —সেইদিনা মোৰ বুকুৰ বুজি নোপোৱা মানুহটোৱে তাইৰ নাম দিলে মৰমী... দেখিলোঁ তাই এই কেঁচা বহাগতকৈও বেচি নতুন (বেচি কেঁচা একা?) কাল এতিয়াও তাইৰ পৰা বহুত দূৰত আছে।" অপৈতা বস্তুৰ ওপৰতো অত লোভ।

জয়ন্তীয়ে এইদৰে নেতিবাচক দৃষ্টিৰে ৰোমাণ্টিক চিন্তাক কঠোৰ ভাবে সমালোচনা কৰিয়ে এৰা নাছিল, যুগৰ লগত মিলিবলৈ আমাৰ সাহিত্যৰ ভাবধাৰা কেনে হ'ব লাগিব তাকো স্পষ্ট ভাষাৰে প্ৰকাশ কৰিছিল। উক্ত সংখ্যা জয়ন্তীৰ একেটা ৰচনাতে আব্দুল মালিকৰে 'কিন্তু ইতি গজ' (বাঁহীত ওলোৱা) সম্পৰ্কত লিখিছে ঃ

> ..... যোৱা জেঠ সংখ্যা বাঁহীত 'কিন্তু ইতি গজ' নামৰ গল্পটো পঢ়ি আমি তেওঁৰ এই প্ৰতিক্ৰিয়াশীলতাৰ উৰাদিহ পাবলৈ সুবিধাকে পোৱা নাই।....যেইনহওঁক অলপ ইয়াত যেনিবা উন্নতি দেখা গৈছে — এইবাৰ ৰোমান্সৰ যৌথ কাৰখানা এৰি মালিকৰ নায়কে অসমীয়া সাহিত্যৰ কাৰখানা বিচাৰি পাইছে। ......এই প্ৰহসনৰ ওৰ পেলাবলৈ ৰাছিয়াৰ ভাবধাৰা আহি যদি আমাক ৰক্ষা কৰে, সমাজবোধ দিয়ে তেন্তে তাত বা আপত্তি কি? সেইদেখি আমি মালিক চাহাবৰ নায়কৰ নিচিনাকৈ

ক'বলৈ নাযাওঁ যে —"আমাৰ সাহিত্যত 'ডাষ্টবিন', 'হাভুৰি' আৰু 'পোতা-পুখুৰী'ৰ গৰিমা গান হ'ব লাগিব — নহ'লে আমি আধুনিক হ'ব নোৱাৰো।" আমাৰ মতেৰে আমাৰ সাহিত্যই অকল মৰমীকে বিচাৰি আত্ম প্ৰবঞ্চনা কৰি নাথাকি 'ডাষ্টবিন', 'পোতাপুখুৰী'ৰ গৰিমা গান নহয়, সেই জঘন্যবোৰ উদ্ভৱ হোৱাৰ মূল কথাবোৰ ফহিয়াই দেখুৱাই ডাষ্টবিনক প্ৰকৃত ডাষ্টবিন, পোতা পুখুৰীক প্ৰকৃত পোতা পুখুৰীৰ ৰূপেৰে জন সমাজৰ আগত দাঙি ধৰিব লাগিব। অসমীয়া জনসমূহৰ প্ৰকৃত শোষক সকলৰ জঘন্য ৰূপ মোকোলাই দেখুৱাই তাক নিৰ্মূল কৰাৰ প্ৰেৰণা দিব লাগিব। মালিক চাহাবৰ সূক্ষ্ম কলাদৃষ্টি এই পিনলৈ আকৃষ্ট নহ'লে সদায় 'হেৰোৱা ভাষা' বিচাৰিয়ে হায়ৰাণ হৈ থাকিব লাগিব।[৮]

এই উদ্ধৃতি দীঘলীয়াকৈ দিয়াৰ কাৰণ হ'ল ৰোমাণ্টিক আবেশৰ পৰা অসমীয়া সাহিত্যক মুক্ত কৰি জয়ন্তীয়ে 'আধুনিক' ৰূপলৈ উত্তৰণ ঘটাব বিচাৰিছিল, তাৰ আভাস দিয়াতো। এই উদ্ধৃতিয়ে এইটো প্ৰমাণ কৰে যে জয়ন্তী গোষ্ঠীয়ে এটা নিৰ্দিষ্ট সাহিত্য-দৰ্শন অনুসৰণ কৰিছিল। এই সাহিত্য-দৰ্শন হ'ল — প্ৰগতিশীল বা সাম্যবাদী সাহিত্য-দৰ্শন।

১৯৪২ চনত হোৱা ভাৰত ত্যাগ আন্দোলন অসমতো তীব্ৰ গতিত চলে। আন্দোলন দমন কৰিবলৈ ইংৰাজ শাসকে গোপীনাথ বৰদলৈ, সিদ্ধিনাথ শৰ্মা, অমিয় কুমাৰ দাস, মহাদেৱ শৰ্মা আদি আগ শাৰিৰ কংগ্ৰেছী নেতাসকলক গ্ৰেপ্তাৰ কৰি জেলত ভৰাই থয়। জাতীয় কংগ্ৰেছৰ শাখা অসম প্ৰাদেশিক কংগ্ৰেছ আৰু শান্তি সেনা বাহিনীক বেআইনী বুলি ঘোষণা কৰিলে। আন্দোলনকাৰী সকলে শোভাযাত্ৰা, সভা-সমিতি আদি কৰাতো নিষিদ্ধ কৰিলে। লগে লগে ৰাজ্যখনৰ বিভিন্ন ঠাইত সন্ত্ৰাসবাদী কাৰ্য-কলাপে মূৰ দাঙি উঠিবলৈ ধৰিলে। পুলিচী নিৰ্যাতনেও অমানবীয় ৰূপ পালে। বিভিন্ন ঠাইত হোৱা গুলি চালনাত বহুতো অসমীয়া মুক্তি যুঁজাৰুৰ মৃত্যু ঘটিল।

এফালে বৃটিছ -পুলিছৰ অকল্পনীয় অত্যাচাৰ, আনপিনে মহাযুদ্ধৰ তাণ্ডৱ-এনে শ্বাসৰুদ্ধ অৱস্থাত অসমৰ জন জীৱন একেবাৰে বিধ্বস্ত হৈ পৰিল। সুভাষ বসুৰ আজাদ হিন্দ বাহিনীৰ পৰাজয়েও সংগ্ৰামী জনতাক হতাশ কৰিলে। এনে অৱস্থাত উত্তেজিত অসমীয়া ডেকাসকলে ঠাই বিশেষে 'মৃত্যু বাহিনী' গঠন কৰিছিল বুলি জনা যায়।[৯] আনকি জ্যোতিপ্ৰসাদ আগৰৱালাৰ দৰে কংগ্ৰেছী নেতাৰ মনতো চৰকাৰী সন্ত্ৰাসৰ মুখামুখী হ'বলৈ মহাত্মাই দিয়া অহিংস উপায়ৰ শক্তি সম্পৰ্কত সন্দেহ জন্মিছিল। 'লভিতা'ত এই কথাৰ প্ৰমাণ আছে।

মহাযুদ্ধৰ তাণ্ডৱ আৰু ভাৰত ত্যাগ আন্দোলনৰ আলোড়নৰ সুযোগ গ্ৰহণ কৰি এচাম সুবিধাবাদী চয়তানে কৃত্ৰিম নাটনিৰ সৃষ্টি কৰি ক'লা বজাৰৰ বেহা মেলিছিল। ফলত প্ৰচণ্ড খাদ্য সমস্যাৰ সৃষ্টি হৈ দেশৰ বিভিন্ন ঠাইত দুৰ্ভিক্ষ হৈছিল। ১৯৪৩ চনত বংগত হোৱা ভয়ংকৰ দুৰ্ভিক্ষৰ কবলত পৰি হাজাৰ হাজাৰ লোকৰ মৃত্যু হৈছিল।

সমাজৰ সাধাৰণ শ্ৰেণীৰ লোকৰ তুলনাত শিল্পী সাহিত্যিকসকল অধিক সংবেদী, চিন্তাশীল আৰু ভৱিষ্যৎ দ্ৰষ্টা।[১০] অসম তথা ভাৰতৰ সমাজ -জীৱনৰ এনে ক্ষয়ংকাৰী অৱস্থাই চিন্তাশীল, দায়বদ্ধ লেখক-শিল্পী একোগৰাকীৰ 'জীৱন' সম্পৰ্কে ধাৰণা কেনেধৰণে পৰিবৰ্তন কৰিব পাৰে — তাক মাত্ৰ এটা উদাহৰণলৈ লক্ষ্য কৰিলেই বুজিব পৰা যাব।

মহাযুদ্ধ চলি থকা অৱস্থাত কবি অমূল্য বৰুৱাৰ বয়স মাত্ৰ কুৰি বছৰ। কবি জীৱনৰ আৰম্ভণিতে (১৯৩৯-'৪২) তেওঁ যতীন্দ্ৰনাথ দুৱৰা, গণেশ চন্দ্ৰ গগৈ, দেৱকান্ত বৰুৱা আদি কবিৰ প্ৰভাৱত পৰি ৰোমাণ্টিক কবিতা লিখিবলৈ লৈছিল। কিন্তু মহাযুদ্ধৰ তাণ্ডৱ আৰু ভাৰতীয় মুক্তি সংগ্ৰামজনিত হাহাকাৰ তথা চৰকাৰী সন্ত্ৰাস প্ৰত্যক্ষ কৰি তেওঁৰ কোমল কবি-প্ৰাণত আলোড়নৰ সৃষ্টি হয়। এই আলোড়নে তেওঁৰ জীৱন-দৰ্শনলৈ বৈপ্লৱীক পৰিৱৰ্তন আনে। এই সম্পৰ্কে কবিয়ে নিজে লিখিছে ঃ

নিজেই নিজৰ চকুৰ আগত জীৱনৰ এটা নতুন ৰূপ, এটা নতুন গঢ়

দিবৰ যেন আয়োজন কৰিছোঁ। তাত সুন্দৰৰ প্ৰতি আগ্ৰহতকৈও অসুন্দৰ পাশবিকতাৰ বিদ্ৰোহটোৱেই বেচি স্পষ্টতৰ হৈ উঠিছে। হয়তো বিলাসী মনটোৱে আৰু আগবাঢ়ি কেতিয়াবা ভবিষ্যতক চাই আহিব খোজে।[১১]

এনে মানসিক তাড়নাৰ ফলতে কবিয়ে নিজৰ কাব্য-ধাৰাৰ পৰিৱৰ্তন ঘটাই প্ৰগতিশীলতালৈ উত্তৰণ কৰে ঃ

মোৰ কবিতাৰ ধাৰাটো একেবাৰে বদলি কৰি দিছোঁ। Realism-ৰ সংস্পৰ্শত আহি নিজ মানুহটোক বহুতখিনি সামাজিক দৃষ্টিভংগীৰে চাবলৈ শিকিছোঁ।[১২]

ৰোমাণ্টিক জগতৰ পৰা 'Realism' অলৈ উত্তৰণ ঘটা ডেকা কবিৰ কাপেৰে সৃষ্টি হয়— আন্ধাৰৰ হাহাকাৰ, কয়লা, কুকুৰ, বেশ্যা আদি কবিতামুঠি।

১৯৪৩ চনত বীৰেশ মিশ্ৰক সম্পাদক হিচাপে লৈ ভাৰতীয় কমিউনিষ্ট পাৰ্টিৰ অসম ৰাজ্যিক সমিতি গঠিত হয়। ধীৰেন্দ্ৰ চন্দ্ৰ দত্ত, ভবানন্দ দত্ত, দধি মহন্ত, বিষ্ণু বৰা, চিদা শইকীয়া, কেদাৰ নাথ গোস্বামী, উপেন্দ্ৰ নাথ দাস আদি চিন্তাশীল ব্যক্তিয়ে এই সংগঠনৰ সদস্যভুক্ত হৈ সংগঠনৰ কামত দেহে কেহে লাগে। ইতিমধ্যে মাৰ্ক্সবাদ সম্পৰ্কীয় বিভিন্ন গ্ৰন্থাদি পৃথিৱীৰ বিভিন্ন ঠাইৰ পৰা ভাৰতলৈ আমদানি হ'বলৈ ধৰে আৰু এইবোৰে এচাম ভাৰতীয় লোকৰ মাজত মাৰ্ক্সবাদ প্ৰচাৰত বিশেষ অৰিহণা যোগায়। এই গ্ৰন্থবোৰ অসমীয়া ভাষালৈ অনুবাদ কৰি আৰু মাৰ্ক্সবাদ সম্পৰ্কীয় গ্ৰন্থ লিখি প্ৰচাৰ কৰিবলৈ উঠি পৰি লাগে — উক্ত মাৰ্ক্সবাদী অসমীয়া সকল। এনে "সময়োপযোগী আৰু প্ৰগতিশীল সাহিত্য"ৰ[১৩] ভিতৰত উল্লেখযোগ্য হ'ল — মাৰ্ক্স-এঙ্গেল্‌চৰ 'সাম্যবাদী ঘোষণা পত্ৰ' (অনুবাদক — ভবানন্দ দত্ত), লেনিনৰ 'ৰাষ্ট্ৰ' (অনুবাদক — উপেন্দ্ৰ নাথ দাস), প্ৰফেছৰ প্যাটছোৱানৰ 'ছোভিয়েটৰ জিলিঙনি' (অনুবাদক —দধি মহন্ত), বিষ্ণু বৰাৰ 'ৰুছিয়াৰ শাসন পদ্ধতি', আৰু 'ৰুছিয়াৰ কৃষি-শিল্প' আৰু চিদা শইকীয়াৰ 'ছোভিয়েট নাৰী'। উল্লেখযোগ্য যে চল্লিছৰ দশকৰ প্ৰথমাৰ্ধতে এই গ্ৰন্থবোৰ প্ৰকাশ পায়। প্ৰগতিশীল 'জয়ন্তী'ৰ দৰে এই গ্ৰন্থসমূহেও অসমৰ একাংশ শিক্ষিত লোকৰ মাজত প্ৰভাৱ বিস্তাৰ কৰিবলৈ

সক্ষম হয়। এইদৰে অনেক প্ৰতিভা সম্পন্ন ডেকা লেখক মাৰ্ক্সবাদৰ দ্বাৰা প্ৰভাৱান্বিত হয়। ফলত তেওঁলোকৰ ৰচনাত পূৰ্বসূৰীৰ ৰোমাণ্টিক চিন্তাৰ পৰিবৰ্তে প্ৰগতিশীল, বস্তুবাদী চিন্তা প্ৰকাশ পাবলৈ ধৰে। অমৃত ডেকা, বীৰেন্দ্ৰ নাথ বৰকটকী, অজিৎ বৰুৱা, কেশৱ মহন্ত, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য আদি তেতিয়াৰ প্ৰতিভাবান ডেকা লেখকৰ কবিতা আৰু গল্পত প্ৰগতিশীল চিন্তাৰ প্ৰকাশ ঘটিবলৈ ধৰে — যাৰ প্ৰমাণ 'জয়ন্তী'ৰ পাতত আছে।

১৯৩৯-৪৫ সময় ছোৱাত দেশৰ আৰ্থিক দুৰৱস্থাই চৰম সীমা অতিক্ৰম কৰে। অন্ন-বস্ত্ৰৰ সমস্যাই ভয়ংকৰ ৰূপ ধাৰণ কৰে। এই দুৰৱস্থাৰ স্বৰূপ বুজিবলৈ সমসাময়িক পত্ৰিকা জয়ন্তীত প্ৰকাশিত এই বৰ্ণনাটিয়ে যথেষ্ট হ'ব ঃ

> আজি কেইদিনমান আগতে অতি জাক জমকতাৰে চৰকাৰৰ তৰফৰ পৰা চোৰাং বজাৰৰ বিৰুদ্ধে যুদ্ধ ঘোষণা হ'ল। কিন্তু ক'তা? চোৰাং বজাৰ ধ্বংস হওক চাৰি ইয়াৰ প্ৰকোপ দুগুণে বাঢ়িহে চলিছে। এতিয়াও বজাৰত সকলো বস্ত্ৰ-বাহিনীৰে দৰ জুই যেন তপত। এলাপেচা হাতে ছুবই নোবাৰে। কাপোৰৰ অনাটন অৱস্থা আৰু কেইদিনমানলৈ চলিলে আমাৰ মাজৰে বহুতেই কিজানি সকলো লাজ মান কাতি কৰি থৈ আদিম সভ্যতালৈ উভতি যাব লাগিব।[১৪]

এই সময়তে চৰকাৰী বিভাগ সমূহত দুৰ্নীতি বিয়পি পৰে। ফলত চৰকাৰী ৰাজহৰ অপব্যৱহাৰ হ'বলৈ ধৰে আৰু জনসাধাৰণৰ কল্যাণমূলক আঁচনিবোৰ বেয়াকৈ বাধাগ্ৰস্ত হয়। ১৯৪৫ চনৰ ৬ মাৰ্চ তাৰিখে অসম বিধান সভাত ইউৰোপীয় গোটৰ নেতা (Leader of the European Group) আৰ্ণল্ড হুইট্টেকাৰে (Mr. Arnold Whittaker) বাজেট সম্পৰ্কীয় ভাষণত কয় ঃ

> "There is one item which the Finance Member has not put into the budget. The item is the cost of corruption in the public services. Corruption in this province has increased so much that it is difficult to say what are its

present limits."

This declared Mr. Arnold Whittaker, Leader of the European Group, during the budget debate in the Assam Assembly on March 6. He criticised Government for its failure to check corruption in the public services and insisted on strengthening the police force in the province.[১৫]

দেশৰ এনে দুৰ্দিনতে ভূতৰ ওপৰত দানব লঙ্কাৰ দৰে সাম্প্ৰদায়িক অন্ধতা বিয়পি পৰে। চৰকাৰী প্ৰৰোচনাত বংগত সংঘটিত হয় হিন্দু-মুছলমানৰ মাজত সংঘৰ্ষ। শ শ লোক এই সংঘৰ্ষত নিহত হয়। কলিকতাত অধ্যয়নৰত অসমৰ উদিয়মান কবি অমূল্য বৰুৱা আৰু তেওঁৰ আত্মীয়-বন্ধু আনন্দ ফুকনৰ এই সংঘৰ্ষতে নিকৰুণ ভাবে মৃত্যু হয়। ১৯৪৭ চনত ভাৰত স্বাধীন হ'ল যদিও অখণ্ড ৰূপত নহয় — দ্বিখণ্ডিত ৰূপতহে। মহম্মদ আলী জিন্নাই নেতৃত্ব দিয়া মুছলমান মৌলবাদে এনেদৰে বিজয় সাব্যস্ত কৰাত পুনৰ সাম্প্ৰদায়িক সংঘৰ্ষ দেশৰ বিভিন্ন ঠাইত বিয়পি পৰে। হাজাৰ হাজাৰ লোক এই সংঘৰ্ষত মৃত্যু মুখত পৰে। লগে লগে আৰম্ভ হয় প্ৰব্ৰজনৰ সোঁত। এনে শ্বাসৰুদ্ধ অৱস্থাতে ১৯৪৮ চনৰ ৩০ জানুৱাৰীত লক্ষ লক্ষ ভাৰতবাসীৰ নেতা মহাত্মা গান্ধী ধৰ্মান্ধ হিন্দু মৌলবাদীৰ গুলিত নিহত হয়।

ভাৰতীয় সমাজ-জীৱনত ভূমিকম্প সদৃশ জোকাৰণি তোলা উক্ত ঘটনাৰাজিয়ে মানুহৰ মন-মানসিকতাৰ আমূল পৰিৱৰ্তন ঘটালে। পৰম্পৰাগত মূল্যবোধৰ ওপৰত প্ৰচণ্ড আঘাত পৰিল। প্ৰচণ্ড হতাশাই মানুহক আক্ৰমণ কৰিলে। সাধাৰণ জনতকৈ বহু বেছি জোকাৰণি খালে 'ভবিষ্যৎ দ্ৰষ্টা' কবি-সাহিত্যিক সকলৰ মন-মানসিকতাই। অলীক কল্পনা-জাল ৰোমাণ্টিক ভাবানুভূতি দলিয়াই পেলাই তেওঁলোকে আকোৱালি ল'বলৈ বাধ্য হ'ল সামাজিক বাস্তৱতাক। সাহিত্যৰ পৰা ধৰ্ম, সমাজ, প্ৰেম আৰু জীৱন সম্পৰ্কীয় প্ৰাচীন, পৰম্পৰাগত মূল্যবোধ অপসাৰিত হ'ল। ইমান দিনে ত্ৰিভুবনৰ সৰ্ব-শক্তিমান গৰাকী বুলি বিশ্বাস কৰি অহা ঈশ্বৰৰ

অস্তিত্বৰ ওপৰতে সন্দেহ হ'ল মানুহৰ।

সমাজৰ প্ৰতি দায়বদ্ধ চল্লিছৰ তৰুণ লেখকসকলে সেই নৈৰাশ্যৰ পৰা মানুহক উদ্ধাৰ কৰাৰ উপায় বিচাৰি পালে মাৰ্ক্সবাদৰ মাজত। সাম্যবাদী সমাজ প্ৰতিষ্ঠা হ'লেহে সমাজৰ পৰা সকলো প্ৰকাৰৰ অপায়-অমংগল আঁতৰি যাব বুলি তেওঁলোকৰ বিশ্বাস হ'ল। জনতাৰ ওপৰত বিশ্বাস ৰাখি শ্ৰেণী সংগ্ৰামৰ জৰিয়তে সাম্যবাদী সমাজ প্ৰতিষ্ঠাৰ হকে মাত মাতি তেওঁলোকে কলম চলাবলৈ ধৰিলে ঃ যিটো কাম এটা দশক আগতে অ'ডেন পন্থী কবি সকলে ইউৰোপত কৰিছিল।

এইদৰে ৰোমাণ্টিক আন্দোলনৰ অবক্ষয় ঘটি অসমীয়া সাহিত্যলৈ কুৰি শতিকাৰ চল্লিছৰ দশকত বাস্তববাদী, প্ৰগতিশীল চিন্তাৰ ঢল আহে। আমি ইয়াক অসমীয়া সাহিত্যৰ নিৰাশাৰ পৰা প্ৰত্যাশালৈ উত্তৰণ বুলি কওঁ। আৰু কওঁ — ই আছিল সময়ৰে আহ্বান।

---

## পাদ-টীকা ঃ

১। বাঁহী আৰু চেতনাৰ আপেক্ষিক ৰক্ষণশীল সুৰৰ তুলনাত আৱাহন আছিল মুক্ত, স্বতন্ত্ৰ। দ্ৰষ্টব্য ঃ ত্ৰৈলোক্য নাথ গোস্বামীৰ 'আধুনিক গল্প-সাহিত্য' (১৯৭২) পৃ. ১৫৩-১৫৪; গৰীয়সী, আগষ্ট, ১৯৯৬ সংখ্যাত প্ৰকাশিত ড° নগেন শইকীয়াৰ প্ৰবন্ধ 'আধুনিক অসমীয়া ভাষা-সাহিত্যৰ বিকাশত আলোচনীৰ ভূমিকা'।

১ক। 'অভিযান'ৰ পাতনি — 'মোৰ বক্তব্য'

২। 'অভিযান'ত অন্তৰ্ভুক্ত কবিতাবোৰ ৰচিত হৈছিল ১৯৩৪-৩৫ চনত।

৩। পৃথিৱীৰ প্ৰতি/ অভিযান আৰু অন্যান্য কবিতা, (১৯৯২), পৃ-৬

৪। হোমেন বৰগোহাঞি, অসমীয়া গল্প সংকলন, দ্বিতীয় খণ্ডৰ (১৯৭৬) ভূমিকা ঃ অসমীয়া চুটি গল্প (১৯৪০-১৯৭০), পৃ-১

৫। প্ৰাগুক্ত প্ৰবন্ধ, পৃ-১

৬। কাঁছদী আৰু খাৰলি, বাঁহী, ২৯শ বছৰ, ৫ম সংখ্যা, আহিন, ১৮৬৪ শক, (১৯৪২ চন) সম্পাদক-সম্পাদিকা ঃ মাধৱ বেজবৰুৱা, উষা দেৱী বেজবৰুৱা,

৭। নাৰদৰ বেতাৰ বাতৰি / জয়ন্তী, ৯ম সংখ্যা, ১৯৪৪ পৃ-২৭০

৮। নাৰদৰ বেতাৰ বাতৰি / জয়ন্তী, ষষ্ঠ বছৰ, ৯ম সংখ্যা, ১৯৪৪ পৃ-২৭১

৯। লক্ষ্মীনাথ তামুলী ঃ ভাৰতৰ স্বাধীনতা সংগ্ৰামত অসমৰ অৱদান, ১৯৮৮, পৃ-৩৯৬

১০। হোমেন বৰগোহাঞিঃ অসমীয়া গল্প সংকলন (দ্বিতীয় খণ্ড) ভূমিকা, পৃ-৩

১১। অমূল্য বৰুৱাই পদুম বৰুৱালৈ লিখা চিঠি / অমূল্য বৰুৱা ঃ জীৱন আৰু কবিতা, ১৯৯০, পৃ-১১৮

১২। অমূল্য বৰুৱাই পদুম বৰুৱালৈ লিখা চিঠি / অমূল্য বৰুৱা ঃ জীৱন আৰু কবিতা, ১৯৯০ পৃ-৩৫

১৩। 'জয়ন্তীৰ জাননী' / জয়ন্তী, ৬ষ্ঠ বছৰ, ১২শ সংখ্যা, ১৯৪৪, পৃ-৩২০

১৪। আমাৰ দৃষ্টিকোণ (সম্পাদকীয়)/ জয়ন্তী, ৭ম বছৰ, তৃতীয় সংখ্যা, ১৯৪৫, পৃ-১১২

১৫। The Assam Tribune, 16th March, 1945; (২৩ মাৰ্চ, ১৯৯৭সংখ্যা The Assam Tribune কাকতত পুনৰ মুদ্ৰিত, পৃ-৪)

# প্ৰথম অধ্যায়

## জয়ন্তীৰ আৱিৰ্ভাৱ ঃ
## নতুন সাহিত্য-স্ৰোতৰ উন্মেষ

গুৱাহাটীৰ জয়ন্তী আৰ্ট প্ৰেছৰ পৰা ৰঘুনাথ চৌধাৰীৰ সম্পাদনাত "সচিত্ৰ প্ৰগতিশীল জাতীয়তাবাদী পষেকীয়া আলোচনী আৰু সংবাদ-পত্ৰ" [১(ক)] জয়ন্তী প্ৰকাশ পায় ১৯৩৮ চনৰ ২ জানুৱাৰীৰ পৰা (১৮ পুহ, দেওবাৰ, ১৮৫৯ শক)। কিন্তু তাৰ এবছৰ পিছত আৰম্ভ হোৱা দ্বিতীয় মহাসমৰৰ বাবে দেশত কাগজৰ নাটনি হোৱাত আৰু পঢুৱৈৰ পৰা উচিত সঁহাৰি নোপোৱাৰ কাৰণে পঞ্চম বছৰৰ (১৯৪২) পৰা এই পষেকীয়া কাকতখন মাহেকীয়া ৰূপতহে প্ৰকাশিত হ'বলৈ ধৰে। এই নতুন ৰূপেও কাকতখন ৰক্ষা কৰিব নোৱাৰিলে। কিয়নো স্বত্বাধিকাৰী কেশৱকান্ত বৰুৱাৰ এই আলোচনী ব্যৱসায়ত লোকচানৰ পৰিমাণ বাঢ়ি গৈছিল। অৱশেষত, পঞ্চম বছৰ সপ্তম সংখ্যা প্ৰকাশ পোৱাৰ পাছত (অক্টোবৰ, ১৯৪২) জয়ন্তী বন্ধ হৈ যায়।

জয়ন্তীৰ এই পাঁচ বছৰীয়া জীৱনৰ, মাজতে প্ৰায় ডেৰ বছৰ কাল (১৮ আগষ্ট ১৯৩৯ ৰ পৰা ৩১ ডিচেম্বৰ, ১৯৪০ লৈকে) বাদ দি বাকী চাৰে তিনি বছৰ কালৰ সম্পাদক আছিল ৰঘুনাথ চৌধাৰী। [১(খ)] সম্পাদক হিচাপে চৌধাৰীয়ে প্ৰথমটো সংখ্যাতে ঘোষণা কৰা লক্ষ্য আৰু উদ্দেশ্যৰ পৰা বিচ্যুত নোহোৱাকৈ আগবাঢ়িছিল বুলি নিসন্দেহে ক'ব পৰা যায়। প্ৰথমটো সম্পাদকীয়ত তেওঁ ঘোষণা কৰিছিল ঃ

> 'জয়ন্তীয়ে কোনো দল সম্প্ৰদায় বা ব্যক্তি বিশেষৰ আলধৰী হ'ব নোখোজে; খোজে ন্যায় সত্যৰ আদৰ্শলৈ প্ৰগতিৰ বাৰ্ত্তাবাহিকা হ'বলৈ; অসমৰ এই সন্ধিক্ষণত ক্ষুদ্ৰ স্বাৰ্থ বা আত্মম্ভৰিতাৰ উপসৰ্গলৈ, কিম্বা

> সামান্য অবিবেচনা বা উতনুৱা স্বভাৱৰ প্ৰশ্ৰয় লৈ আমাৰ সমাজত যথেষ্ট ভেদ-নীতিৰ বৰ বিহ প্ৰয়োগ কৰা হৈছে, সেই বিহ জাৰি সমাজক ৰোগমুক্ত কৰাহে একান্ত আৱশ্যক।[২]

জয়ন্তী ৰাজনৈতিক চিন্তা-চৰ্চা বাদ দি দেশৰ উন্নতিৰ হকে মাত মতা পত্ৰিকা নাছিল। এই পত্ৰিকাই সমসাময়িক অসমৰ ৰাজনীতি, অৰ্থনীতি আৰু সমাজনীতিৰ ওপৰত আলোকপাত কৰি নিজৰ 'নিৰপেক্ষ' চৰিত্ৰ ফুটাই তুলিব বিচাৰিছিল। প্ৰথমটো সম্পাদকীয়ত আলোচনা কৰা বিষয়বোৰ আছিল— চেঞ্চছ ৰিপোৰ্ট, জৱাহৰলাল নেহৰুৰ অসম ভ্ৰমণ, অসম সাহিত্য সভাৰ সপ্ত বাৰ্ষিক অধিবেশন, ভোছলা সামৰিক বিদ্যালয়ৰ ভৱন অসম আৰু বঙ্গৰ বীৰ পুৰুষৰ নামেৰে নামকৰণ কৰা প্ৰসংগ, আৰু পেট্ৰল আৰু কেৰাচিনৰ শুল্ক। অৱশ্যে চৰকাৰৰ কাম-কাজৰ সমালোচনা মৃদু আছিল। 'অসমত উৎপাদিত পেট্ৰল আৰু কেৰাচিনৰ শুল্কৰ দাবি সম্পৰ্কত চৌধাৰীয়ে লিখিছে ঃ

> পূৰ্বাপৰ চলি অহা পন্থা মতে বৰ্ত্তমান মন্ত্ৰীমণ্ডলীয়ে এই কামত চেষ্টা কৰিলে তাৰ সফলতাৰ বিষয়ত আমাৰ ঘোৰ সন্দেহ আছে। এই বিষয়ে যোৱা আগষ্ট মাহৰ বাজেট ছেছনত সদস্য শ্ৰীযুত দেবেশ্বৰ শৰ্মাই যি তীব্ৰ ভাষাৰে বৰ্ত্তমান মন্ত্ৰীমণ্ডলীৰ কাৰ্য্যপন্থা সমালোচনা কৰি তেওঁলোকক পূৰ্বাপৰ চলি অহা সোপাচিলা অভ্যাস পৰিত্যাগ কৰি দৃঢ় ভাবে অসমৰ উল্লিখিত ন্যায্য দাবি বিলাক ভাৰত গৱৰ্ণমেন্টৰ ওচৰত প্ৰতিপন্ন কৰিবলৈ আৰু কেন্দ্ৰীয় চৰকাৰে অসমৰ এই বিলাক দাবি পূৰণ নকৰিলে অসম চৰকাৰত ন্যস্ত থকা কেন্দ্ৰীয় শাসনৰ ভাৰ বিলাক অসম চৰকাৰে প্ৰত্যাখ্যান কৰিবলৈ যি উপদেশ দিছিল সেই কথাখিনি মন কৰিবলগীয়া।[৩(ক)]

'আলোচনী আৰু সম্বাদ পত্ৰ' জয়ন্তীয়ে[৩(খ)] সমসাময়িক আৰ্থ-সামাজিক ৰাজনৈতিক ঘটনা প্ৰবাহৰ ওপৰত আলোকপাত কৰাৰ উপৰিও বিভিন্ন বিষয়ৰ তত্ত্ব গধুৰ প্ৰবন্ধ আৰু মৌলিক সাহিত্য-কৰ্মও উৎসাহেৰে প্ৰকাশ কৰিছিল। সম্পাদক ৰঘুনাথ চৌধাৰী নিজে এগৰাকী বিশিষ্ট কবি-সাহিত্যিক। গতিকে তেওঁৰ নেতৃত্বত এটি শক্তিশালী সাহিত্যিকগোষ্ঠী সৃষ্টি হোৱাৰ সম্ভাৱনা প্ৰকট হৈ পৰিছিল। মন

কৰিবলগীয়া কথা যে সম্পাদক চৌধাৰী ৰোমান্টিকতাৰ সাধক হলেও ইতিমধ্যে বিশ্ব সাহিত্য-ক্ষেত্ৰলৈ আহি পৰা 'সমাজবাদী বাস্তৱতা'ৰ ঢলৰ প্ৰতি তেওঁৰ আলোচনী আকৰ্ষিত হৈছিল। এই আলোচনীৰ প্ৰথম সংখ্যাৰ প্ৰথম প্ৰবন্ধটি হ'ল সুৰেন্দ্ৰ মোহন দাসৰ 'সাহিত্য-সমস্যা'। এই গুৰুত্বপূৰ্ণ প্ৰবন্ধটিত লেখকে লিখিছে ঃ

> সভ্যতাৰ উন্নতিৰ লগে লগে মানুহৰ জীৱনো জটিল হৈ উঠিছে। আজিৰ মানুহে আদিম মানুহৰ নিচিনা সীমাবদ্ধ সুখ-শান্তি লৈ থকা নাই। মানুহৰ জীৱন- সমস্যা পণ্ডিতৰ তৰ্কতে ওৰ পৰা নাই। আধুনিক সাহিত্যিকৰ নাটক, উপন্যাসত সি নানা ভাবেৰে সোমাইছে। বিজ্ঞানৰ যুগত সাহিত্যিকসকলে বস্তু-তন্ত্ৰতাৰ ফালৰ পৰা জীৱনক চাইছে। আগতে ঔপন্যাসিকে কল্পনা ৰাজ্যৰ সাহিত্য সৃষ্টি কৰিছিল, এতিয়া কিন্তু ভাব-প্ৰৱণতাৰ (Romanticism) ঠাই বাস্তৱতাই (Realism) অধিকাৰ কৰিছে। ইংৰাজী, ফৰাচী, ৰুছিয়ান সকলো সাহিত্যতে বাস্তৱতাই প্ৰভাৱ বিস্তাৰ কৰিছে। খ্যাতনামা সাহিত্যিক বাৰ্ণাৰ্ড শ্ব (Bernard Show), গল্‌চৱৰ্দি (Galsworthy), অৰ্নাল্ড বেনেট (Arnold Bennett), ৱেলচ (Wells), বাটলাৰ (Butler), আদি সকলোৱে বস্তু-তন্ত্ৰতাৰ পূজাৰ আয়োজন কৰিছে।[৪]

এই Realism বা বাস্তৱতা স্পষ্টভাৱে ফুটি উঠিছিল ৰঘুনাথ চৌধাৰী সম্পাদিত জয়ন্তীৰ লেখক প্ৰসন্নলাল চৌধুৰী, দীননাথ শৰ্মা, চক্ৰেশ্বৰ ভট্টাচাৰ্য্য, প্ৰফুল্ল দত্ত গোস্বামী, সদা চলিহা, শশীকান্ত শৰ্মা, ইন্দিবৰ গগৈ আদিৰ ৰচনাত। প্ৰসন্নলাল চৌধুৰীৰ বিখ্যাত কবিতা 'নাঙলৰ গীত' জয়ন্তীৰ প্ৰথম বছৰ প্ৰথম সংখ্যাত ওলায়। কাজি নজৰুল ইছলামৰ দ্বাৰা প্ৰভাৱান্বিত চৌধুৰীৰ 'ইনকিলাব জিন্দাবাদ', 'দিঠকৰ বাত্ৰৰি', 'মাঘ বিহু', 'শ্ৰী পঞ্চমী', 'সাৰ্থক পূজা' আদি কবিতাও জয়ন্তীত ওলায়। পঞ্চম বছৰ পঞ্চম সংখ্যাত প্ৰকাশ পোৱা প্ৰফুল্ল দত্ত গোস্বামীৰ অসমৰ বানপানী আৰু মহাযুদ্ধৰ পটভূমিত লিখা 'প্ৰাণৰ পৰিচয়' এটা 'বাস্তৱতা' প্ৰকাশ পোৱা ভাল গল্প। মহাযুদ্ধৰ তাণ্ডৱত বিধ্বস্ত নগৰীয়া জীৱন, আনহাতে বানপানীয়ে পীষ্ট কৰিছে গাঁৱৰ জন-জীৱন ঃ এই ক্ষয়িষ্ণু, বাস্তৱ ৰূপৰ ছবি লেখকে কৃতিত্বৰে

অংকন কৰিছে ঃ

....... আমি হঠাৎ ইয়াতে নামিব লগা হলোঁ। নগৰত আছিলোঁ। তাত যুদ্ধৰ ভয়। ল'ৰা ছোৱালী বোলো গাঁৱত থৈ যাওঁ, পিচে ইফালে থৈয়া-নথৈয়া পানী, যাবলৈ আছিল আৰু পাঁচ-ছ মাইল।[৫]

সেইদৰে, সেই বছৰৰে সপ্তম সংখ্যাত প্ৰকাশ পোৱা আৱাহনৰ গল্প লেখক লক্ষ্মীধৰ শৰ্মাৰ দ্বাৰা প্ৰভাবান্বিত শশীকান্ত শৰ্মাৰ 'প্ৰতিদান' শীৰ্ষক গল্পত শ্ৰেণী-বৈষম্যৰ কদৰ্য ৰূপ সুন্দৰকৈ প্ৰকাশ পাইছে। তলৰ উদ্ধৃতিলৈ লক্ষ্য কৰিলেই ইয়াৰ উমান পোৱা যাব ঃ

ভাল কৰিলা বন্ধু ! দীন দৰিদ্ৰ কুলীবিলাকৰ তেজেৰে সজ্জিত হোৱা চাহ বাগিছাৰ ওপৰত ডাঙৰ মানুহটো বোলাইছা, আৰু সিহঁতৰ ওপৰত কঠোৰ অত্যাচাৰ কৰি তোমাৰ পূৰুষালিক বৰাই কৰিছা, — নহয় জানো বন্ধু ? তোমাৰ আভিজাত্যৰ পাৰিপাৰ্শ্বিকতাৰ মাজৰ পৰা তোমাক এবাৰ মুক্ত হ'বলৈ দিয়া, দেখিবা তোমাৰ চাহ বাগিছাৰ চাহ-পাতৰ সিৰে সিৰে লাগি আছে এটা উৎপীড়িত, পৰিশ্ৰমী জাতিৰ উত্তপ্ত তেজ।[৬]

এইদৰে ৰঘুনাথ চৌধাৰী সম্পাদিত জয়ন্তীত ফুটি উঠা বাস্তৱতাৰ ছবি কিন্তু এটা সাহিত্য-আন্দোলনত পৰিণত নহ'ল। কিয়নো, আলোচনীখনৰ সৰহ ভাগ ৰচনাই আছিল পূৰ্বসুৰী আৰু সমসাময়িক ৰোমান্টিক কলা-সাধকসকলৰ পদাংক অনুকৰণত সৃষ্ট। গতিকে ক'ব পাৰি, ৰঘুনাথ চৌধাৰীৰ জয়ন্তীয়ে অসমীয়া সাহিত্যৰ সোঁত সলনিৰ ইংগিতহে দিলে— যিটো ইংগিত সেই সময়ত প্ৰকাশ পাই থকা বাঁহী আৰু আৱাহনৰ পাততো পোৱা গৈছিল। কিন্তু চৌধাৰীৰ পৰৱৰ্তী সম্পাদক (যুটীয়া) কমলনাৰায়ণ দেৱ আৰু চক্ৰেশ্বৰ ভট্টাচাৰ্যৰ নেতৃত্বত সোনকালেই জয়ন্তীয়ে অসমীয়া সাহিত্য-ক্ষেত্ৰলৈ নতুন সাহিত্য-সোঁত অৰ্থাৎ সামাজিক বাস্তৱতাৰ ঢল আনিবলৈ সক্ষম হয়। এই সাহিত্য-সোঁতকে অসমীয়া সাহিত্যত প্ৰগতিশীল সাহিত্য আন্দোলন বুলি চিহ্নিত কৰা হৈছে। গতিকে জয়ন্তী যুগ বুলি এই প্ৰগতিশীল জয়ন্তী (১৯৪৩ - ৪৬) ৰ সময়খিনিক চিহ্নিত কৰাতো যুক্তি সন্মত কথা হ'ব।

আমি ইতিমধ্যে উল্লেখ কৰি আহিছোঁ যে ৰঘুনাথ চৌধাৰী সম্পাদিত জয়ন্তীৰ অন্তিম সংখ্যাটো প্ৰকাশ পায় ১৯৪২ চনৰ অক্টোবৰত (কাতি, ১৮৬৪ শক)। ইয়াৰ পাছত এবছৰ কাল জয়ন্তীৰ প্ৰকাশ বন্ধ হৈ থাকে। ১৯৪৩ চনৰ নৱেম্বৰৰ (আঘোণ, ১৮৬৫ শক) পৰা নতুন সম্পাদকৰ সংযোগত আলোচনীখন পুনৰ প্ৰকাশ পাবলৈ ধৰে। এই সম্পৰ্কত জয়ন্তীৰ অন্যতম সম্পাদক আৰু প্ৰকাশক চক্ৰেশ্বৰ ভট্টাচাৰ্যই পৰৱৰ্তী কালত লিখা এই কথাখিনিলৈ দৃষ্টি নিক্ষেপ কৰিলে এই আলোচনীৰ পুনৰ প্ৰকাশৰ নেপথ্যৰ কথা বুজিব পৰা যাব ঃ

> এদিন কাৰ ঘৰত মনত নাই এখন অসমীয়া বাতৰি কাকত হাতত পৰে। বাতৰি কাকত খনৰ প্ৰতিষ্ঠাতা অসমীয়া সংস্কৃতি সাধকসকলৰ ভিতৰতে প্ৰাতঃস্মৰণীয়। অথচ যুদ্ধ যুগৰ ৰাইজৰ উদাসীনতালৈ লক্ষ্য ৰাখি আৰু সেই সময়ৰ প্ৰভুসকলৰ পৰা অলপ অচৰপ প্ৰসাদ পোৱাৰ লোভেৰে কাকতখনৰ সম্পাদকীয় স্তম্ভত এনেধৰণৰ মন্তব্য কৰা হয় ঃ "হে চাৰ চাদুল্লা, শ্ৰীমন্ত শংকৰৰ পিচতে আপুনিয়ে অসমীয়া সংস্কৃতিৰ গুৰিয়াল। আপোনাৰ ওপৰতে অসমীয়া সাহিত্য সংস্কৃতিৰ ভৱিষ্যত নিৰ্ভৰ কৰিছে"। কাকতখনৰ প্ৰতিলিপি নথকাত মূল পাঠত মোৰ এতিয়া ভুল হ'ব পাৰে, কিন্তু সম্পাদকীয় মন্তব্যৰ সুৰটো যে এনে ধৰণৰ আছিল তাত মোৰ অকণো সন্দেহ নাই। বাতৰি কাকতখনৰ প্ৰতিলিপিটো লৈ মই সেই সময়ৰ অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ সঞ্চালক কমলনাৰায়ণজীৰ ওচৰলৈ যাওঁ। কমলনাৰায়ণজীয়ে তেওঁৰ নিজা ফাইলৰ পৰাও বাতৰি কাকতখনৰ প্ৰবন্ধটো উলিয়াই দিয়ে। তেখেঁ আগতেই এই কথা ফাকিত ৰঙা পেঞ্চিলেৰে দাগ দি থৈছে ! ........... অসমীয়া বাতৰি কাকতখনৰ সম্পাদকীয় প্ৰবন্ধটোৱে আমাৰ সেই সময়ৰ তৰুণ মনত আকস্মিক ভাবে আঘাত কৰে আৰু তাৰ ফলতে কমলনাৰায়ণজী আৰু মোৰ যুটীয়া সম্পাদনাত জয়ন্তী কাকতখন নতুন ৰূপেৰে প্ৰকাশ পায়। ভবানন্দ দত্তই স্বেচ্ছাৰে, উদাৰ ভাবে আমাৰ লগত সহযোগিতা

কৰে।[৭]

ওপৰৰ উদ্ধৃতিৰ পৰা এইটো স্পষ্ট হয় যে সমসাময়িক অসমীয়া কাকতৰ আদৰ্শহীন আৰু ব্যক্তিস্বাৰ্থ পূৰণৰ বাবে তৎপৰ হোৱা ৰূপ প্ৰত্যক্ষ কৰি দুজন আদৰ্শবাদী তৰুণ লেখকে তাৰ বিৰুদ্ধে সংগ্ৰাম চলোৱাৰ মানসেৰে জয়ন্তী আলোচনী নতুন ৰূপত প্ৰকাশ কৰে। 'নতুন ৰূপ' মানে হ'ল ৰঘুনাথ চৌধাৰীৰ জয়ন্তীৰ 'জাতীয়তাবাদী' ৰূপৰ পৰিবৰ্তে সাম্যবাদী আদৰ্শৰ সমৰ্থক হিচাপে জয়ন্তীক সজাই তোলা। এইদৰে জাতীয়তাবাদী জয়ন্তী প্ৰগতিশীল অৰ্থাৎ সাম্যবাদী হৈ পৰে।

কমলনাৰায়ণ দেৱ আৰু চক্ৰেশ্বৰ ভট্টাচাৰ্য্যৰ যুটীয়া সম্পাদনাত জয়ন্তীৰ ৬ষ্ঠ বছৰৰ (প্ৰগতিশীল জয়ন্তীৰ প্ৰথম বছৰৰ) প্ৰকাশ আৰম্ভ হয় ১৯৪৩ চনৰ নৱেম্বৰৰ (আঘোণ, ১৮৬৫ শক) পৰা। ৰঘুনাথ চৌধাৰী সম্পাদিত জয়ন্তী প্ৰথমতে আছিল "সচিত্ৰ পষেকীয়া আলোচনী", পঞ্চম বছৰৰ প্ৰথম-দ্বিতীয় যুক্ত সংখ্যাৰ পৰা হ'ল "মাহেকীয়া আলোচনী", আৰু ৬ষ্ঠ বছৰ প্ৰথম সংখ্যাৰ পৰা নতুন সম্পাদকৰ তত্ত্বাৱধানত ই হৈ পৰিল "চৰৈবেতি চৰৈবেতি" [৮] মূলমন্ত্ৰ লৈ প্ৰকাশ পোৱা 'সাহিত্য-সংস্কৃতিমূলক মাহেকীয়া আলোচনী'।

পষেকীয়া জয়ন্তীৰ ২৩ × ১৭.৫ বৰ্গ ছেঃমিঃ জোখৰ বেটুপাতৰ ওপৰৰ পিনে ৮ ছে. মি. ঠাইত জে. বৰুৱাই অংকন কৰা চিত্ৰ ঃ উমানন্দ টিলাৰ সৈতে ব্ৰহ্মপুত্ৰ, দূৰৈত সূৰ্যোদয়, ইপাৰত ম'হৰ শিঙা বজোৱা কিশোৰ আৰু গোটেই দৃশ্যৰ ওপৰত ডাঙৰ হৰফত আলোচনীখনৰ নাম 'জয়ন্তী' অংকিত। তলৰ পিনে, বেটুপাতৰ বাকি অংশত ছপোৱা হৈছে - 'কাকতৰ জান জাননী' [৯], অৰ্থাৎ বিজ্ঞাপন। 'জাননী' নাথাকিলে সেই ঠাই দখল কৰে মহৎ গ্ৰন্থ (যেনে - নামঘোষা) বা মহৎলোকৰ বাণীয়ে। কেতিয়াবা তাত মহৎলোকৰ ছবিও ছপোৱা হয় (যেনে ৫ম বছৰৰ ৭ম সংখ্যাত — কাতি, ১৮৬৪, মহাত্মা গান্ধীৰ ছবি ছপোৱা হৈছে।)

প্ৰগতিশীল জয়ন্তীৰো প্ৰথম ছটা সংখ্যাৰ (৬ষ্ঠ বছৰ, ৬ষ্ঠ সংখ্যালৈ) বেটুপাতত সামান্য পৰিবৰ্তন কৰি উক্ত ছবি অৰ্থাৎ পষেকীয়া জয়ন্তীৰ বেটুপাতৰ চিত্ৰটিকে ছপোৱা হৈছিল। বেটুপাতত বিজ্ঞাপনো ছপোৱা হৈছিল। কিন্তু সপ্তম-অষ্টম যুক্ত সংখ্যাটোৰ পৰা বেটুপাতত দেখা যায় ৩/২/৪৪ তাৰিখে শিল্পী 'ইন্দ্ৰ'ই

অঁকা পূৰ্ণ পৃষ্ঠা জোৰা মন আকৰ্ষণ কৰা চিত্ৰ ঃ হাতত প্ৰজ্বলিত বন্তি আৰু ত্ৰিৰংগ পতাকা লৈ এহাল দম্পতি আগুৱাই গৈছে - ঘাঁহ, শিলেৰে ভৰা পথেৰে। দ্বি-বস্ত্ৰা নাৰীৰ প্ৰসাৰিত বাওঁ হাতত প্ৰজ্বলিত বন্তি, সোঁহাত গিৰীয়েকৰ ককালত। পুৰুষজনৰ হাতত আছে ভাৰতৰ যঁতৰ অংকিত জাতীয় পতাকা। ওপৰৰ পিনৰ সোঁ চুকত কাকতখনৰ নামাংকিত হৈছে।

চালে চকু ৰোৱা বেটুপাতৰ এই চিত্ৰই জ্ঞানৰ পোহৰেৰে উদ্ভাসিত হৈ দেশবাসীয়ে প্ৰগতি-পথত খোজ দিয়াৰ সপোনকে প্ৰকাশ কৰিছে। যঁতৰ অংকিত পতাকাই ইতিমধ্যে চলি থকা দেশৰ স্বাধীনতা সংগ্ৰামৰ প্ৰতি জয়ন্তীৰ সমৰ্থনৰ কথাকে দোহাৰিছে। উল্লেখযোগ্য যে জয়ন্তীৰ পৰৱৰ্তী সকলোবোৰ সংখ্যাৰ বেটুপাতত এই চিত্ৰ ছপোৱা হৈছিল।

সময়ৰ লেখেঁৰে প্ৰগতিশীল জয়ন্তী[১০(ক)] নৱেম্বৰ, ১৯৪৩ ৰ পৰা এপ্ৰিল, ১৯৪৬ অলৈ — এই দুই বছৰ পাঁচমাহ কাল জীয়াই আছিল। সংখ্যাৰ হিচাপত মুঠ ২৯ টা সংখ্যা ওলাব লাগিছিল, কিন্তু ওলাইছিল মাত্ৰ ১৬ টা সংখ্যাহে। ষষ্ঠ বছৰ (১৯৪৩-৪৪)অৰ্থাৎ প্ৰগতিশীল ৰূপৰ প্ৰথম বছৰত প্ৰকাশ পাইছিল মুঠ ১০ টা সংখ্যা। এই বছৰত দুটা যুক্ত সংখ্যা ওলায় ঃ ৭ম + ৮ম আৰু ১০ম +১১শ। কিন্তু, প্ৰধানতঃ মহাযুদ্ধই সৃষ্টি কৰা কাগজৰ অনাটনৰ বাবে ৭ম বছৰত (প্ৰগতিশীল ৰূপত দ্বিতীয় বছৰত) জয়ন্তীৰ প্ৰকাশ তেনেই অনিয়মীয়া হৈ পৰে। ১৯৪৫ চনটোত প্ৰকাশ পায় মাত্ৰ তিনিটা সংখ্যা। সেইদৰে ১৯৪৬ চনতো (এপ্ৰিললৈকে) মুঠ তিনিটা সংখ্যা প্ৰকাশ পোৱাৰ পাছত হঠাতে সম্পাদক কমলনাৰায়ণ দেৱৰ মৃত্যুহোৱাত ইয়াৰ প্ৰকাশ একেবাৰে বন্ধ হৈ যায়।

মাত্ৰ ১৬ টা সংখ্যা প্ৰকাশ পোৱা, কিন্তু এইকেইটা সংখ্যাৰ জৰিয়তে জয়ন্তীয়ে অসমীয়া সাহিত্য-ক্ষেত্ৰলৈ প্ৰথমবাৰৰ কাৰণে প্ৰগতিশীল ভাৱধাৰাৰ ঢল আনে। তলত এই আলোচনীখনৰ সংখ্যাবোৰৰ প্ৰকাশৰ সময়-নিৰূপক তালিকা এখন তুলি ধৰা হ'ল ঃ

## প্ৰগতিশীল 'জয়ন্তী' (১৯৪৩ - ৪৬)

যুটীয়া সম্পাদক ঃ কমলনাৰায়ণ দেৱ আৰু চক্ৰেশ্বৰ ভট্টাচাৰ্য্য

| বছৰ | সংখ্যা | প্ৰকাশৰ সময় |
|---|---|---|
| ষষ্ঠ (প্ৰগতিশীল ৰূপত প্ৰথম বছৰ) | ১ | আঘোণ, ১৮৬৫ শক, (নৱেম্বৰ-ডিচেম্বৰ, ১৯৪৩ চন) |
| | ২ | পুহ, ১৮৬৫ শক, (ডিচেম্বৰ-জানুৱাৰী, ১৯৪৩ চন) |
| | ৩ | মাঘ, ১৮৬৫ শক, (জানুৱাৰী-ফেব্ৰুৱাৰী, ১৯৪৪ চন) |
| | ৪ | ফাগুন, ১৮৬৫ শক, (ফেব্ৰুৱাৰী-মাৰ্চ, ১৯৪৪ চন) |
| | ৫ (ৰঙালী বিহু সংখ্যা) | চ'ত, ১৮৬৫ শক, (মাৰ্চ-এপ্ৰিল, ১৯৪৪ চন) |
| | ৬ | বহাগ, ১৮৬৬ শক, (এপ্ৰিল-মেই, ১৯৪৪ চন) |
| | ৭+৮ | জেঠ-আহাৰ, ১৮৬৬ শক, (জুন-জুলাই, ১৯৪৪ চন) |
| | ৯ | শাওণ, ১৮৬৬ শক, (জুলাই-আগষ্ট, ১৯৪৪ চন) |
| | ১০+১১ | ভাদ-আহিন, ১৮৬৬ শক, (ছেপ্তেম্বৰ-অক্টোবৰ, ১৯৪৪ চন) |
| | ১২ | কাতি, ১৮৬৬ শক, (অক্টোবৰ-নৱেম্বৰ, ১৯৪৪ চন) |
| সপ্তম (প্ৰগতিশীল ৰূপত দ্বিতীয় বছৰ) | ১* | বহাগ, ১৮৬৭ শক (এপ্ৰিল-মেই, ১৯৪৫ চন) |
| | ২* | জেঠ, ১৮৬৭ শক, (মেই-জুন, ১৯৪৫ চন) |
| | ৩ | আহাৰ, ১৮৬৭ শক, (জুন-জুলাই, ১৯৪৫ চন) |
| | ৪* | মাঘ, ১৮৬৭ শক, (জানুৱাৰী-ফেব্ৰুৱাৰী, ১৯৪৬ চন) |
| | ৫* | ফাগুন, ১৮৬৭ শক, (ফেব্ৰুৱাৰী-মাৰ্চ, ১৯৪৬ চন) |
| | ৬* | চ'ত, ১৮৬৭ শক, (মাৰ্চ-এপ্ৰিল, ১৯৪৬চন) |

* এই সংখ্যাবোৰৰ কপি আমি দেখা নাই। পৰোক্ষ প্ৰমাণৰ ওপৰত ভিত্তি কৰি এইবোৰৰ প্ৰকাশৰ সময় নিৰূপণ কৰা হৈছে।

কমলনাৰায়ণ দেৱৰ মৃত্যুৰ পাছত চক্ৰেশ্বৰ ভট্টাচাৰ্যই আলোচনীখন বৰ্তাই ৰাখিবলৈ চেষ্টা চলাই যদিও তেওঁ সফল নহ'ল।[১০(খ)] ৰঘুনাথ চৌধাৰী সম্পাদিত পৰেকীয়া জয়ন্তীৰ নিয়মীয়া লেখক শুক্ৰেশ্বৰ বৰাৰ সম্পাদনাত স্বাধীনোত্তৰ কালত, ১৯৫২ চনৰ আক্টোবৰৰ (কাতি, ১৮৭৪ শক) পৰা মাহেকীয়া জয়ন্তীৰ পুনৰ প্ৰকাশ আৰম্ভ হয়। কিন্তু ই আৰু আগৰ গৰিমা অক্ষুণ্ণ ৰাখিবলৈ সক্ষম নহ'ল।

জয়ন্তীৰ সংঘাতপূৰ্ণ জীৱন-কালত পাঁচ জন সম্পাদকৰ দ্বাৰা ই সম্পাদিত হয়।[১১] কিন্তু অসমীয়া সাহিত্যত 'যুগ' সৃষ্টিৰ কৃতিত্ব কেৱল দুগৰাকী সম্পাদকৰ : কমলনাৰায়ণ দেৱ আৰু চক্ৰেশ্বৰ ভট্টাচাৰ্য্যৰ। কিয়নো, সময়ৰ আহ্বানৰ প্ৰতি লক্ষ্য ৰাখি, এই দুগৰাকী সম্পাদকে অলীক কল্পনাৰ মায়া - জাল গুঁঠা ৰোমান্টিকতাৰ বিৰোধিতা কৰি অসমীয়া সাহিত্য-ক্ষেত্ৰলৈ প্ৰথম বাৰৰ কাৰণে প্ৰগতিশীল আৰু বাস্তৱবাদৰ ঢল আনে । ফলত অসমীয়া সাহিত্যত ৰোমান্টিক যুগৰ অন্ত পৰে, আৰম্ভ হয় প্ৰগতিশীল, সাম্যবাদী সাহিত্যৰ যুগ।এই সম্পাদক দুগৰাকীৰ নেতৃত্বতে গঠিত হৈ পৰে প্ৰগতিশীল, সাম্যবাদী সাহিত্যিকগোষ্ঠী। জয়ন্তীৰ পাতত আত্মপ্ৰকাশ কৰি ক্ৰমে শক্তিশালী লেখকগোষ্ঠীত পৰিণত হোৱা লেখকসকলৰ ভিতৰত আছিল —হেম বৰুৱা, কেশৱ মহন্ত, অমূল্য বৰুৱা, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য, উগ্ৰ কটকী, (আনন্দেশ্বৰ শৰ্মাৰ ছদ্মনাম) অজিত বৰুৱা, সদা চলিহা আদি।

উক্ত সম্পাদক দুগৰাকীৰ উপৰি এই লেখকসকলক বাট দেখুৱাই আগবঢ়াই নিয়ে মাৰ্ক্সবাদী বুদ্ধিজীৱী -লেখক ভবানন্দ দত্তই। 'নচিকেতা' ছদ্মনামেৰে 'ৰাজপথ' শীৰ্ষক কবিতা লিখি প্ৰগতিশীল জয়ন্তীৰ প্ৰথম সংখ্যাতে আত্মপ্ৰকাশ কৰা ভবানন্দ দত্তৰ দ্বাৰা প্ৰভাৱিত হৈ, গণেশ গগৈ, ৰত্নকান্ত বৰকাকতি, দেৱকান্ত বৰুৱা আদিক অনুকৰণ কৰি ৰোমান্টিক কবিতাৰ আখৰা চলোৱা ছাত্ৰ- কবি অমূল্য বৰুৱাই প্ৰগতিশীল পথ লোৱাৰ কথা ভবানন্দ দত্তই নিজে উল্লেখ কৰিছে :

> জয়ন্তীৰ প্ৰথম সংখ্যাতেই প্ৰকাশিত 'নচিকেতা'ৰ 'ৰাজপথ' কবিতাৰ অনুভূতিয়ে অমূল্য বৰুৱাৰ অন্তৰত উমাই থকা বিপ্লৱী অনুভূতিক সঙ্গ দান কৰিছিল আৰু সেই কবিতাৰ প্ৰতিধ্বনি হিচাপে উক্ত কবিতাটো ("আন্ধাৰৰ হাহাকাৰ") এখন সুদীৰ্ঘ চিঠিৰে সৈতে

সম্পাদকলৈ পঠাইছিল আৰু ই জয়ন্তীৰ দ্বিতীয় সংখ্যাত [১২] প্ৰকাশিত হয়। কিন্তু চিঠিখন অপ্ৰকাশিত অৱস্থাতেই সম্পাদকীয় ফাইলৰ লগত নিঃচিহ্ন হৈ গ'ল। সেই চিঠিখনত অমূল্য বৰুৱাৰ অন্তৰৰ বহু কথাই আছিল।[১৩]

প্ৰগতিশীল সাহিত্যৰ বিষয়-বস্তু আৰু শৈলী কেনে হ'ব লাগে, তাক সম্পাদক কমলনাৰায়ণ দেৱে প্ৰগতিশীল জয়ন্তীৰ তৃতীয় সংখ্যাতে তৰুণ লেখক সকলক আৰ্হি সহিতে বুজাই দিবলৈ চেষ্টা চলাইছিল। উক্ত সংখ্যাটোত প্ৰকাশিত "প্ৰগতিশীল কবিতাৰ টেক্‌নিক্" নামৰ প্ৰবন্ধটিত তেওঁ লিখিছিল যে সাহিত্য যুগৰ উপযোগী হোৱা উচিত। তৰুণ লেখকসকলে পৰম্পৰাগত ভাব-ভাষা-ছন্দ-অলংকাৰৰ মাজত আবদ্ধ হৈ নাথাকি সময় আৰু সমাজৰ প্ৰতি লক্ষ্য ৰাখি নতুনৰ সন্ধান কৰা উচিত- যাতে তেওঁলোকৰ ৰচনাত ফুটি উঠে নিৰ্যাতিত আৰু শোষিত জনতাৰ জীৱনৰ স্বৰূপ ঃ

> সাহিত্যৰ পুৰণি 'প্ৰয়োগশালা'ত দীক্ষা লৈ সাহিত্য সৃষ্টি কৰাতকৈ যুগৰ ডাঙৰ অপমান বোধহয় আৰু হ'ব নোৱাৰে। সংক্ৰান্তি কালৰ কবি-সাহিত্যিক সকলৰ অনুকৰণত অকল লুইত, নাৱৰীয়া, কেঁচা সোণ, ডালিমী, ফুলনি, চৰাই, নীৰৱ-বীণা, কেতেকী, মানসী, জল-কুঁৱৰী, ফুল কোঁৱৰ, ৰূপ-কোঁৱৰ, সপোন সুন্দৰী, বিৰহী, বিহুৱান, নিৰাশা, অচিন পখী, অজান বাতৰি, অভিসাৰ, যৌন নিবেদন আদিক লৈ ব্যস্ত থকাটো নতুন সৃষ্টিধৰ্মী প্ৰতিভাৰ বাবে আত্ম-প্ৰৱঞ্চনা। এই যুগ বিৰোধী পৰম্পৰাগত, সঙ্কুচিত, গতানুগতিক, কাব্যিক-কুসংস্কাৰবোৰৰ প্ৰতি জলাঞ্জলি অৰ্পণ কৰি কাব্য ক্ষেত্ৰত চিৰকাল উপেক্ষিত অকিঞ্চিৎকৰ, নগণ্য, নতুন প্ৰতীকবোৰক লৈ নতুন প্ৰয়োগশালা স্থাপিত কৰিব লাগিব। এই নতুন নতুন প্ৰতীকবোৰৰ মাজেদি ফুটাই তুলিব লাগিব নিৰ্য্যাতিত, উপেক্ষিত, লাঞ্চিত, শোষিত, সৰ্বহাৰা, দুৰ্ভগীয়া জনগণৰ বাস্তৱিক ৰূপ, অসন্তুষ্ট আশা আৰু নিষ্পেষিত আকাংক্ষা। [১৪]

উল্লেখযোগ্য যে কমলনাৰায়ণে প্ৰগতিশীল সাহিত্যৰ লক্ষণ, বৈশিষ্ট্য আৰু যুগ-উপযোগিতা সম্পৰ্কে আলোচনা কৰি " এজন অসমীয়া তৰুণ কবিৰ আধুনিকতম টেকনিকত লিখা এটা কবিতা উদাহৰণ স্বৰূপে" পাঠকলৈ আগবঢ়াইছিল। সেই কবিতাটি আছিল 'দেৱানাংপ্ৰিয়'ৰ [১৫] 'মাথোন এখন নোট'।

এইদৰে, জয়ন্তীয়ে অসমীয়া সাহিত্যক ৰোমাণ্টিকতাৰ পৰা মুক্ত কৰি বাস্তৱবাদী, প্ৰগতি শীল পথেৰে আগবঢ়াই নিবলৈ চেষ্টা চলাইছিল। জয়ন্তীৰ এনে কৰ্মই সেই সময়ৰ লেখক আৰু পাঠক সমাজত আলোড়নৰ সৃষ্টি কৰিছিল। কিয়নো সাহিত্যৰ বিষয়-বস্তু আৰু শৈলী সম্পৰ্কে সাধাৰণ লেখক আৰু পাঠকৰ যি ধাৰণা আছিল, জয়ন্তীৰ সাহিত্যই সেই ধাৰণা ওলট-পালট কৰি পেলাইছিল। বেশ্যা, কুকুৰ, ডাষ্টবিন আদিক লৈও যে কবিতা ৰচিত হ'ব পাৰে - এই কথা সেই সময়ৰ সাধাৰণ মানুহে ভাবিবই পৰা নাছিল। সেইকাৰণে সেইবোৰ বিষয়-বস্তুক লৈ সাহিত্য-চৰ্চা কৰিবলৈ লোৱা 'জয়ন্তী' বহুতৰ কাৰণে অস্পৃশ্য স্বৰূপ হৈ পৰিছিল। কিন্তু সময় আছিল জয়ন্তীৰ সপেক্ষে। সেইবাবেই জয়ন্তীৰ সাহিত্য-প্ৰচেষ্টা সফল হৈছিল, সৃষ্টি কৰিবলৈ সক্ষম হৈছিল এদল তৰুণ প্ৰগতিশীল লেখক।

## পছোৱাৰ প্ৰকাশ ঃ
## জয়ন্তীৰ আন্দোলনক বিশেষ আয়তন দান

প্ৰগতিশীল জয়ন্তীৰ এগৰাকী উল্লেখযোগ্য কবি, অধ্যাপক হেম বৰুৱাৰ সম্পাদনাত, "গুৱাহাটী, আসাম প্ৰেছত, শ্ৰীপ্ৰহ্লাদ কুমাৰ বৰুৱাৰ দ্বাৰা মুদ্ৰিত আৰু প্ৰকাশিত" মাহেকীয়া সাহিত্য-আলোচনী পছোৱাৰ প্ৰকাশ আৰম্ভ হয় ১৯৪৮ চনৰ জুন মাহৰ পৰা। এই আলোচনীৰ "বছৰেকীয়া বৰঙণি ১১ টকা, ছমহীয়া ৫।।০ টকা (৫.৫০ টকা), প্ৰতি সংখ্যা ১ টকা।" [১৬]

পছোৱা মাত্ৰ এবছৰহে জীয়াই আছিল — জুন, ১৯৪৮ ৰ পৰা মে' ১৯৪৯ লৈকে। এই এবছৰীয়া জীৱন কালত ইয়াৰ মাত্ৰ দহোটা সংখ্যা ওলাইছিল। তলত এই সংখ্যাবোৰৰ প্ৰকাশৰ সময়-নিৰূপক তালিকা এখন দাঙি ধৰা হ'ল ঃ

পছোৱা (১৯৪৮ - ৪৯), সম্পাদক ঃ হেম বৰুৱা।

| বছৰ | সংখ্যা | প্ৰকাশৰ সময় |
|---|---|---|
| প্ৰথম | ১ | জুন, ১৯৪৮ |
| | ২ | জুলাই, ১৯৪৮ |
| | ৩ | আগষ্ট, ১৯৪৮ |
| | ৪ | ছেপ্তেম্বৰ, ১৯৪৮ |
| | ৫ | অক্টোবৰ, ১৯৪৮ |
| | ৬ | নৱেম্বৰ, ১৯৪৮ |
| | ৭ | ডিচেম্বৰ, ১৯৪৮ |
| | ৮ | জানুৱাৰী, ১৯৪৯ |
| | ৯ | ফেব্ৰুৱাৰী, ১৯৪৯ |
| | ১০ | মে', ১৯৪৯ |

মাহেকীয়া পছোৱা প্ৰথম বছৰ নৱম সংখ্যালৈকে নিয়মিত ভাবে প্ৰকাশ পায়। নৱম সংখ্যা প্ৰকাশ পোৱাৰ পাছত দুমাহ ইয়াৰ প্ৰকাশ বন্ধ হৈ থাকে। দশম সংখ্যাটো ওলায় ১৯৪৯ চনৰ মে' মাহত। অৱশ্যে মে', ১৯৪৯ সংখ্যাটোৰ কেইটামান পৃষ্ঠাত 'দশম সংখ্যা' বুলি উল্লেখ আছে যদিও অন্য পৃষ্ঠাবোৰত 'দ্বাদশ সংখ্যা' বুলিহে উল্লেখ আছে। হয়তো সময়ৰ হিচাবত সেই চনৰ (১৯৪৯) মে' মাহত দ্বাদশ সংখ্যাহে প্ৰকাশ পাব লাগিছিল কাৰণেই এনে বিভ্ৰান্তি। যি নহওক এই সংখ্যা প্ৰকাশ পোৱাৰ পাছত আৰু সময়ৰ লেখেৰে এবছৰ পূৰ্ণ হোৱাত পছোৱা বন্ধ হৈ যায়।

জয়ন্তীৰ প্ৰকাশ বন্ধ হৈছিল যুদ্ধই সৃষ্টি কৰা নাটনি আৰু গ্ৰাহকৰ পৰা পাব লগা ধন নোপোৱাৰ বাবে। কিন্তু পছোৱা বন্ধ হোৱাৰ প্ৰধান কাৰণ আছিল উপযুক্ত

লেখাৰ অভাব। প্ৰথম বছৰ ষষ্ঠ সংখ্যাত সম্পাদকৰ গোহাৰিত আছে ঃ

> প্ৰবন্ধ, গল্প, কবিতা, আদিৰ অভাৱত পছোৱা চলোৱা বৰ টান হৈ পৰিছে। আমি আন ঠাইৰ পৰা সৰহীয়াকৈ ভাণ্ডি দিবলৈ বেয়া পাওঁ। অন্ততঃ পছোৱাৰ অধিকাংশ বস্তু আমাৰ লেখক-লেখিকাৰ পৰা পাবলৈ আমি আশা কৰোঁ।

এবছৰীয়া জীৱন-কালৰ পছোৱাত প্ৰায় ত্ৰিশ গৰাকী কবিৰ দুকুৰি এটা মৌলিক কবিতা আৰু সোতৰজন গল্পকাৰৰ একুৰি দুটা গল্প প্ৰকাশ হৈছিল। অনূদিত কবিতা আৰু গল্প প্ৰকাশ পাইছিল ক্ৰমে দুটা, আৰু এঘাৰটা।

পছোৱাৰ কবিসকলৰ ভিতৰত উল্লেখযোগ্য কেইগৰাকী হ'ল - নৱকান্ত বৰুৱা, হেম বৰুৱা, বীৰেন বৰকটকী, হৰি বৰকাকতি, চক্ৰেশ্বৰ ভট্টাচাৰ্য্য, নলিনীধৰ ভট্টাচাৰ্য্য আৰু বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য। গল্প লেখকসকলৰ ভিতৰত উল্লেখযোগ্য হ'ল আব্দুল মালিক, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য, চন্দ্ৰ প্ৰসাদ শইকীয়া আৰু যোগেশ দাস।

পছোৱাৰ প্ৰথমটো সংখ্যাৰ আৰম্ভণিতে মটো (Motto) হিচাপে ছপোৱা ভৱপ্ৰসাদ ৰাজখোৱাৰ এই ফাকি কবিতাই ইয়াৰ প্ৰগতিশীল চৰিত্ৰৰ আভাস দিয়েঃ

আজি এই আবেলি বতাহে কই গ'ল আহিছে পছোৱা, সাৱধান  
ধনীৰ দুলাল; ধন ঢালি মিছা সভ্যতাৰ মিছাৰেই সঁচা বন্দী কৰা,  
সজা ভাণ্ডি-পখিটি ওলাল।

কিন্তু জয়ন্তী আৰু পছোৱাৰ চৰিত্ৰৰ মাজত পাৰ্থক্য আছিল। জয়ন্তী আছিল সাম্যবাদী, আনহাতে পছোৱা আছিল সমাজবাদী গণতান্ত্ৰিক। জয়ন্তীৰ দৰে পছোৱাই অগ্ৰজ ৰোমান্টিক লেখকসকলক গণ-সাহিত্যৰ ৰচক নহয় বুলি, যুগ -বিৰোধী বুলি ইতিকিং কৰা নাছিল। বৰং উদাৰ দৃষ্টিভংগীৰে সেই ধাৰাৰ সাহিত্যও পছোৱাই আদৰি লৈছিল। সেইবাবে ইয়াত প্ৰকাশ পাইছিল নলিনী দেৱীৰ, মহাত্মা গান্ধীৰ হত্যাত ক্ষোভিত হৈ লিখা ৰোমান্টিক ধাৰাৰ কবিতা - "পৃথিবী কি পালি দান"ঃ

ভাৰতৰ চিৰ গৌৰব ৰবি

হ'ল আজি অৱসান

অহিংস পথৰ গৰিমা লুকাল

শেষ হ'ল অভিযান।[১৭]

পছোৱাৰ সম্পাদক হেম বৰুৱা জয়ন্তী (১৯৪৩-৪৬)ৰ সময়ৰ দৰে সাম্যবাদী আৰু হৈ থকা নাছিল। তেওঁৰ ৰাজনৈতিক চিন্তাৰ ক্রমে পৰিবর্তন আনিছিল প্রধানকৈ দেশৰ স্বাধীনতাৰ ৰেঙণি আৰু জয়প্রকাশ নাৰায়ণ, ৰামমনোহৰ লোহিয়া, অৰুণা আচফ আলি, আৰু জৱাহৰলাল নেহৰুৰ প্রভাৱে। ফলত জয়ন্তীৰ শক্তিশালী সাম্যবাদী কবি হেম বৰুৱাক পছোৱাৰ সময়ত দেখা গ'ল সমাজবাদী গণতান্ত্রিক হিচাপে।

তথাপি পছোৱা তথা হেম বৰুৱাক আমি 'প্রগতিশীল" বুলিছোঁ। ইয়াৰ কাৰণ হ'ল : সমাজবাদী গণতান্ত্রিক সকল মার্ক্সবাদৰ সমর্থক নহলেও তেওঁলোকে সমাজৰ পৰা অসাম্য বা শ্রেণী-বৈষম্য আঁতৰাই সমাজবাদী সমাজৰ প্রতিষ্ঠাৰ হকে কাম কৰে। অৱশ্যে, সোঁপন্থী আৰু বুর্জোৱা শ্রেণীয়ে মার্ক্সবাদত ব্যক্তি-স্বাধীনতা নাই বুলি আস্ফালন কৰাৰ দৰে পছোৱায়ো এই দর্শনক একে কাৰণতে সমর্থন কৰিব পৰা নাছিল। এই সম্পর্কত স্বয়ং সম্পাদকৰ এই মন্তব্য চাবলগীয়া :

> বর্ত্তমান জগতত ব্যক্তিবাদ ধ্বংস পাইছে। তাৰ ঠাইত সমাজবাদৰ সৃষ্টি হৈছে। ৰাষ্ট্রই ব্যক্তিৰ জীৱনৰ বহুখিনি অধিকাৰ কৰিছে। এইখিনিতেই অৱশ্যে এটা পার্থক্যই দেখা দিয়ে। কমিউনিষ্ট ৰাষ্ট্রত ব্যক্তি আৰু সমাজৰ সম্বন্ধ বল প্রয়োগেৰে কৰা হয় ; সমাজতান্ত্রিক সমাজত ই স্বতঃস্ফূর্ত্ত আৰু মুক্ত। ব্যক্তি স্বাধীনতাই ব্যক্তিক প্রকাশ আৰু বিকাশ, উভয়ৰে সুবিধা দিয়ে।[১৮]

মার্ক্সবাদৰ লগত মৌলিক পার্থক্য থাকিলেও সমাজবাদী দর্শনৰো মূল উদ্দেশ্য শ্রেণীহীন সমাজ প্রতিষ্ঠা কৰা, য'ত শাসক-শোষকে দৰিদ্র শ্রেণীৰ ওপৰত কোনো ধৰণৰ শোষণ চলাব নোৱাৰিব, জমিদাৰী প্রথা উঠি যাব আৰু খেতিয়ক সকল মাটিৰ গৰাকী হ'ব। সমাজবাদীৰ বিশ্বাস : সমাজক অক্টোপাছৰ দৰে খামুচি ধৰা

শ্ৰেণী-বৈষম্যৰ কালিমা আঁতৰি যাব— ঔদ্যোগিক আৰু কৃষি ক্ষেত্ৰৰ পৰা পুঁজিপতিক আঁতৰাব পাৰিলে।

> The Indian Socialists want to establish an egalitarian society in the country by abolishing the existing inequalities based on the caste and class. In the industrial field, they want the gradual abolition of private property. In the agricultural field, this requires the abolition of the zamindari system and re-distribution of land with the object of breaking up the big holdings and making the smaller holdings economically productive.[১১]

পছোৱাত প্ৰকাশ পোৱা জয়প্ৰকাশ নাৰায়ণৰ অনূদিত প্ৰবন্ধ এটিত সমাজবাদী সকলৰ লক্ষ্য সম্পৰ্কত কোৱা হৈছে যে সমাজৰ পৰা দৰিদ্ৰতা আৰু শোষণ দূৰ কৰাতো সমাজবাদী সকলৰ প্ৰধান কৰ্তব্য ; আত্ম-বিকাশৰ বাবে সমাজৰ সকলোকে সমান সুযোগ-সুবিধা দিয়াৰ হকে সমাজতন্ত্ৰবাদে মাত মাতে ঃ

> সমাজতন্ত্ৰবাদৰ উদ্দেশ্যসমূহ হৈছে -দৰিদ্ৰতা আৰু শোষণ দূৰীকৰণ, আত্ম-বিকাশ সাধন হেতু সকলোৰে বাবে সমান সুযোগ সুবিধাৰ ব্যৱস্থা, সমাজৰ নৈতিক আৰু ৱাস্তৱিক সম্পদৰাশিৰ পূৰ্ণ বিকাশৰ সুবিধা আৰু লাভালাভৰ পৰিমাণ অনুযায়ী এই সম্পদৰাশিৰ ব্যৱহাৰ নকৰি সমগ্ৰ সমাজৰ আৱশ্যকতা আৰু আকাংক্ষা অনুসাৰে ব্যৱহাৰ কৰা, যি সকলে সমাজ সেৱাৰেহে পৰিশ্ৰম কৰে সেইসকলৰ মাজত সকলো জাতীয় সম্পদ তথা সামাজিক, শিক্ষা বিষয়ক আৰু অন্যান্য বিষয়-বাবসমূহ সমানে বিতৰণ কৰি দিয়া।[২০]

যিহেতু সমাজবাদৰো উদ্দেশ্য সমাজৰ পৰা শ্ৰেণী-বৈষম্য আঁতৰাই শ্ৰেণীহীন, শোষণহীন সমাজ-ব্যৱস্থা প্ৰবৰ্তন কৰা, গতিকে মাৰ্ক্সবাদৰ দৰে এই দৰ্শনকো আমি 'প্ৰগতিশীল' বুলি অভিহিত কৰিব বিচাৰোঁ। এই দুয়োটা চিন্তা-

দৰ্শনৰ মাজত মৌলিক পাৰ্থক্য থাকিলেও সমাজবাদেও মূলতঃ 'সাম্যবাদী' সমাজৰ পোষকতা কৰে। এনে যুক্তিৰ ভেটিত পছোৱাই পৃষ্ঠপোষকতা কৰা সমাজবাদী সাহিত্যক আমি 'প্ৰগতিশীল সাহিত্য' বুলি অভিহিত কৰিছোঁ।

মাৰ্ক্সবাদী সকলে তথাকথিত 'ব্যক্তি-স্বাধীনতা' সামূহিক-স্বাধীনতাৰ অন্তৰ্ভুক্ত হোৱা উচিত বুলি ভাবিছিল। গতিকে তেওঁলোকে পোষকতা কৰা সাম্যবাদী সমাজত 'ব্যক্তি-অধিকাৰ' 'সামাজিক-অধিকাৰ'ত বিলীন হৈ যায়। আনহাতে সমাজবাদী সকল হ'ল গণতান্ত্ৰিক। গতিকে এওঁলোকে বিচৰা সমাজত 'সাম্যবাদ' প্ৰবৰ্তিত হ'লেও এই সাম্যবাদ মাৰ্ক্সবাদী সাম্যবাদ নহয়। তাত মানুহে সীমিত ৰূপত ব্যক্তিগত-অধিকাৰ লাভ কৰে। এই ব্যক্তিগত অধিকাৰকে সমাজবাদীসকলে 'ব্যক্তি-স্বাধীনতা' বুলি কয়। এই 'ব্যক্তি স্বাধীনতা'ক সন্মান জনাই সমাজবাদ প্ৰতিষ্ঠাৰ আন্দোলনত নামি পৰিছিল ভাৰতবৰ্ষৰ সমাজবাদী শিবিৰ। অসমৰ সমাজবাদী নেতা হিচাপে হেম বৰুৱাই অসমৰ সমাজবাদী আন্দোলনৰ নেতৃত্ব দিছিল। অসমীয়া সমাজবাদী-সাহিত্যৰ নেতৃত্বও দিছিল তেখেতে পছোৱাৰ জৰিয়তে।

উল্লেখযোগ্য যে জয়ন্তীয়ে প্ৰগতিশীল সাহিত্যৰ লক্ষণ আৰু সাহিত্য-শিল্পীৰ কৰ্তব্য [21] সম্পৰ্কে যি কথা দোহাৰিছিল তাৰপূৰ্ণ প্ৰতিধ্বনি শুনা যায় পছোৱাৰ বুকুত ঃ

> .......আজি সমস্ত সমাজেই শোষণৰূপী জাতৰ ছেপাত ত্ৰাহি ত্ৰাহি চিঞৰিব লাগিছে। ইয়াক মুক্ত কৰাৰ ভাৰ প্ৰগতিশীল সাহিত্যিকে নিজৰ ওপৰত লোৱা উচিত। মানব মাত্ৰেই এক প্ৰাণী আৰু এই একত্বকে চৰিত্ৰাৰ্থ কৰিবৰ কাৰণেই শোষণহীন সমাজ ব্যৱস্থাৰ আৱশ্যকতা। এই আদৰ্শৰ ভেটিতেই আমি এক নব সংস্কৃতিৰ স্তম্ভ গঢ়িব লাগিব।[22]

শোষণহীন, সাম্যবাদী সমাজৰ স্বপ্ন ফুটি উঠা, জয়ন্তীয়ে প্ৰবৰ্তন কৰা প্ৰগতিশীল কবিতাৰ প্ৰকাশ পছোৱাতো হৈছিল। নলিনীধৰ ভট্টাচাৰ্য্যৰ 'লেম্প পষ্ট', ভৱপ্ৰসাদ ৰাজখোৱাৰ 'সাৱধান ধনীৰ দুলাল', ঘনকান্ত চেতিয়া ফুকনৰ 'যুগ ভেৰী', কিৰণ চন্দ্ৰ শৰ্মাৰ 'সিহঁত আৰু আমি', বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ 'মোৰ মুক্তি নাই' আদি কবিতা ইয়াৰ সুন্দৰ উদাহৰণ। জয়ন্তীৰ প্ৰগতিশীল কবিসকলৰ দৰে পছোৱাৰ

কবি বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যই প্ৰত্যক্ষ কৰিছে শ্ৰেণী-বৈষম্যৰ কদৰ্য্য ৰূপ আৰু শ্ৰেণী-সংঘৰ্ষৰ আৱশ্যকতা ঃ

স্বাধীন দেশত আজি পৰাধীন মই,
মোৰ মুক্তি নাই,
খোৱা, পিন্ধা, থকা ঘৰ বিচাৰি নাপাই,
যতে যাওঁ, ততে পাওঁ
মহাশূন্য এই জীৱনত।
..................................
শোষণৰ কৰুণ কাহিনী,
শুনি ৰিণি ৰিণি
ভৈয়ামৰ দুখীয়াৰ বুকুত সঘনে বাজে
মুক্তিৰ অবিৰাম ধ্বনি। [২৩]

অৱশ্যে, জয়ন্তীয়ে 'ক্ষয়িষ্ণু' চিন্তাৰ বাহক বুলি চিহ্নিত কৰা এলিয়টী ধাৰাৰ প্ৰতীক-চিত্ৰকল্পবাদী কবিতাকো পছোৱাই স্বাগতম জনাইছিল। জয়ন্তীৰ পাতত সাম্যবাদী বা প্ৰগতিশীল কবিতা ৰচনা কৰা হেম বৰুৱাই পছোৱাৰ সময়ৰ পৰা এলিয়টৰ প্ৰতি আকৰ্ষিত হৈ পৰে। গতিকে তেওঁৰ কবিতাও গতি-পথ সলনি কৰি এলিয়টী ঠাঁচৰ হৈ পৰে। এই ধাৰাৰ কবিতা লিখা আন এগৰাকী পছোৱাৰ বিখ্যাত কবি হ'ল নৱকান্ত বৰুৱা।

ওপৰৰ আলোচনাৰ পৰা এইটো স্পষ্ট ভাবে ক'ব পৰা হ'ল যে পছোৱাই জয়ন্তীয়ে প্ৰবৰ্তন কৰা প্ৰগতিশীল সাহিত্য-আন্দোলনটি আগুৱাই নিছিল যদিও এই আন্দোলনক এটি নতুন আয়তন দান কৰিছিল। জয়ন্তীৰ সাম্যবাদী সাহিত্যক এই পত্ৰিকাই স্বাগতম জনাইছিল ; আনহাতে গণতান্ত্ৰিক চিন্তা-চৰ্চা শক্তিশালী হওঁক বুলিয়ে বিশেষ ৰাজনৈতিক দৰ্শন ফুটি নুঠা কিন্তু মানুহৰ চিৰন্তন ভাবানুভূতিৰ অম্বেষণ কৰা সাহিত্যকো এই পত্ৰিকাই আদৰণি জনাইছিল। সেইবাবে, পছোৱাত যিদৰে

প্ৰকাশ পাইছিল সাম্যবাদী আৰু সমাজবাদী লেখকৰ ৰচনা, সেইদৰে প্ৰকাশিত হৈছিল নৱকান্ত বৰুৱা, বীৰেন বৰকটকী আদি 'ৰাজনীতি-নিৰপেক্ষ' 'জীৱনৰ-লেখক' সকলৰ ৰচনা।

গতিকে, ক'ব পৰা যায়,পছোৱাত সমাজ-চিন্তাৰ লগতে শাশ্বত জীৱন-চিন্তাও প্ৰকাশ পাইছিল। এই সমাজ-চিন্তা যদি বহিৰ্মুখী চিন্তা তেন্তে শাশ্বত জীৱন চিন্তা হ'ল অন্তৰ্মুখী চিন্তা। প্ৰগতিশীল জয়ন্তীৰ 'চিন্তা' আছিল বহিৰ্মুখী। পছোৱাই কিন্তু এই বহিৰ্মুখী চিন্তাৰ লগতে অন্তৰ্মুখী চিন্তাৰো পোষকতা কৰিছিল। ইয়াকে আমি পছোৱাৰ, জয়ন্তীৰ সাহিত্য-আন্দোলনত 'নতুন আয়তন দান' বুলি কৈছোঁ।

---

## পাদ-টীকা ঃ

১. (ক) বাঁহী, ২৭শ বছৰ, ১ম সংখ্যাত (জেঠ, ৪৯১ শংকৰাব্দ, ১৯৪০ চন) প্ৰকাশিত জয়ন্তীৰ বিজ্ঞাপনৰ ভাষা।

১. (খ) স্বত্বাধিকাৰীৰ লগত মনোমালিন্য ঘটাত চৌধাৰীয়ে 'জয়ন্তী'ৰ পৰা বিদায় লৈ ১৯৪০ চন, জানুৱাৰীৰ পৰা প্ৰকাশ পোৱা 'সুৰভি' সম্পাদনাৰ দায়িত্ব লয়। কিন্তু ১৯৪১ চনৰ জানুৱাৰীত পুনৰ জয়ন্তীৰ সম্পাদক হিচাপে যোগ দিয়ে। মাজৰ এই ডেৰ বছৰ কাল জয়ন্তীৰ সম্পাদক আৰু সহকাৰী সম্পাদক হয় ক্ৰমে গিৰীশ চন্দ্ৰ বৰুৱা আৰু কৰুণাকান্ত গগৈ।

২. সম্পাদকৰ শৰাই, জয়ন্তী, প্ৰথম বছৰ প্ৰথম সংখ্যা, ২ জানুৱাৰী, ১৯৩৮।

৩. (ক) সম্পাদকৰ শৰাই, জয়ন্তী, প্ৰথম বছৰ প্ৰথম সংখ্যা, ২ জানুৱাৰী, ১৯৩৮।

৩. (খ) এইআলোচনীৰ বছৰেকীয়া বৰঙণি ৪ টকা আৰু ছয়মহীয়া-ৰ মহা (২.২৫টকা)

৪. জয়ন্তী, প্ৰথম বছৰ প্ৰথম সংখ্যা, ২ জানুৱাৰী, ১৯৩৮।

৫. জয়ন্তী, পঞ্চম বছৰ পঞ্চম সংখ্যা, ১৯৪২।

৬. জয়ন্তী, পঞ্চম বছৰ, সপ্তম সংখ্যা, ১৯৪২।

৭. "ভবানন্দ দত্ত", ৰামধেনু, ড. বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য সম্পাদিত, ১২ শ বছৰ, ৫ম সংখ্যা, ভাদ, ১৮৮১ শক।

৮. ঐতৰেয় ব্ৰাহ্মণৰ ৭/৩৩ অধ্যায়ত থকা মন্ত্ৰ এটাৰ পৰা লোৱা হৈছে। এই

মন্ত্রটোৰ অর্থ হ'ল - "যি ব্যক্তিয়ে বিচৰণ কৰে তেওঁ মধু লাভ কৰে আৰু যজ্ঞ-ডিমৰু ফল লাভ কৰে। যি সদায় বিচৰণ কৰিও তন্দ্রা লাভ নকৰে সেই সূর্যৰ মাহাত্ম্য দেখিছা, গতিকে তুমি বিচৰণ কৰা বিচৰণ কৰা।"

৯. জ্ঞানদাভিৰাম বৰুৱা, শুভ-বাণী, জয়ন্তী, ১০ ম বছৰ, ১ম সংখ্যা, ১৯৫২, শুক্রেশ্বৰ বৰা সম্পাদিত।

১০.(ক) প্রগতিশীল জয়ন্তীৰ বছৰেকীয়া আৰু ছমহীয়া বৰঙণি ক্রমে ৬ টকা আৰু ৩ টকা।

১০.(খ) বীৰেন্দ্র কুমাৰ ভট্টাচার্য্য / চক্রেশ্বৰ ভট্টাচার্য্যৰ কথা-কবিতাৰ সংকলন 'ৰাজপথৰ শিল'ৰ পাতনি, পৃ -৮।

১১. জয়ন্তীৰ সম্পাদকসকল আছিল - ৰঘুনাথ চৌধাৰী, গিৰীশ চন্দ্র বৰুৱা, কমল নাৰায়ণ দেৱ আৰু চক্রেশ্বৰ ভট্টাচার্য্য, শুক্রেশ্বৰ বড়া।

১২. প্রকৃততে এই কবিতা ৩য় সংখ্যাতহে প্রকাশ পাইছিল।

১৩. "কবি অমূল্য বৰুৱা", ৰামধেনু, বহাগ, ১৮৮৪ শক।

১৪. "প্রগতিশীল কবিতাৰ টেক্‌নিক্", জয়ন্তী, ৬ষ্ঠ বছৰ, তৃতীয় সংখ্যা, ১৯৪৪।

১৫. চক্রেশ্বৰ ভট্টাচার্য্যৰ ছদ্মনাম।

১৬. পছোৱাৰ নিয়মাৱলী, পছোৱা, প্রথম বছৰ, প্রথম সংখ্যা, জুন, ১৯৪৮।

১৭. পছোৱা, প্রথম বছৰ, তৃতীয় সংখ্যা।

১৮. সামাজিক প্রগতি, পছোৱা, প্রথম বছৰ অষ্টম সংখ্যা।

১৯. V.D. Mahajan, Modern Indian Political thought, (1987), Page -495.

২০. জয়প্রকাশ নাৰায়ণ, মোৰ সমাজতন্ত্রবাদৰ চিত্র, পছোৱা, প্রথম বছৰ, দ্বিতীয় সংখ্যা, জুলাই, ১৯৪৮।

২১. কমলনাৰায়ণ দেৱৰ 'প্রগতিশীল কবিতাৰ টেক্‌নিক্' (জয়ন্তী ৬ ষ্ঠ বছৰ, ৩ সংখ্যা) দ্রষ্টব্য।

২২. আচার্য্য নৰেন্দ্র দেৱ/প্রগতিশীল সাহিত্য, পছোৱা প্রথম বছৰ, ১০ম সংখ্যা।

২৩. মোৰ মুক্তি নাই, পছোৱা, প্রথম বছৰ, দশম সংখ্যা।

# দ্বিতীয় অধ্যায়

## কবিসকলৰ অৱদান ঃ প্ৰগতিশীলতাৰ উত্থান

প্ৰগতিশীল জয়ন্তীৰ প্ৰথমটো সংখ্যাতে প্ৰকাশ পোৱা ভবানন্দ দত্তৰ 'ৰাজপথ' কবিতা, তৃতীয় সংখ্যাত প্ৰকাশ পোৱা কমলনাৰায়ণ দেৱৰ 'প্ৰগতিশীল কবিতাৰ টেক্‌নিক' শীৰ্ষক প্ৰবন্ধ, সেই সংখ্যাতে প্ৰকাশ পোৱা 'দেৱানাংপ্ৰিয়' ৰূপী চক্ৰেশ্বৰ ভট্টাচাৰ্য্যৰি 'মাথোন এখন নোট' আৰু অমূল্য বৰুৱাৰ 'আন্ধাৰৰ হাহাকাৰ' শীৰ্ষক কবিতাৰ দ্বাৰা উৎসাহিত হৈ অসমৰ বিভিন্ন ঠাইৰ তৰুণ কবিসকলে প্ৰগতিশীল ধাৰাৰ কবিতা ৰচনা কৰিবলৈ ধৰে আৰু প্ৰকাশৰ বাবে জয়ন্তী লৈ পঠাবলৈ ধৰে। আনকি, মাত্ৰ দুটা সংখ্যা প্ৰকাশৰ পাছতে এক বৃহৎ পৰিমাণৰ কবিতা জয়ন্তীৰ সম্পাদনা কক্ষত জমা হয়। যুদ্ধৰ সময়, কাগজৰ নাটনি। সেইবাবে আলোচনীখনৰ কলেবৰ প্ৰয়োজন অনুযায়ী বৃদ্ধি কৰিব নোৱাৰে। গতিকে, সেই তৰুণ কবিসকলৰ সিংহভাগ ৰচনাই প্ৰকাশ কৰিব নোৱাৰি তৃতীয় সংখ্যাত বিনীত ভাবে দুখ প্ৰকাশ কৰি সম্পাদকে লিখিলে ঃ

> অসমৰ চাৰিওফালৰ পৰা নিতৌ ..... লেখকসকলৰ কবিতা, গল্প আদিৰ সম্ভাৰেৰে আমাৰ ভঁৰাল ভৰি গৈছে। তাৰ ভিতৰত কবিতাৰ পৰিমাণ ..... বেছি। লেখকসকলৰ এই উদাৰ সঁহাৰিৰ ..... সেই কবিতাবোৰ প্ৰকাশ কৰিব পৰা হ'লে আমিয়ে বোধহয় আটাইতকৈ সুখী হলোহেঁতেন। কিন্তু বৰ দুখেৰে জনাওঁ যে কাগজৰ অভাৱত আমাৰ কাকতৰ পৰিসৰ অতি কম। সেইবাবে কবিতাবোৰৰ অনুপাতে তাৰ সামান্য অংশ এটাও প্ৰকাশ কৰা হ'ল বুলি ক'ব নোৱাৰোঁ। ন কবিতা লেখকসকলৰ বহুতে প্ৰায়ে আমালৈ লিখে 'মোৰ এয়ে প্ৰথম লিখা, কিবা ইয়াত (ভুল) হলে শুধৰাই এচুকত

ঠাই দি যেন উৎসাহ দিয়ে'। আমি অতি অনিচ্ছাৰেই এনেকুৱা অনুৰোধো উপেক্ষা কৰিবলগীয়া হয়। সেইবাবে নতুন কবিতা লেখকসকললৈ আমাৰ অনুৰোধ, তেখেতসকলে যেন আমাৰ এই নিৰুপায় অৱস্থা বুজিবলৈ চেষ্টা কৰে।[১]

তথাপিও.জয়ন্তীৰ পাতত ডেৰকুৰিজন মান কবিৰ কবিতা ওলাইছিল। এই কবিসকলৰ ভিতৰত উল্লেখযোগ্য হ'ল — ভবানন্দ দত্ত, চক্ৰেশ্বৰ ভট্টাচাৰ্য্য, হেম বৰুৱা, অমূল্য বৰুৱা, জ্যোতিপ্ৰসাদ আগৰৱালা, কেশৱ মহন্ত, অজিৎ বৰুৱা, নৱকান্ত বৰুৱা আৰু বীৰেন্দ্ৰ নাথ বৰকটকী । উল্লেখযোগ্য যে তৰুণ কবিসকলৰ লগতে বয়োজ্যেষ্ঠ (তুলনামূলক ভাবে) ডিম্বেশ্বৰ নেওগ, জ্যোতিপ্ৰসাদ আগৰৱালা আৰু মহেশ চন্দ্ৰ দেৱগোস্বামীয়েও জয়ন্তীত নতুন ধাৰাৰ কবিতা লিখিছিল। এই প্ৰবীণ সকলৰ সহযোগত জয়ন্তীৰ কাব্য আন্দোলন অধিক শক্তিশালী হৈ পৰিছিল। এতিয়া এই কবিসকলৰ সৃষ্টিৰ বিষয়ে আলোচনা কৰা যাওঁক।

## ভবানন্দ দত্ত (১৯১৮ - ১৯৫৯)[২]

জয়ন্তী যুগৰ ত্ৰিমূৰ্তিৰ অন্যতম ভবানন্দ দত্ত আছিল অসমীয়া সাহিত্যক মাৰ্ক্সবাদী ভাবধাৰাৰে আকণ্ঠ স্নান কৰোৱাই আধুনিক ৰূপলৈ উত্তৰণ ঘটাব বিচৰা লেখক - বুদ্ধিজীৱী। কটন কলেজত পঢ়ি থকা সময়তে (১৯৩৮ -.৪০)তেওঁ মাৰ্ক্সবাদৰ প্ৰতি আকৰ্ষিত হয়। পাছত কলিকতালৈ এম. এ. পঢ়িবলৈ গৈ (১৯৪০ -৪২) বংগত ইতিমধ্যে প্ৰসাৰতা লাভ কৰা মাৰ্ক্সবাদী আন্দোলনৰ দ্বাৰা তেওঁ প্ৰভাৱান্বিত হয়। ১৯৪৩ চনত (নৰেশ্বৰ) কমলনাৰায়ণ দেৱ আৰু চক্ৰেশ্বৰ ভট্টাচাৰ্য্যৰ যুটীয়া সম্পাদনাত জয়ন্তীৰ পুনৰ প্ৰকাশ আৰম্ভ হোৱাত ভবানন্দই "স্বইচ্ছাৰে, উদাৰভাবে..... সহযোগিতা কৰে।"[৩] উল্লেখযোগ্য যে ভবানন্দ সম্পাদক চক্ৰেশ্বৰ ভট্টাচাৰ্য্যৰ লগত "গুৱাহাটী আৰু কলিকতাত ছাত্ৰ জীৱনত একে লগে একে হোষ্টেলত আৰু মেচত"[৪] আছিল।

কলিকতাৰ পৰা প্ৰকাশিত বাংলা পত্ৰিকা পৰিচয়ৰ (১৯৩১—) জৰিয়তে

বাংলা সাহিত্যত প্ৰগতিশীল আন্দোলন চলে। ৰাছিয়াৰ মাৰ্ক্সবাদী আন্দোলন আৰু বংগৰ প্ৰগতিশীল লেখকগোষ্ঠীৰ দ্বাৰা প্ৰভাবান্বিত হৈয়ে কলিকতা - যেৰৎ উচ্চ শিক্ষিত ভবানন্দই অসমীয়া সাহিত্যকো প্ৰগতিশীল ৰূপলৈ উত্তৰণ ঘটোৱাৰ সপোন দেখে। জয়ন্তী পুনৰ প্ৰকাশ হোৱাত তেওঁৰ সেই সপোন বাস্তৱত পৰিণত হ'বলৈ ধৰে।

জয়ন্তী সম্পাদনাত তেওঁৰ কোনো ঘোষিত বিষয়-বাব নাছিল যদিও এই আলোচনীৰ সম্পাদনাত কমলনাৰায়ণ আৰু চক্ৰেশ্বৰৰ লগতে তেওঁ ঘনিষ্ঠ ভাবে জৰিত হৈ পৰিছিল। প্ৰকৃতপক্ষত কমলনাৰায়ণ দেৱ আৰু ভবানন্দ দত্তই আলোচনীখনৰ গতি-পথ নিৰ্ধাৰণ কৰিছিল। গান্ধীবাদী চক্ৰেশ্বৰ ভট্টাচাৰ্য্য এওঁলোকৰ সংস্পৰ্শত মাৰ্ক্সবাদৰ প্ৰভাৱত পৰিছিল আৰু আলোচনীখন সম্পাদনা তথা প্ৰকাশ কৰাত বিশেষ ভূমিকা পালন কৰিছিল।

নতুন ৰূপৰ জয়ন্তীৰ প্ৰথম সংখ্যাতে প্ৰকাশ পায় ভবানন্দৰ কলিকতা মহানগৰীত লাভ কৰা অভিজ্ঞতাৰে নচিকেতা ছদ্মনামত লিখা কবিতা 'ৰাজপথ'। মহাযুদ্ধৰ তাণ্ডৱ আৰু ভাৰতীয়সকলৰ স্বাধীনতা আন্দোলন- জনিত হিংসাই নগৰীয়া জীৱন সন্ত্ৰস্ত কৰি তুলিছে। এনে ক্ষয়িষ্ণু, হতাশাগ্ৰস্ত সময়তো নগৰীয়া জীৱন যাত্ৰা অব্যাহত আছে ঃ এমুঠি অন্ন যোগাৰ কৰাৰ অদম্য তাড়নাত শ্ৰমিকে শ্ৰম কৰিছে। মধ্যবিত্তই 'শ্ৰান্তি গুছোৱা ৰূপ-বজাৰৰ আমোদখিনি'ৰ প্ৰতিও লোভ সামৰিব পৰা নাই ঃ

ব্লেক্ আউটৰ অন্ধকাৰময় হে ৰাজপথ,
কত ট্ৰাম, বাছ, টেক্সি, ৰিকশ্ব চলে
তোমাৰ উদাৰ বুকুৰ ওপৰেদি।
কত ব্যগ্ৰ ৰজনীৰ উদ্‌ভ্ৰান্ত প্ৰেমৰ
গোপন অভিসাৰ চলে
তোমাৰ প্ৰশান্ততাৰ সুবিধা লৈ।

কত অফিচ ফেৰৎ হোটেল-বাকী কেৰাণী আদিৰ
শ্ৰান্তি গুচোৱা ৰূপ বজাৰৰ
আমোদখিনিৰ সুবিধা দিয়া।

আনহাতে, আঢ্যবন্ত শ্ৰেণীয়ে তেনে শ্বাসৰুদ্ধ পৰিবেশতো লাহ-বিলাসত দিন কটাব লাগিছে। শ্ৰেণী বৈষম্যৰ এই কদৰ্য ৰূপ অংকন কৰি দত্তই লিখিছে ঃ

বিচিত্ৰ তোমাৰ লীলা,
দুকাষে তোমাৰ দালানৰ শাৰি
পাঁচ তলাৰ ওপৰত শুনা যায় ৰেডিওৰ গান
অৰ্গেনিত ৰবীন্দ্ৰ সংগীত ;
ডবল তলিচা পৰা মেহগনি পালেঙত
বিৰহ-কাতৰা কলেজ গাৰ্লৰ
অলসায়িত দেহা ;
আৰু তাৰ তলতেই ফুটপাথত
(ধন্য তোমাৰ দয়া !)
শূন্য ভিক্ষাপাত্ৰ লৈ শুই পৰা
মৃতপ্ৰায় কংকালৰ শাৰি।

শ্ৰেণী-বৈষম্যৰ ক্ৰূৰ সংগ্ৰামত টিকিব নোৱাৰি দৰিদ্ৰসকল ঠিকনাবিহীন যাযাবৰত পৰিণত হৈছে।তেওঁলোকৰ খাবলৈ ভাত নাই, পিন্ধিবলৈ কাপোৰ নাই, থাকিবলৈ ঘৰ নাই। ৰাজপথেই হৈ পৰিছে তেওঁলোকৰ আশ্ৰয়-স্থল। এই পৃথিৱীত জীয়াই থকাৰ আশা ৰাজপথৰ পৰাই তেওঁলোকে লাভ কৰিছে। চল্লিছৰ দশকৰ ভাৰতীয় সমাজৰ ক্ষয়িষ্ণু ৰূপ কবিয়ে এনেদৰে ফুটাই তুলি আৰু লিখিছে ঃ

গৃহহীন যি সকল,

ভগ্নপ্ৰায় সমাজৰ দস্যু তাৰ ছাইন পোষ্ট যেন

অৰ্থহীন, অধিকাৰহীন

বঞ্চিতৰ বাচিবৰ বাঞ্ছা

তোমাৰ কোলাত পায় নিঃশ্ৰেয়স মোক্ষ।

অসমীয়া কাব্য-সাহিত্যৰ বুৰঞ্জীত 'ৰাজপথ' কবিতাৰ বিশেষ মূল্য আছে। অসমীয়া সাহিত্য-ক্ষেত্ৰলৈ প্ৰগতিশীলতাৰ আমদানি ঘটে ত্ৰিশৰ দশকতে। এই সম্পৰ্কত বংগৰ নজৰুল ইছলাম আদিৰ দ্বাৰা প্ৰভাৱিত হৈ কবিতা লিখা ধীৰেন্দ্ৰ চন্দ্ৰ দত্ত আৰু ত্ৰিশৰ জয়ন্তীৰ সাৰ্থক কবি প্ৰসন্নলাল চৌধুৰীৰ কবিতাত ফুটি উঠা প্ৰগতিশীলতালৈ আঙুলিয়াব পাৰি। কিন্তু ধীৰেন্দ্ৰ আৰু প্ৰসন্নলালৰ কবিতা প্ৰগতিশীল হলেও, সেইবোৰ ৰোমান্টিক ভাব-ভাষাৰ পৰা একেবাৰে মুক্ত নহয় — যিদৰে নহয় নজৰুল ইছলামৰ কবিতা। গতিকে অসমীয়া কবিতাৰ ঋতু পৰিবৰ্তন-কালৰ অৰ্থাৎ ৰোমান্টিকতাৰ পৰা সাম্প্ৰতিকতালৈ উত্তৰণৰ প্ৰথম সাৰ্থক স্বাক্ষৰ হ'ল 'ৰাজপথ'। নতুন জয়ন্তীৰ প্ৰথম সংখ্যাত প্ৰকাশ পোৱা এই কবিতাৰ বিষয়-বস্তু যি দৰে অভিনৱ, সেইদৰে ভাষা-শৈলীও মনোৰম। সাম্প্ৰতিক কবিতাৰ এটা প্ৰধান লক্ষণ হ'ল মহানগৰ-চেতনা। 'ৰাজপথ' অসমীয়া সাহিত্যৰ প্ৰথম প্ৰগতিশীল কবিতা, য'ত উক্ত লক্ষণৰ সুন্দৰ প্ৰকাশ ঘটিছে।

ভবানন্দ দত্ত টি. এছ. এলিয়টপন্থী, প্ৰতীক আৰু চিত্ৰকল্পবাদী অন্তৰ্মুখী কাব্য-চৰ্চাৰ বিৰোধী আছিল। তেওঁ অসমীয়া কবিতা এই কাব্যধাৰাৰ পৰা মুক্ত হৈ প্ৰগতিশীলতাৰ পথেৰে অগ্ৰসৰ হোৱাতো কামনা কৰিছিল। পঞ্চাশৰ দশকত ৰামধেনুৰ জৰিয়তে এলিয়টপন্থী কাব্যধাৰাৰ চৰ্চা হোৱাত তেওঁ তাৰ তীব্ৰ বিৰোধিতা কৰিছিল। তেওঁ এঠাইত লিখিছিল ঃ

বহুতে বাস্তৱতাৰ নামত জীৱনৰ সত্যৰ পৰা, জীৱনৰ বহল অনুভূতিৰ পৰা, জাতিৰ প্ৰাণ সঞ্জীৱনী ফল্গুধাৰাৰ পৰা আঁতৰি গৈ আমাৰ দেশত থকা শিক্ষা ব্যৱস্থাৰ কুফলত আমাৰ বহুতৰ মনত সুমুৱা নানা ধৰণৰ বিক্ষিপ্ত আৰু জীন নোযোৱা শৃঙ্খলাবিহীন বিদ্যাৰ সম্ভাৰ লৈ

> এলিয়ট-ভংগীত কবিতাৰ ফানুচ উৰুৱাব ধৰিছে। সেয়ে আমাৰ জাতীয় আৰু ব্যক্তি জীৱনৰ গভীৰতম অনুভূতি আৰু অভিজ্ঞতাসমূহক ভেটি কৰি এটি সুস্থ আৰু স্বাভাৱিক দৃষ্টি কবিসকলৰ কাৰণে প্ৰয়োজন হৈছে আৰু আমাৰ জাতীয় কাব্য-সাহিত্যৰ এটা দিগ্ দৰ্শনৰ আৱশ্যকতাও দেখা দিছে।[৫]

কবিতাত সমাজ-বিমুখী বিলাপী চিন্তা অপ্ৰয়োজনীয় বুলি বিশ্বাস কৰিছিল কাৰণে দত্তৰ কবিতাত তেনে চিন্তাৰ বিপৰীতে দেখা যায় সমাজমুখী চিন্তাৰ প্ৰকাশ। তেওঁৰ মতে, কবিসকল যিহেতু সমাজৰ প্ৰতি দায়বদ্ধ, কবিতাত মানুহৰ সুখ-দুখৰ চিত্ৰ অংকন কৰি কবিয়ে জনতাক উৎসাহিত কৰিব লাগিব— স্থিতাৱস্থাৰ পৰিবৰ্তনৰ বাবে সংগ্ৰাম চলাবলৈ।

মাৰ্ক্সবাদৰ দ্বাঁৰা প্ৰভাৱিত কবিৰ দৃষ্টিত প্ৰসাধন সামগ্ৰী পাউদাৰ ধৰা দিছে ধনীৰ বিলাসৰ সামগ্ৰী হিচাপে, যাৰ লগত দুখীয়াৰ কোনো সম্পৰ্ক নাই। এই 'পাউদাৰ' প্ৰতীকী ৰূপৰ জৰিয়তে কবিয়ে ক'ব বিচাৰিছে যে পশ্চিমীয়া আধুনিক উদ্যোগ বিপ্লৱৰ ফচল আঢ্যৱন্ত শ্ৰেণীয়েহে লাভ কৰিছে, শ শ বছৰ জুৰি শোষিত-লাঞ্ছিত হৈ থকা দৰিদ্ৰ শ্ৰেণীক সেই সুযোগ দিয়া নাই :

সাত সাগৰৰ সিপাৰৰ পৰা তোমাৰ অভিসাৰ

প্ৰসাধনী পাউদাৰ।

আহিছা কতনা ধুমুহা বজ্ৰ চাইক্লোন আদি ভেদি —

বিজয়ী বীৰৰ বেশে।

* * *    * * *    * * *

শতাব্দীৰ আভিশাপ লৈ

সমাজ-ৰথৰ চকাৰ তলত চেপা খাই গুৰি হোৱা

জীৱন-যুঁজত পৰাভূত যত লাঞ্ছিত হতভাগা,

যন্ত্ৰ-দানৱে শোষিলে যাৰ বুকুৰ তপত তেজ,

কপালৰ ঘাম মচি—
নিজকে মাৰি ৰচিছে যিবোৰে বিলাসী ধনীৰ সুখ
তোমাৰ প্ৰেম-পৰশৰ কণা
নহয় কদাপি বাঞ্ছিত সিবোৰ
মানুহ নামৰ ক্লেদাক্ত কীটৰ বাবে।

দ্বিতীয় মহাযুদ্ধৰ তাণ্ডৱৰ ফলত প্ৰায় গোটেই পৃথিৱী মৃত্যু-বিভীষিকাত নিমজ্জিত হয়। হিংসা-প্ৰতিহিংসাৰ কৱলত পৰি সভ্য মানুহ বৰ্বৰ পৰ্যায়লৈ নামি যায়। মানুহৰ কেঁচা মাংস তেনেই সহজ লভ্য হৈ পৰে।

ভাৰততো সেই সময়তে সাম্প্ৰদায়িক সংঘৰ্ষত লক্ষ লক্ষ মানুহৰ মৃত্যু হয়। সেই ভয়াবহ সময়ৰে কবি ভবানন্দ দত্ত। গতিকে, সমাজ-সচেতন দত্তৰ কবিতাত সেই ভয়াবহতা এনেদৰে চিত্ৰিত হৈছে ঃ

শীতৰ কালিমা সনা আজিৰ পৃথিৱী
মৰণৰ হিংস্ৰতাই জীৱনৰ নাড়ী ছিঙি
শগুণৰ ক্ষুধা আঁতৰায়।
নাই আজি সিদিনাৰ মলয়াৰ ছেৰে ছেৰে
নাচি উঠা বনানিৰ
স্বাদু শ্যামলিমা;
মন্দিৰৰ নিৰ্বাপিত তেলহীন আৰতিৰ দীপে
সূচাইছে শতাব্দীৰ ক্ৰুৰ পৰিহাস।[৭]

**চল্লিছৰ এনে শ্বাসৰুদ্ধকাৰী ক্ষয়িষ্ণু অৱস্থাক কবি অমূল্য বৰুৱাই 'কুৰি শতিকাৰ সভ্যতাৰ নিলাজ হাতৰ চেকা' বুলি অভিহিত কৰাৰ দৰে ভবানন্দই সেই অৱস্থাক সভ্যতাৰ 'চিতা বহ্নি দাহ' বুলি চিহ্নিত কৰিছে। আশাবাদী কবিয়ে তেনে**

দুঃসময়ৰ অৱসান বিচাৰে। কেতিয়ানো মানুহৰ সমাজত মানৱতা আৰু ভ্ৰাতৃত্বৰ ভাবৰ জোৱাৰ উঠিব আৰু শান্তিময়, সমৃদ্ধিশালী, প্ৰগতিশীল সমাজৰ গঠন হ'ব— তাকে তেওঁ চিন্তা কৰি 'পূবেৰুণ'ত লিখিছে ঃ

এয়ে নেকি সভ্যতাৰ চিতা বহ্নি দাহ,
নুঠিব উজ্বলি পুনু
প্ৰলয়ৰ সিপাৰত
জীৱন দিগন্ত জুৰি যুগান্তৰ তৰুণী প্ৰভাত?

কবিয়ে এইটো বিশ্বাস কৰে যে পুঁজিবাদী সমাজ-ব্যৱস্থাৰ পতন ঘটি সাম্যবাদী সমাজ স্থাপন হলেহে মানব সভ্যতা ক্ষয়িষ্ণু ৰূপৰ পৰা মুক্ত হৈ প্ৰগতিৰ পথেৰে অগ্ৰসৰ হ'ব পাৰিব। এনে আশাৰ পূবেৰুণ প্ৰকাশ পাইছে 'পূবেৰুণ' কবিতাৰ অন্তত ঃ

অদূৰৰ অনাগত অভিনব পূৰ্ব দিগন্তত
দেখা দিব আকাশ ৰেঙাই
কালৰ সাগৰ ভেদি
উদ্ভাসিত ৰঙা সুৰুযৰ
প্ৰথম কিৰণ দীপ্তা তৰুণী উষাৰ
চকিত জীৱন শিখা।

ভবানন্দ দত্ত আছিল প্ৰধানতঃ সমালোচক।[৮] খুব কম সংখ্যক কবিতা তেওঁ লিখিছিল। তেওঁৰ দ্বাৰা ৰচিত মাত্ৰ তিনিটা কবিতা 'ৰাজপথ', 'পাউদাৰ', আৰু পূবেৰুণ' সম্প্ৰতি পোহৰলৈ আহিছে। যি সকলৰ সমালোচনামূলক প্ৰবন্ধই নতুন জয়ন্তীক ভাব গধুৰ আলোচনী বুলি চিহ্নিত হোৱাত সহায় কৰিছিল, সেইসকলৰ ভিতৰত ভবানন্দ অন্যতম। তেওঁ ৰবীন্দ্ৰনাথৰ বিষয়ে লিখা 'বিপ্লৱী কবি ৰবীন্দ্ৰনাথ'[৯] আৰু 'স্বদেশী আন্দোলন আৰু ৰবীন্দ্ৰনাথ' -[১০] দুটা মূল্যবান প্ৰবন্ধ। সেই সময়ৰ

বহুতো সমালোচকে ৰবীন্দ্ৰনাথ ঠাকুৰক ৰহস্যবাদী গীতি কবি বুলি চাব মাৰি লৈ কবিৰ কবিতাত থকা সমাজ-চেতনাৰ দিশটো আওকাণ কৰিছিল। ১৯২৮ চনত সাম্যবাদী ৰাছিয়া ভ্ৰমণ কৰাৰ পাছত ৰবীন্দ্ৰ-চিন্তাৰ উত্তৰণ ঘটা সম্পৰ্কত দত্তই লিখিছে ঃ

> ৰাছিয়াৰ অভিজ্ঞতাৰ পৰা তেওঁ (ৰবীন্দ্ৰনাথে) বুজিলে যে শোষিত, সৰ্বহাৰাবৰ্গ শক্তিহীন অচেতন হৈ বহি নাথাকে। বৰং নিষ্পেষণ আৰু অত্যাচাৰৰ মাজেদি সিহঁত ঐক্যবদ্ধ হৈ গোটেই ধনতান্ত্ৰিক সভ্যতাৰ বিৰুদ্ধে এদিন মূৰ তুলি থিয় দিয়ে নিজৰ ন্যায্য দাবী পূৰণ কৰিবলৈ। সাম্যবাদৰ আদৰ্শত অনুপ্ৰাণিত হোৱা অগণন শোষিত জনগণৰ জাগৰণৰ কলৰৱ তেওঁৰ কাণত বাজিল। তেওঁ বুজি পালে যে ক্ষুধাতুৰ আৰু ভুৰিভোজীসকলৰ নিদাৰুণ সংঘাতত পুৰণি সভ্যতাৰ বিলাসৰ কাৰেং এদিন ধূলিত বিলীন হৈ যাব, আৰু সেই ধ্বংসৰ ভেটিত এক নতুন মানৱ সমাজ গঢ়ি উঠিব। এই আগন্তুক নতুন মানৱতাক উদ্দেশ্য কৰি তেওঁ 'নবজাতক'ত গাইছে—
>
> নবীন আগন্তুক / নবযুগ তব যাত্ৰাৰ পথে / চেয়ে আছে উৎসুক।
>
> ............ বিশ্বকবিৰ মনোজগতত নতুন জন্ম হ'ল। ঊনবিংশ শতাব্দীৰ ভাব বিলাসী ৰোমান্টিক কবিয়ে বিংশ শতাব্দীৰ বিপ্লবযুগৰ বিদ্ৰোহী কবি হ'ল। মোহ মুক্ত মন লৈ তেওঁ বৰ্তমান যুগৰ প্ৰকৃত মৰ্ম উদ্‌ঘাটন কৰিলে।[১১]

'স্বপ্ন ৰহস্য' শীৰ্ষক তত্ত্বগধুৰ প্ৰবন্ধটিত দত্তই স্বপ্ন আৰু ফ্ৰয়েডৰ মনস্তত্ত্বৰ সুন্দৰ বিশ্লেষণ আগবঢ়াই সামৰণিত মত প্ৰকাশ কৰি লিখিছে যে আধুনিক জ্ঞান-বিজ্ঞানৰ প্ৰভাৱত সমাজৰ পৰা কুসংস্কাৰবোৰ যিমান সোনকালে আঁতৰে, সিমানে মংগল ঃ

> আধুনিক মনোবিজ্ঞানে মানুহৰ মনোজগতৰ অলি-গলি বিচাৰি যিবোৰ সত্য প্ৰতিপাদন কৰিছে তাৰ প্ৰভাৱত আমাৰ ব্যক্তি আৰু সমাজ জীৱনত

> যিবোৰ কুসংস্কাৰপূৰ্ণ ধৰ্ম আৰু নীতিৰ মুখা পিন্ধা ভ্ৰান্তিয়ে শিপা মেলি আছে তাৰ মূলোচ্ছেদ যিমান সোনকালে হয় সিমানেই মংগল। কাৰণ মনস্তত্ত্বৰ প্ৰকৃত সত্যৰ ভেটিত আমাৰ চিন্তা আৰু কৰ্মৰ নতুন সমন্বয় বিধান কৰি নতুন বৈজ্ঞানিক সমাজ গঠন কৰিব পাৰিলেহে সমাজৰ প্ৰকৃত মংগল হ'ব পাৰে। [১২]

জয়ন্তীৰ জৰিয়তে অসমীয়া সাহিত্যক ৰোমান্টিক ভাব-বিলাসৰ পৰা মুক্ত কৰি বাস্তৱবাদী আৰু প্ৰগতিশীল ৰূপলৈ উত্তৰণ ঘটোৱাত আলোচনীখনৰ সম্পাদক দুজনৰ লগতে ভবানন্দ দত্তৰ ভূমিকা আছিল স্মৰণীয়। 'প্ৰগতিশীল সাহিত্যিক শিল্পী সংঘ'ৰ প্ৰতিষ্ঠাপক সভাপতি হিচাপে ভবানন্দই ৰাজ্যখনৰ বিভিন্ন ঠাইত যিবোৰ বক্তৃতা দিছিল, তাৰ দ্বাৰাও প্ৰগতিশীল সাহিত্য সৃষ্টিৰ প্ৰতি লেখকসকল আগ্ৰহী হৈ পৰিছিল। মুঠৰ ওপৰত, অসমীয়া প্ৰগতিশীল সাহিত্য-আন্দোলনৰ কাণ্ডাৰী স্বৰূপ আছিল ভবানন্দ দত্ত। চল্লিছৰ অসমীয়া সাহিত্যৰ হতাশাৰ যুগটো 'প্ৰত্যাশাৰ যুগ'লৈ [১২] উত্তৰণ ঘটোৱাত ভবানন্দৰ বৰঙণি আছিল অবিস্মৰণীয়।

## চক্ৰেশ্বৰ ভট্টাচাৰ্য্য : (১৯১৮-৬৯)

মাৰ্ক্সবাদৰ দ্বাৰা প্ৰভাৱান্বিত চক্ৰেশ্বৰ ভট্টাচাৰ্যই শ্ৰেণী-বৈষম্যই সমাজখনক মৃতপ্ৰায় কৰি পেলোৱাতো লক্ষ্য কৰে আৰু শ্ৰেণী-চেতনা জাগ্ৰত কৰি পুঁজিবাদী, সাম্ৰাজ্যবাদীৰ কৱলৰ পৰা শোষিত জনতাক মুক্ত কৰাৰ সপোন দেখে। মহাযুদ্ধ আৰম্ভ হোৱাৰ লগে লগে (১৯৩৯) ভাৰতবৰ্ষত প্ৰচণ্ড খাদ্য সমস্যাই দেখা দিয়ে। দেশৰ বিভিন্ন ঠাইত দুৰ্ভিক্ষ হ'বলৈ ধৰে। ফলত লাখ লাখ মানুহৰ নিকৰুণ মৃত্যু হয়। এনে নিষ্ঠুৰ অভিজ্ঞতাৰে জয়ন্তীগোষ্ঠীৰ আন আন কবিৰ দৰে চক্ৰেশ্বৰৰো কবি-প্ৰাণ আৰক্ত হয়। চল্লিছৰ দুৰ্ভিক্ষৰ সেই জীয়া ছবিকে তেওঁ তেওঁৰ বহু আলোচিত 'মাথোন এখন নোট' শীৰ্ষক কবিতাটিত অংকন কৰিছে। উল্লেখযোগ্য যে চক্ৰেশ্বৰ ভট্টাচাৰ্যৰ এই কবিতাটিৰ নাম আমাৰ কিছুমান সমালোচকে 'এটকীয়া নোট' বুলি দোহাৰিছে। সম্ভৱতঃ অসম সাহিত্য সভাৰ ৰঙিয়া অধিবেশন (১৯৭৩) উপলক্ষ্যে প্ৰকাশিত স্মৃতিগ্ৰন্থত প্ৰথমতে এই 'ভুল' আৰোপিত হয়। সেই স্মৃতি-

গ্ৰন্থত উমেশ চন্দ্ৰ গোস্বামীয়ে এই কবিতাটিৰ সম্পৰ্কত লিখিছে ঃ

"চক্ৰেশ্বৰ ভট্টাচাৰ্য্যৰ 'এটকীয়া নোট' সেই যুগৰ গতি নিৰ্দেশক এটি শ্ৰেষ্ঠ নতুন কবিতা।"[১৩]

সেইদৰে ভবেন দাসে তেওঁৰ প্ৰবন্ধত লিখিছে ঃ

" ভট্টাচাৰ্য্যৰ নৱ দৃষ্টি ভংগীৰে লিখা তাহানিৰ 'এটকীয়া নোট' কবিতাটোৱেই এসময়ত অমূল্য বৰুৱাৰ শ্ৰেষ্ঠ 'বেশ্যা' কবিতাক চেৰ পেলাইছিল।" [১৪]

কিন্তু চক্ৰেশ্বৰে 'দেৱানাংপ্ৰিয়' ছদ্মনামত লিখা আলোচ্য কবিতাটি 'মাথোন এখন নোট' নামেৰে জয়ন্তীৰ ৬ষ্ঠ বছৰ (প্ৰগতিশীল ৰূপৰ প্ৰথম বছৰ) তৃতীয় সংখ্যাত (মাঘ, ১৮৬৫ শক) প্ৰকাশ পোৱা আমি দেখিছোঁ। এই সংখ্যা জয়ন্তীত 'সত্যকাম' ৰূপী কমলনাৰায়ণ দেৱে লিখা 'প্ৰগতিশীল কবিতাৰ টে ক্‌নিক' নামৰ প্ৰবন্ধটিৰ তলত, প্ৰগতিশীল কবিতা কেনেকৈ লিখিব লাগে - তাৰ আৰ্হি হিচাপে 'মাথোন এখন নোট' ছপোৱা হৈছে। কমলনাৰায়ণে তেওঁৰ প্ৰবন্ধৰ শেষত লিখিছে ঃ "এজন অসমীয়া তৰুণ কবিৰ আধুনিকতম টেক্‌নিকত লিখা এটা কবিতা উদাহৰণ স্বৰূপে তলত দিয়া গ'ল। ইয়াত কবিয়ে আধুনিক টেক্‌নিকেৰে কবিতাৰ অনুশীলনৰ প্ৰয়াস কৰিছে।"

মহাযুদ্ধই সৃষ্টি কৰা অনাটনৰ ফলত শ্ৰমজীৱী জনতাৰ জীৱনলৈ নামি অহা দুৰ্দশাৰ ছবি কবিয়ে সহজ-সৰল শব্দৰাজিৰে অংকন কৰিছে — 'মাথোন এখন নোট'ত। কাব্যিক সৌন্দৰ্যৰ বিচাৰত এই কবিতা উৎকৃষ্ট সৃষ্টি নহয় যদিও অসমীয়া কবিতাৰ 'ঋতু সলনিৰ সময়'ৰ সৃষ্টি হিচাপে ভবানন্দ দত্ত আৰু অমূল্য বৰুৱাৰ কবিতাৰ দৰে চক্ৰেশ্বৰৰ এই কবিতাৰ মূল্য অপৰিসীম। উল্লেখযোগ্য যে চক্ৰেশ্বৰে কম সংখ্যক কবিতা লিখিছিল। মুক্তক আৰু স্পন্দিত গদ্যত লিখা ('আধুনিকতম টেক্‌নিকত লিখা') পাঁচটামান কবিতাহে বিভিন্ন আলোচনী আৰু বাতৰি কাকতত প্ৰকাশ পাইছিল। তেওঁৰ এই কবিতা কেইটিৰ ভিতৰত নিঃসন্দেহে 'মাথোন এখন নোট' শ্ৰেষ্ঠ। জয়ন্তী স্কুলৰ কবি-ছাত্ৰসকলে ভবানন্দৰ 'ৰাজপথ'ৰ উপৰিও চক্ৰেশ্বৰৰ এই কবিতাটিৰ দ্বাৰা কেনেদৰে প্ৰভাৱান্বিত আৰু উৎসাহিত হৈ কাব্য চৰ্চা কৰিছিল

আৰু অসমীয়া প্ৰগতিশীল কবিতাৰ বিকাশত অৰিহণা যোগাইছিল - পৰৱৰ্তী অধ্যায়ত এই বিষয়ে আমি আলোচনা কৰিম। বৰ্তমান বিস্মৃতিৰ গৰ্ভত বিলীন হোৱা এই গৰাকী কবিৰ এই গুৰুত্বপূৰ্ণ কবিতাটো ইয়াত আমি সম্পূৰ্ণ ৰূপত উদ্ধৃত কৰিলোঁ ঃ

## মাথোন এখন নোট।

—দেৱানাংপ্ৰিয়

মাথোন এখন নোট, — এটকাৰ।
এখন পৰিয়াল, কুৰিটি আশাধাৰী
শেঁতা পৰা চকু।
কাইলৈ এসাজ খোৱাৰ, — খাবলৈ পোৱাৰ
তীব্ৰ ক্ষীণ আশা;
কেন্দ্ৰ তাৰ সেই এটকীয়া নোটখন।
(কুৰিটি আশাধাৰী শেঁতা পৰা চকু)
        আজি তিনিদিন ধৰি
একো নোপোৱাৰ বাবেই — খাবলৈ পোৱাৰ
আশাটো বাঢ়ি আহিছে।
(কেন্দ্ৰ তাৰ সেই এটকীয়া নোটখন)
        বাহিৰত সেই নোটখন,
সংখ্যাৰ সৰহত মূল্যৰ অনাদৰ;
যুদ্ধৰ বজাৰ বিত্ত প্ৰচুৰতালৈ
এখন মাথোন এটকীয়া নোট!

তাক সাদৰিবলৈ ভাষাৰ দুৰ্ভিক্ষ।

নোপোৱাৰ মাজেদিয়ে

খোৱাৰ আশা বাঢ়ি থাকে।

কেন্দ্ৰ তাৰ সেই এটকীয়া নোটখন।

কুৰিটি আশাধাৰী শেঁতা পৰা চকু। [১৫]

কবিৰ অন্তৰৰ তীব্ৰ সমাজ-চেতনা প্ৰকাশ পাইছে তেওঁৰ 'ৰাসলীলা' আৰু 'হেম বৰুৱা' শীৰ্ষক কবিতা দুটিতো। সহজ-সৰল শব্দৰে তেওঁ মহাজনৰ শোষণৰ বলি হোৱা দুখীয়া খেতিয়কৰ জীৱন-যাত্ৰাৰ ছবি আঁকিছে 'ৰাসলীলা'ত । কঠোৰ পৰিশ্ৰম কৰি খেতিয়কে মহাজনৰহে ভঁৰাল-চহকী কৰে। দুবেলা দুমুঠি পেট ভৰাই খাবলৈ দৰিদ্ৰ খেতিয়কৰ সম্বল নাই। পেটৰ তাড়নাত পৰি তেওঁলোক অৱশেষত মহাজনৰ শোষণ-জালত নিজেই পৰেগৈ ঃ

সিহঁতৰ লখিমী ভঁৰাল! চাবা জানো তুমি?

নওঠা ছালৰ সতে জোনবায়ে মিলি

হামিয়াই দেখুৱাই দিব - কণ এটি নাই।

সিহঁতো জীয়াই থাকে!

ভদাই মনুৱে সৌৱা চোৱা কৰে কি ?

(কাৰ সৌ ৰঙা খাতা?) টিপ চহী দি

পায় চোৱা ধান; [১৬]

অসমীয়া প্ৰগতিশীল কাব্য-আন্দোলনৰ আৰম্ভণি কালৰ কলাকাৰ হিচাপে চক্ৰেশ্বৰে কবিতাৰ বিষয়- বস্তু নিৰ্বাচনত পৈণত চিন্তাৰ পৰিচয় দিছিল যদিও তেওঁ সাৱলীল বা নিটোল কাব্য-শৈলীৰ অধিকাৰী হ'ব পৰা নাছিল। কাব্য-বাণীৰ একাণপটীয়া সাধনাৰ অভাৱতে তেওঁৰ শৈলীয়ে নিটোল ৰূপ নাপালে।

১৯৪৭ চনত ভাৰতবৰ্ষই স্বাধীনতা পোৱাৰ পাছত দেশৰ সাধাৰণ জনতাৰ দৰে বহুতো চিন্তাশীল কবি-সাহিত্যিক আশাবাদী হৈ পৰিছিল - গণতান্ত্ৰিক শাসন-ব্যৱস্থাৰ জৰিয়তে দেশৰ দৰিদ্ৰ জনতাৰ দুখ মোচন কৰিব পৰা যাব বুলি। মাৰ্ক্সবাদৰ দ্বাৰা প্ৰভাৱান্বিত কিছু সংখ্যক লেখকেও তেনে আশা পোষণ কৰিছিল অৰ্থাৎ মাৰ্ক্সবাদী সমাজ-ব্যৱস্থা অবিহনেই দেশৰ জনতাৰ মুক্তি- প্ৰগতি সম্ভৱ বুলি ভাবিবলৈ লৈছিল। ফলত স্বাধীনতাৰ পৰৱৰ্তী দশকত প্ৰগতিশীল সাহিত্য-আন্দোলনৰ তীব্ৰতাও বহুখিনি কমিছিল। চক্ৰেশ্বৰ ভট্টাচাৰ্য্যও তেনে এগৰাকী লেখক।তেৱোঁ দেশ স্বাধীন হোৱাৰ পাছত, স্বদেশী চৰকাৰৰ নেতৃত্বতে দেশৰ দৰিদ্ৰ জনতাৰ দুখ মোচন হ'ব বুলি ভাবিছিল। সেইবাবে প্ৰগতিশীল জয়ন্তী সম্পাদনাৰ সময়ত 'ৰাছিয়াৰ ভাবধাৰা'ৰ সহায়ত সাহিত্য আৰু সমাজৰ পৰিবৰ্তন বিচৰা চক্ৰেশ্বৰে স্বাধীনতাৰ পাছত কংগ্ৰেছীৰ 'পথ'ক 'প্ৰসস্ত উদাৰ নিশঙ্ক নিৰ্ভুল' বুলি স্বীকাৰ কৰিছিল। স্বাধীনতাৰ প্ৰায় এবছৰ পাঁছত, হেম বৰুৱা সম্পাদিত পছোৱাত তেওঁ অসমৰ কংগ্ৰেছী নেতা 'ত্যাগবীৰ' হেমচন্দ্ৰ বৰুৱাক 'অপূৰ্ব বিপ্লৱী' অসমৰ 'বিপ্লৱী দধিচী' আদি বিশেষণেৰে ভূষিত কৰি কবিতা লিখি স্বীকাৰ কৰিছিল যে কংগ্ৰেছী হেমচন্দ্ৰৰ পথৰ 'পথিকৰো আদি অন্ত নাই' ঃ

যিটো পথ ধৰি
নিঃশঙ্ক গতিৰে বীৰ, গইছিলা তুমি আগবাঢ়ি
হ'ব পাৰে আজি সেই (পথ) বেছি কন্টকিত, বিপদ্ সঙ্কুল
তথাপিও আজি কিন্তু সি প্ৰসস্ত উদাৰ নিঃশঙ্ক নিৰ্ভুল
তাৰ পথিকৰ আদি অন্ত নাই।
এক আহ্বানত তড়িৎ বেগেৰে আহিব ওলাই
মুখত জয়ৰ গীত গাই
হেলাৰঙে শোষকৰ জীৰ্ণ জিঞ্জিৰিব
দানব বান্ধোন

সোলকাব ততালিকে।" [১৭]

দেশে স্বাধীনতা লাভ কৰাৰ পাছত, পৃথিৱীৰ চাৰিওফালে 'বুভুক্ষুৰ ক্ষুব্ধ হাহাকাৰ', 'শোষণৰ বৰ্বৰ' অট্টহাস্য দেখিও কবিয়ে ভাবে 'প্ৰগতিৰ অভিযান শঙ্কাকুল' নহয়। দেশৰ স্বাধীনতাই আশাবাদী কৰি তোলাত কবিয়ে এনে ভাবনা ব্যক্ত কৰি কবিতাত লিখিছে ঃ

আজি আকৌ পৃথিৱীৰ ৰূপ
কি অপূৰ্ব কি যে অদ্ভুত
চাৰি দিশে বুভুক্ষুৰ ক্ষুব্ধ হাহাকাৰ
দিশে দিশে শোষণৰ উলঙ্গ বৰ্বৰ
নৰ পিশাচৰ দলে অট্টহাস্য কৰে
জনতাৰ অসহায় কলিজাত
দিয়ে মাৰি লোভ দৃপ্ত দানৱ খামোচ।
তথাপিও তাৰ প্ৰগতিৰ অভিযান
হয় জানো শঙ্কাকুল, লক্ষ্য জানো তাৰ
আজি আৰু ধুঁৱলী-কুঁৱলী।

কবিয়ে লক্ষ্য কৰা 'প্ৰগতি অভিযান' গণতান্ত্ৰিক সমাজ-ব্যৱস্থাৰ অভিযানহে, 'ৰাছিয়াৰ ভাবধাৰা'ৰে পৰিচালিত সাম্যবাদী অভিযান নহয়। অৰ্থাৎ দেশে স্বাধীনতা পোৱাৰ পাছত চক্ৰেশ্বৰ ভট্টাচাৰ্য্যৰ চিন্তা-চৰ্চা পুনৰ 'গণতান্ত্ৰিক' হৈ পৰে।[১৭ক] ১৯৪৮ চনৰ ১৮ জানুৱাৰীৰ 'অখণ্ড ভাৰত'ত [১৮] প্ৰকাশিত তেওঁৰ 'নেপালত স্বাধীনতা আন্দোলন' শীৰ্ষক নিবন্ধটিত নেপালত গণতন্ত্ৰ স্থাপনৰ বাবে আন্দোলন কৰা 'নেপালী কংগ্ৰেছ'ক ভূয়সী প্ৰশংসা কৰি তেওঁ লিখিছে ঃ

........ তাৰ পিচত আহে ভাৰতত ১৯৪২ চনৰ গণ বিপ্লৱ। আগষ্ট আন্দোলনৰ প্ৰতিক্ৰিয়া নেপালতো পৰে। বিশেষকৈ ভাৰতত থকা

নেপালীসকলে ভাৰতীয় জন-সাধাৰণৰ এই অপূৰ্ব মুক্তি সংগ্ৰাম দেখি এটা নতুন প্ৰাণ অনুভৱ কৰে। ফলত জন্ম হয় 'নেপালী জাতীয় কংগ্ৰেছ'ৰ .......

ভাৰতৰ স্বাধীন নাগৰিকসকলে নেপালৰ জন-সাধাৰণৰ এই বিপ্লৱী আন্দোলনৰ প্ৰতি অধীৰ আগ্ৰহেৰে লক্ষ্য কৰি আছে। আমি আশা কৰোঁ অচিৰতে নেপালৰ জন-সাধাৰণে নিজৰ আদৰ্শ অনুযায়ী জনপ্ৰিয় চৰকাৰ গঠন কৰিব পাৰিব।

স্পষ্ট ভাষাত ক'বলৈ হলে দেশে স্বাধীনতা লাভ কৰাৰ পাছত চক্ৰেশ্বৰ ভট্টাচাৰ্য্য পুনৰ 'কংগ্ৰেছী' হৈ পৰে। কংগ্ৰেছৰ প্ৰতি তেওঁৰ দৰদ প্ৰকাশ পাইছে ১৯৪৭-৪৮ চনত 'অখণ্ড ভাৰত'ত প্ৰকাশিত তেওঁৰ প্ৰবন্ধবোৰত। অসম কংগ্ৰেছৰ বিতৰ্কিত নেতা নবীন চন্দ্ৰ বৰদলৈ আৰু তৰুণ ৰাম ফুকনে স্বাধীনতা আন্দোলন চলি থকা সময়ত মাজে মাজে আন্দোলনৰ পৰা আঁতৰি থাকি 'দেশ উন্নয়ন'ৰ কামত ইংৰাজ চৰকাৰৰ লগত সহযোগ ৰক্ষা কৰি চলিবলৈ ধৰে। অনেক সমালোচকে নেতা দুগৰাকীৰ এনে কাৰ্যক কঠোৰ ভাবে সমালোচনাও কৰিছিল। এই সম্পৰ্কত চক্ৰেশ্বৰ ভট্টাচাৰ্য্যই এই নেতা দুগৰাকীক ৰক্ষণাবেক্ষণ দি, তেওঁলোকৰ গাত চেকা নপৰাকৈ লিখিছে ঃ

দেশভক্ত ফুকন ডাঙৰীয়াই মাজতে কিছুদিন নিজকে কংগ্ৰেছৰ নীতিৰ পৰা আঁতৰাই ৰাখে। তেখেতৰ মনটো আছিল শাসনতান্ত্ৰিক ধৰণৰ। বৃটিছ গৱৰ্ণমেন্টৰ লগত সহযোগৰ ওপৰত তেখেতৰ বিশ্বাস ক্ৰমে বাঢ়ি আহিছিল। ফলত কংগ্ৰেছৰ পৰা একেবাৰেই আঁতৰি পৰে। [১৯]

অসমত স্বৰাজ্য দলৰ নেতা হ'ল দেশবন্ধুৰ সহকৰ্মী কৰ্মবীৰ বৰদলৈ। আৰু স্বৰাজ্য দলৰ নেতা হিচাপে তেখেতো কাউন্সিলত সোমাল। নিজৰ বাগ্মিতা আৰু নিপুণ তৰ্কশক্তিৰে তেখেতে বিপক্ষ দলক ব্যতিব্যস্ত কৰি তুলিলে। [২০]

আমি ইতিমধ্যে উল্লেখ কৰি আহিছোঁ - দেশৰ স্বাধীনতাই চক্ৰেশ্বৰক

আশাবাদী কবি তুলিছিল ঃ স্বদেশী চৰকাৰৰ নেতৃত্বতে দেশৰ জনতাৰ দুখ-দুৰ্গতি আঁতৰিব। দেশৰ জনতাৰ ওপৰতো তেওঁৰ প্ৰবল বিশ্বাস জন্মিছিল — ৰাজনৈতিক ভাবে সচেতনতাৰ পৰিচয় দি দেশৰ জনতাই গণতান্ত্ৰিক শাসন সফল কৰি তুলিব। 'হেম বৰুৱা' শীৰ্ষক কবিতাটিত তেওঁ লিখিছে ঃ

> .আজি সেই শোষিতৰ দলে
>
> ভীৰুতাৰ বৰ্ম পিন্ধি
>
> শোষকৰে জয়গান গাই
>
> জয়মাল্য নিদিয়ে পিন্ধাই
>
> নেতৃত্বৰ লোভনীয় ওখ আসনত
>
> সিহঁতক নকৰে বৰণ।[২২]

১৯৪৮ চনৰ মে' মাহৰ পৰা অল ইণ্ডিয়া ৰেডিঅ'ৰ কৰ্মচাৰী হিচাপে চক্ৰেশ্বৰে দিল্লীত থাকিবলৈ লয়। তেতিয়াৰ পৰা তেওঁৰ কাব্য-চৰ্চাতো ভাটা পৰে। গতিকে, জয়ন্তী-কালৰ প্ৰগতিশীল কবি গৰাকীৰ মনলৈ দেশৰ স্বাধীনতাই অনা ' আশা' পৰৱৰ্তী কালত নিৰাশাত পৰিণত হৈছিল নেকি, তাক সঠিককৈ ঠাৱৰ কৰিব পৰা নাযায়। কিন্তু তেওঁৰ মৃত্যুৰ পাছত প্ৰকাশিত 'শ্ৰীমন্ত' শীৰ্ষক কবিতাটিত কবিৰ আশা-ভংগৰ ৰেঙণি আছে ঃ

> এদিনাখন প্ৰজাপতিয়ে হেনো দেৱতা, মানৱ আৰু অসুৰক / মাতি নি এইবুলি নিৰ্দেশ দিছিল /- দাম্যত, দত্ত, দয়ধ্বম! - দ দ দ - দমন কৰা দান কৰা দয়া কৰা।/ কিন্তু আজি কিমানখিনি আমাৰ সেই আদিম পশুটোৰ দমন হ'ল, / হিয়া উবুৰিয়াই কিমানেই বা নিঃশেষে কৰিলো দান ? / আৰু দয়া কৰি আমাৰ মাজৰ বৰ্বৰ অসুৰটোক/ কিমানখিনি বশ কৰাৰ শকতিকেইনো বাৰু কৰিলো অৰ্জন? [২২]

চক্ৰেশ্বৰ ভট্টাচাৰ্যৰ কবিতামুঠিৰ ঐতিহাসিক মূল্যৰ কথা আমি ইতিমধ্যে দোহাৰি আহিছোঁ। সাহিত্যিক সৌন্দৰ্যৰ বিচাৰত তেওঁৰ কবিতা উৎকৃষ্ট নহলেও

ইবোৰ একেবাৰে সৌন্দৰ্যবিহীন নহয়।তেওঁৰ কবিতাত মাজে মাজে এনে কিছু পংক্তি আছে যিবোৰৰ কাব্যিক-আবেদনে পাঠকৰ মনত ব্যঞ্জনাৰ লহৰ তোলে। তলৰ পংক্তিবোৰলৈ দৃষ্টি নিক্ষেপ কৰিলে এই কথা বুজা যাব ঃ

(ক) নোপোৱাৰ মাজেদিয়ে
খোৱাৰ আশা বাঢ়ি থাকে।
কেন্দ্ৰ তাৰ সেই এটকীয়া নোটখন।
(—মাথোন এখন নোট)

(খ) মোৰ আজিৰ এই যৌবন
ধুমুহাৰ গতি কাঢ়ি লোৱা
মহা প্ৰতিবাদ।
(— ৰাস- লীলা)

(গ) যি সত্যবান শোষণৰ ধৰ্মৰাজে
ছলনাৰে কৰিলে হৰণ
সাবিত্ৰী পৃথিৱী আজি তাৰ বাবে অত্যন্ত ব্যাকুলা,
( —'হেম বৰুৱা')

(ঘ) হিৰোচিমা —কুৰি শতিকাৰ শান্তি-কটকীৰ
বোকোচাত থাকে পাৰমাণৱিক চিঠি !
(— শ্ৰীমন্ত )

## হেম বৰুৱা (১৯১৫-১৯৭৭)

### (এক)

প্ৰগতিশীল জয়ন্তীয়ে আৰম্ভ কৰা নতুন কাব্য-আন্দোলনৰ অন্য এগৰাকী আগশাৰিৰ সৈনিক-কবি হ'ল হেম বৰুৱা। দেশৰ শ্ৰেণী-বৈষম্যৰ কদৰ্য ৰূপ লক্ষ্য কৰিয়ে যেন তেওঁ কাব্য-প্ৰচেষ্টা চলাইছিল। সেইবাবে তেওঁৰ কবিতাত ফুটি উঠিছে দৰিদ্ৰ জনতাৰ দুখ আৰু সংগ্ৰামৰ ছবি। জয়ন্তীত প্ৰকাশিত তেওঁৰ প্ৰথমটো কবিতা

'পূজা'ত কবিয়ে লিখিছে ঃ

এয়া পূজা শতকৰা শ আন কাৰোবাৰ পূজা,
ইমান ৰঙ ৰহইছৰ
এয়া পূজা আমাৰ যদি হয়
কিয় বাৰু আজি এই মহান আনন্দৰ দিনা
আনন্দময়ীৰ আগমনী ক্ষণত
আমি টহল দিছোঁ ক্লান্ত ভগ্ন
অনাহাৰে শুদা পেটে
সৌ সিহঁতৰ তৰল বিলাস চাই ;
আজিও আমাৰ পেট উদং
আজিৰ দিনাও ক্ষুধাৰ তৃষ্ণা
অনাহাৰে।[২৩]

ভবানন্দ দত্তই প্ৰগতিশীল জয়ন্তীৰ প্ৰথম সংখ্যাতে 'মেহগনি পালেঙত অলস দেহা' পেলাই অৰ্গেনত ৰবীন্দ্ৰ-সংগীতৰ ধুন শুনা ধনীৰ দুহিতাৰ ৰোমাঞ্চৰ ছবি অংকন কৰাৰ দৰে হেম বৰুৱাই ধনীৰ সন্তানৰ ধুন-পেছ আৰু ৰোমাঞ্চৰ চিত্ৰ আঁকিছে এনেদৰে ঃ

তৰুণীহঁতৰ মুখমণিকাত
স্ন' ক্ৰীম ৰুজৰ মৃদু পৰশ।
সিহঁতৰ  দেহত জেনেৰেল টজৰ দেশৰ
গেইছাৰ শোভা
ঠিক যেনিবা একোজনী চিনামাটিৰ পুতলা
০০০   ০০০   ০০০

ডেকাহঁতৰ?

সিহঁতৰ ফ্রিন্জ নভগা টাউজাৰ।

— —— ——

সিহঁতৰ চকুৰ কোণত প্রেমিক শ্যেলীৰ চকুৰ লহৰ।[২৪]

ধনীৰ ঘৰত লালিত-পালিত এই যুৱক-যুৱতীৰ কৃত্রিম প্রেমে আজিৰ সমাজৰ ফোপোলা ৰূপৰ কথাকে ইংগিত কৰে। ব্যঙ্গ-বাণ নিক্ষেপ কৰি কবিয়ে কৈছে যে এই 'আধুনিক' ডেকা - ডেকেৰীৰ নকল প্রেমেৰে আজিৰ পৃথিৱী উৰ্বৰা হৈছে!

এই আধুনিক ডেকা-গাভৰুৰ

নকল প্রেমত আজিও ধৰণী উৰ্বৰা।

ইয়াৰ বিপৰীতে নিষ্পেষিত দৰিদ্র পৰিয়ালৰ ডেকা-গাভৰু 'পৰ পদানত'! সিহঁতৰ জীৱনলৈ কেতিয়াও ৰোমাণ্টিকতা নাহে। কাৰণ, ভোক নিবাৰণৰ চিন্তাই সিহঁতক পংগু কৰি পেলাইছে। 'ক্ষুধা তৃষ্ণা যাৰ চিৰ সহচৰ' তাৰ জীৱনলৈ যৌৱনৰ ৰোমাণ্টিকতা আহিব কেনেকৈ? সিহঁতৰ মুখত 'ক'লা দীঘল দাড়িপুঞ্জ', ওঁঠত 'শুকান হাঁহি' আৰু 'চকুত নিষ্প্রভ জ্যোতি'। দৰিদ্র জনতাৰ দুখৰ সমভাগী হৈ শ্ৰেণী-বৈষম্যৰ কদৰ্য ৰূপ অংকন কৰি কবিয়ে সুন্দৰ উপমাৰে বুজাইছে — ৰাস্তাৰ কাষৰ, বাধাহীন ভাৱে ৰ'দ-বতাহ-বৰষুণৰ অত্যাচাৰ সহিবলগীয়া হোৱা লেম্প প'ষ্টৰ দৰেই দৰিদ্র জনতাৰ অৱস্থা ঃ

আমি মৰিছোঁ চকু কণা হোৱা

বাটৰ ধূলি খাই।

ৰাস্তাৰ দাঁতিৰ ধূলিৰে ভৰা লেম্প-প'ষ্টটোৰ

দশাই আমাৰ ছোট লোকৰ দশা।

হেম বৰুৱাই অৱশ্যে জনতাৰ দুখ-যন্ত্রণাৰ ছবি আঁকিয়ে ক্ষান্ত হৈছে। জনতাৰ মুক্তিৰ বাবে কোনো পথৰ ইংগিত দিয়া নাই। এই কথাটোলৈ আঙুলিয়াই ভবানন্দ

দত্তই ১৯৫৪ চনত লিখা এটি প্ৰবন্ধত লিখিছিল ঃ

> সেই সময়ত (চল্লিছৰ দশকত) হেম বৰুৱাৰ কবিতাত তীব্ৰ শ্ৰেণী বিদ্বেষ প্ৰকাশ পায় ; কিন্তু তাত আছে সমাজৰ ওপৰ-শ্ৰেণীৰ প্ৰতি আক্ৰোশ, আছে মটৰ গাড়ীৱালা বিলাসী জীৱনৰ লগত বাটৰ ধূলি খোৱা 'ছোটলোক'ৰ তুলনা। তাত ছোটলোকৰ ব্যক্তিগত ধনী হোৱাৰ কামনা বা ধনী হ'ব নোৱাৰাৰ আক্ৰোশ আছে ; কিন্তু ছোটলোকৰ জীৱনৰ গভীৰ মূল্যবোধৰ পৰিচয় নাই। সেয়ে হেম বৰুৱাৰ দৃষ্টি ব্যক্তি-কেন্দ্ৰিক, ৰোমাণ্টিক; তাত বঞ্চিতৰ করুণা আছে, বঞ্চকৰ প্ৰতি ঘৃণা আছে; কিন্তু সমাজ মুক্তিৰ বাস্তৱ সংগ্ৰামৰ ছবি নাই, জীৱনৰ সৃষ্টিশীল সামূহিক শ্ৰেণীৰ আগভাগ নাই, আছে মনে গঢ়া আদৰ্শৰ সন্ধানত আগবাঢ়িব পৰা কোনো সোণপাহিৰ সহচৰ্য আৰু সহযোগৰ কামনা।[২৫]

হেম বৰুৱাই চল্লিছৰ দশকত লিখা কবিতাত 'সমাজ মুক্তিৰ বাস্তৱ সংগ্ৰামৰ ছবি' নাথাকিলেও, তেওঁ কেৱল জনতাৰ দুখ-দৈন্যৰ চিত্ৰহে তুলি ধৰিলেও — তেওঁক 'বেক্তি-কেন্দ্ৰিক ৰোমাণ্টিক' বুলি চিহ্নিত কৰাতো উচিত নহ'ব। যিহেতু কবিয়ে জনতাৰ দুখ-যন্ত্ৰণাৰ খবৰ ৰাখি সেই জনতাৰ সৈতে একাত্মা অনুভৱ কৰি পুঁজিবাদী সমাজৰ শ্ৰেণী-বৈষম্যৰ প্ৰতি ঘৃণা আৰু ক্ষোভ প্ৰকাশ কৰিছে; গতিকে ক'ব পৰা যায় — কবিয়ে প্ৰচলিত সমাজ ব্যৱস্থাৰ আমূল পৰিৱৰ্তন বিচাৰিছে, জনতাই নিজৰ অধিকাৰ ঘূৰাই পোৱাৰ পোষকতা কৰিছে। গতিকে তেওঁৰ চিন্তাও প্ৰগতিশীল আছিল। মাৰ্ক্সবাদী আদৰ্শক বিশ্বাসত নল'লেও হেম বৰুৱাই সমাজৰ পৰা অসাম্য আঁতৰাই সমাজবাদী দেশ গঠনৰ হকে মাত মাতিছিল। জয়ন্তীত প্ৰকাশিত 'দোল-পূৰ্ণিমা' কবিতাত তেওঁ লিখিছে ঃ

পীড়িত মানৱাত্মা যেন এক অজান 'সব পোৱাৰ'
দেশৰ উন্মেষণত আগবাঢ়ি যায়,
এখন সাম্যবাদী 'নয়া দুনিয়া' বিচাৰি।

গোটেই নিশাটো সি সাৰ পোৱা।

গণ-মানৱৰ জাগৰণ আভিজাত্য ধনিকৰ

বিশেষ আতঙ্কৰ কাৰণ?[২৬]

চল্লিছৰ সাহিত্যৰ পটভূমি সম্পৰ্কে আলোচনা কৰোঁতে আমি দেখুৱাই আহিছোঁ যে ত্ৰিশৰ দশকৰ মাজভাগৰ পৰা অসম তথা ভাৰতৰ সমাজ-জীৱনলৈ অভিশাপ স্বৰূপে নামি আহে দৰিদ্ৰতা। চল্লিছৰ দশকটো প্ৰচণ্ড অশান্তিৰে আৰম্ভ হয়। দ্বিতীয় মহাযুদ্ধ আৰু স্বাধীনতা আন্দোলনজনিত অৰাজকতাই ইংৰাজৰ শোষণে ভাঙি পেলোৱা অৰ্থনীতিৰ ওপৰত আৰু এটি মাধমাৰ সোধায়। ফলত মানুহৰ মৌলিক প্ৰয়োজন অন্ন-বস্ত্ৰ-বাসস্থানৰ সমস্যাই তীব্ৰ ৰূপ ধাৰণ কৰে। এমুঠি অন্নৰ বাবে মানুহে হাহাকাৰ কৰিবলগীয়া হয়। লক্ষ লক্ষ মানুহৰ খাদ্যৰ অভাবত নিকৰুণ মৃত্যু হয়। এনে নিষ্ঠুৰ সময়ৰ করুণ চিত্ৰ আছে হেম বৰুৱাৰ সেই সময়ৰ কবিতাত। নিষ্ঠুৰ বাস্তৱৰ এই চিত্ৰবোৰতে প্ৰকাশ পাইছে কবিৰ জন-দৰদ। লগতে প্ৰকাশ পাইছে নিষ্পেষিত জনতাৰ জীৱনলৈ পৰিৱৰ্তন অনাৰ বাসনা। কবিৰ এই বাস্তৱ চিত্ৰবোৰক 'ব্যক্তি-কেন্দ্ৰিক ৰোমাণ্টিক' বুলি কেতিয়াও চিহ্নিত কৰিব নোৱাৰি। দোল-পূৰ্ণিমা শীৰ্ষক কবিতাত তেওঁ আৰু লিখিছে :

জন-প্ৰাণী হীন, পিচ্ দিয়া ৰাস্তাৰ

ওপৰেদি দোল-পূৰ্ণিমা নিশা

কোন এক আহাৰান্বেষি পথিক

প্ৰাগৈতিহাসিক যুগৰ প্ৰেতাত্মাৰ দৰে

নিশব্দে দ্ৰুতবেগে আগবাঢ়ি যায়।

আহাৰান্বেষি সাধাৰণৰ আগবঢ়া

ধনিক-মহিষাসুৰৰ বুকুত শক্তিশেল সদৃশ।

দৰিদ্ৰ জনতাই অন্ন-বস্ত্ৰ-বাসস্থানৰ অভাবত ত্ৰাহি মধুসূদন সুঁৱৰি থকাৰ

বিপৰীতে সমাজৰ আঢ্যৱন্তসকলে কিন্তু সেই অৱস্থাতো লাহ-বিলাসত দিন নিয়াব পাৰিছে। শ্ৰেণী-বৈষম্যৰ নিৰ্মম চিত্ৰ আঁকি পৰম ক্ষোভেৰে কবিয়ে আঢ্যৱন্তৰ জীৱনলৈ দৃষ্টিপাত কৰিছে ঃ

দোল-পূৰ্ণিমা নিশা ধনতন্ত্ৰৰ
অন্দৰ-মহলত আবিৰৰ বিৰাট 'শ্ৰাদ্ধ'।
সোণ-চৰোৱা চাঁন্দীৰ ফিচকাৰীৰ
অতিৰিক্ত ব্যৱহাৰ।
আজি চাদিনী নিশাৰ
অতীতৰ যমুনা পাৰৰ
কৃষ্ণৰ লীলা-খেলা, যুৱতীৰ চঞ্চলতা
আবিৰ আনন্দ সকলো
আভিজাত্যৰ বিশেষ 'সংৰক্ষিত সত্ব'।

তেতিয়াৰ ডেকা অধ্যাপক হেম বৰুৱা আছিল দেশীয় সাহিত্যৰ লগতে বিদেশী সাহিত্যৰো, বিশেষকৈ ইংৰাজী সাহিত্যৰ ৰসজ্ঞ পাঠক। সেইবাবে তেওঁৰ কবিতাত দেশ-বিদেশৰ সাহিত্য, সংস্কৃতি, ৰাজনীতি, অৰ্থনীতিৰ পৰা আহৰণ কৰা প্ৰতীক আৰু চিত্ৰকল্পৰ ব্যৱহাৰ বেছি। বৰুৱা টি. এছ. এলিয়টৰ দ্বাৰা চল্লিছৰ দশকতে প্ৰভাৱান্বিত হৈছিল। অৱশ্যে এলিয়টৰ দৰে সমস্যাৰ সূক্ষ্ম বিচাৰ তেওঁ কৰা নাছিল, সামগ্ৰিক দৃষ্টিৰেহে তেওঁ আধুনিক মানুহক বিচাৰ-বিশ্লেষণ কৰিছিল। এই সম্পৰ্কত ড° হীৰেন গোহাঁইৰ মন্তব্য উল্লেখ কৰিবলগীয়া ঃ

> এলিয়টৰ দৰে গভীৰ অধ্যয়ন আৰু জটিল মানসিকতা তেওঁৰ স্বভাৱগত নাছিল। সেয়ে তেওঁ (হেম বৰুৱাই) যিবোৰ প্ৰতিধ্বনি বা পৰোক্ষ সূচনাৰ (allusion) প্ৰয়োগ কৰিছিল সেইবোৰ আছিল মামুলি ধৰণৰ; তেওঁ যেতিয়া বিচিত্ৰ দ্বন্দ্বময় ভাব আৰু অনুভূতি একেলগে জোৰাইছিল,

তেতিয়া তাত এলিয়টৰ কৃবিতাৰ দৰে তপত লোহাৰ দীপ্তি প্ৰকাশ পোৱা নাছিল।[২৭]

ড° গোহাঁইৰ এই মন্তব্য হেম বৰুৱাৰ দুয়োখন কাব্যগ্ৰন্থত অন্তৰ্ভুক্ত কবিতাবোৰলৈ লক্ষ্য কৰি আগবঢ়োৱা হৈছে যদিও কবিৰ চল্লিছৰ আলোচনীত প্ৰকাশিত কবিতাবিলাকৰ ক্ষেত্ৰতো ইয়াৰ সাৰ্থকতা আছে। জয়ন্তীত প্ৰকাশ পোৱা 'মৰুভূ' কবিতাটোলৈ লক্ষ্য কৰিলে এই কথাৰ যুক্তিযুক্ততা বিচাৰি পোৱা যাব :

ৰাস্তাৰ ওপৰত শিল আৰু লোহা
শিল আৰু তীখা
শিল আৰু নিউমেটিক চকা
যান-বাহনৰ যুগান্তকাৰী কৰ্কশব্দ
আৰু এজনী নিস্তেজ সেঁতা-মুখা ছোৱালী
চিকুণ-যুৱতী।[২৮]

গুৰুত্বপূৰ্ণ কথাটো হ'ল হেম বৰুৱা এলিয়টৰ দৰে নিৰাশাবাদী বা 'বিলাপী' কবি নহয়। ক্ৰান্তিকাৰী চল্লিছৰ কবি বৰুৱাই বিশ্বাস কৰে যে যুদ্ধ বিধ্বস্ত ক্ষয়িষ্ণু সমাজলৈ সুখ-সম্প্ৰীতি-সমৃদ্ধিৰ বতাহ সোনকালে বলিব। মৰুভূমিতো যিদৰে ফুল ফুলিব পাৰে সেইদৰে ধ্বংসপ্ৰাপ্ত সমাজলৈও নতুন জীৱনী শক্তিৰ ঢল আহিব পাৰে। এই আশালৈয়ে আধুনিক মানুহ প্ৰতিকূল অৱস্থাৰ মাজতো সাহসেৰে জীয়াই থাকিব :

মৰুভূমিতো ফুল ফুলে
ফুলৰ পাহি সৰে, ফুল মৰহে।
আমি জীয়াই থাকোঁ
চীনত জীয়াই থাকে
অগণন অনাথ বালক বালিকা

পৃথিৱীৰ এন্ধাৰত নগ্ন প্ৰেতাত্মাৰ দৰে

বোমা বাৰুদৰ অপেক্ষাত

সভ্যতাৰ সূৰ্যহীন শুকান মৰুভূ প্ৰান্তত।[২৯]

প্ৰগতিশীল কবিৰ দৃষ্টি কেৱল নিজ দেশৰ চাৰিসীমাৰ মাজতে আবদ্ধ নাথাকে। সমগ্ৰ পৃথিৱীৰ জনতাৰ সুখ-দুখৰ প্ৰতি তেওঁলোক সচেতন। ড° মহেন্দ্ৰ বৰাই সঠিক ভাবেই লক্ষ্য কৰিছে যে অসমীয়া কবিতালৈ হেম বৰুৱাই প্ৰথমতে আন্তৰ্জাতিক মানৱতাক আদৰি আনে :

> হেম বৰুৱাই অসমীয়া কবিতালৈ এটা নতুন বস্তু আনি দিলে। সেই বস্তুটো হৈছে আন্তৰ্জাতিক মন। ইংৰাজী কবিতাত লুই মেক্‌নিচৰ পৰা আৰম্ভ কৰি চিডনী কী পৰ্যন্ত এদল কবিৰ কবিতাত এই সুৰটো শুনিবলৈ পোৱা যায়।[৩০]

কবি-জীৱনৰ আৰম্ভণিতে বৰুৱাই তেনে বহল মনৰ গৰাকী হ'ব পাৰিছিল — এইটো কম গুৰুত্বপূৰ্ণ কথা নহয়। বৰুৱাৰ ৰাজনৈতিক চিন্তা-চৰ্চা গভীৰ আছিল কাৰণেই পৃথিৱীৰ বিভিন্ন দেশৰ ঘটনা-দুৰ্ঘটনাই তেওঁৰ কবি-মানস আন্দোলিত কৰিছিল। তেওঁৰ এই 'আন্তৰ্জাতিক মন' প্ৰকাশিত হৈছে 'মৰুভূ' শীৰ্ষক কবিতাত এনেদৰে :

আজি অতি সস্তা শোণিত

চীন, ছভিয়েৎ, জেকোশ্ল'ভেকীয়া

বৰ্বৰ যুগৰ দৰেই সস্তা মানৱৰ

কেঁচা ৰঙা তপত

বুকুৰ শোণিত

সভ্যতাৰ মৰু-ভূ প্ৰান্ত দিগন্ত স্পৰ্শি বয়।

হেম বৰুৱা যদিও মাৰ্ক্সবাদী নাছিল, তথাপি ৰাছিয়াৰ সফল সাম্যবাদী

আন্দোলনে তেওঁক আকর্ষিত কৰিছিল। ৰাছিয়াৰ আৰ্হিত চীন দেশত চলা সাম্যবাদী আন্দোলনৰ প্ৰতিও তেওঁৰ সহৃদয়তা আছিল।

এইদৰে মাৰ্ক্সবাদী আন্দোলনৰ দ্বাৰাও প্ৰভাৱান্বিত হৈছিল কাৰণেই কাব্য-চিন্তাত নিৰাশা ফুটি উঠা নাছিল। গতিকে, এলিয়ট ভংগীত কবিতা ৰচনা কৰিবলৈ ল'লেও তেওঁ এলিয়টৰ দৰে বিলাপী নাছিল। এলিয়টৰ দৰে আধ্যাত্মিকতাৰ ওপৰত আউজি প্ৰাচীন সামন্তবাদী সমাজৰ আৰাধনাও হেম বৰুৱাই কৰা নাই। মাৰ্ক্সবাদী কবিৰ দৰে নতুন পৃথিৱীৰ কল্পনা নকৰিলেও তেওঁ বঞ্চিত, শোষিত জনতাৰ লগত একাত্মা অনুভৱ কৰি সেই জনতাৰ ন্যায্য-প্ৰাপ্তিৰ হকে মাত মাতিছে। আৰু এটি উদ্ধৃতি দিয়া যাওঁক ঃ

মই কঙাল।
শনিৰ দৃষ্টিত মোৰ এই ভাৰতত আবিৰ্ভাৱ।
জীৰ্ণশীৰ্ণ, প্ৰভুহীন আশ্ৰয়হীন
অলিয়ে গলিয়ে লুণ্ঠিত
মোৰ জীৱন
সৌ গণতান্ত্ৰিক কুকুৰ জাকৰ দৰেই নগণ্য।
০০০ ০০০ ০০০
মই নিবিচাৰো ৰাজ্য উপনিবেশ
আলস্কা নাইবা মাদাগাস্কাৰ।
মই বিচাৰো মাথোঁ বিচাৰ
আৰু আমাৰ পাব লগা স্থান।[৩১]

দ্বিতীয় মহাযুদ্ধই বিভিন্ন দেশৰ নগৰ-চহৰৰ দৰে গুৱাহাটীৰো অভূতপূৰ্ব পৰিবৰ্তন আনে। আকাশত যুদ্ধৰ জাহাজ, পথৰ ওপৰত বিদেশী সৈন্যৰ ভিৰ, নতুন নতুন ৰেষ্টোৰা, চিনেমা আদিৰে গুৱাহাটী তোলপাৰ। তাৰ মাজতে ছাত্ৰ-

ছাত্ৰীৰ স্কুল-কলেজ চলিছে যদিও তাত কাৰোৱে একাগ্ৰতা ফুটি উঠা নাই। আনহাতে ব্লেক আউট আৰু যুদ্ধ-ত্ৰাসৰ সুবিধা লৈ অসাধু ব্যৱসায়ীসকলে ব্লেক মাৰ্কেটৰ বেহা চলাইছে। ফলত, জনতাৰ পানীত হাঁহ নচৰা অৱস্থা হৈছে।

সেই অস্থিৰতা, ক্ষয়িষ্ণুতাৰ মাজতে আশাবাদী মানুহ কিছুমানে গঠনমূলক কাম-কাজৰ প্ৰতি মনোযোগ দিছিল। অসমত বিশ্ববিদ্যালয় স্থাপনৰ দাবি জোৰদাৰ কৰি তোলা হৈছিল। এই উদ্দেশ্যত পুঁজি সংগ্ৰহ অভিযানো চলোৱা হৈছিল। ইয়াৰ উপৰিও দুখীয়াৰ সহায়ৰ বাবে কস্তুৰবা গান্ধী স্মৃতি পুঁজি গঠন কৰা হৈছিল। প্ৰগতিশীল লেখকসকলে প্ৰগতিশীল সাহিত্য-আন্দোলন তীব্ৰতৰ কৰি তুলিছিল। সংঘৰ্ষমুখৰ গুৱাহাটীৰ এই চিত্ৰ অংকন কৰি হেম বৰুৱাই লিখিছিল ঃ

অকস্মাৎ চলচ্চিত্ৰৰ দৰে
যুদ্ধকালীন গুৱাহাটী পৰিৱৰ্তন-মাতোৱালা।
যুদ্ধ যুগৰ ব্যস্ততা ঃ খাকীৰ বাহাৰ
নতুন ৰেষ্টোৰা, নতুন চিনেমা
অসমীয়াৰ বাণিজ্য চেতনা
যুদ্ধৰ সস্তা-উপদেশ ভৰা ৰণোদ্যমৰ ছবি।
০০০ ০০০ ০০০
১৯৪৪ চন উৰে তুফান বেগেৰে
সহচৰ
ব্লেক আউট, ব্লেক মাৰ্কেট আৰু
বহুত আন্দোলন ঃ
বিশ্ববিদ্যালয়, কস্তুৰবা স্মৃতি পুঁজি
প্ৰগতি সাহিত্য।[৩২]

হেম বৰুৱাৰ চল্লিছৰ দশকত ৰচিত কবিতা সমূহ নিটোল শৈলীৰ নহয় যদিও মহাযুদ্ধ-বিধ্বস্ত নগৰীয়া জীৱনৰ অধঃপতনৰ চিত্ৰ সুন্দৰকৈ ইবোৰত অংকিত হৈছে। এলিয়টক অনুকৰণৰ দীক্ষা তেওঁ তেতিয়াই লৈছিল। কিন্তু প্ৰগতিশীল সাহিত্য-আন্দোলনৰ দ্বাৰাও প্ৰভাৱিত হৈছিল কাৰণে এলিয়টীয় নিৰাশাই তেওঁক তেতিয়া লম্ভিব পৰা নাছিল। সেইবাবেই তেওঁৰ কবিতাত ফুটি উঠিছিল দৰিদ্ৰ জনতাৰ সুখ-দুখৰ ছবি।

সাহিত্যিক-সৌন্দৰ্যৰ বিচাৰত জয়ন্তীত প্ৰকাশিত হেম বৰুৱাৰ কবিতামুঠি উৎকৃষ্ট বুলি প্ৰতিপন্ন নহ'ব। কিন্তু অসমীয়া কবিতাৰ ঋতু-পৰিবৰ্তন কালৰ কবি হিচাপে তেওঁৰ কাব্য-প্ৰয়াস আছিল যুগোপযোগী চিন্তাৰে সমৃদ্ধ। সেইবাবেই অমূল্য বৰুৱাৰ দৰে হেম বৰুৱাৰ কবিতায়ো সমসাময়িক আৰু পৰৱৰ্তী কালৰ প্ৰগতিশীল কবিসকলক প্ৰেৰণা যোগাইছিল।

## (দুই)

শ্ৰেণী-বৈষম্যৰে জৰ্জৰিত ভাৰতীয় সমাজৰ দুৰৱস্থা দেখি, পৰম ক্ষোভেৰে সমাজৰ আঢ্যৱন্তসকলৰ লয়লাস আৰু আভিজাত্যৰ ফোপোলা স্বৰূপ উদঙাই হেম বৰুৱাই জয়ন্তীৰ পাতত যি সুৰৰ কবিতা লিখিছিল, সেই সুৰ অন্তৰ্ধ্যান হয় তেওঁৰ পছোৱাত (১৯৪৮-'৪৯)। ভাৰতবৰ্ষৰ স্বাধীনতাৰ দহমাহ পাছত (জুন, ১৯৪৮) প্ৰকাশিত, বৰুৱাৰ দ্বাৰা সম্পাদিত পছোৱাত প্ৰকাশ পোৱা তেওঁৰ কবিতাকেইটিত প্ৰকাশ পাইছে প্ৰসন্ন আশাবাদ। দেশৰ নৱলব্ধ স্বাধীনতাই কঢ়িয়াই অনা 'আশা'ই জয়ন্তীৰ সাম্যবাদী সম্পাদক চক্ৰেশ্বৰ ভট্টাচাৰ্য্যক স্বাধীনোত্তৰ কালত কংগ্ৰেছীত পৰিণত কৰাৰ কথা আমি ইতিমধ্যে আলোচনা কৰি আহিছোঁ। হেম বৰুৱাই কংগ্ৰেছী সাজ পিন্ধা নাছিল যদিও দেশৰ স্বাধীনতাই তেওঁক কংগ্ৰেছীসকলৰ দৰেই উৎসাহিত আৰু আশাবাদী কৰিছিল। দেশে স্বাধীনতা লাভ কৰিলে যেতিয়া বিক্ষোভ-আন্দোলন নহয় — দুই হাতেৰে কাম কৰি দেশৰ অৱস্থা টনকিয়াল

কৰিব লাগে — এনে ধৰণৰ 'গঠনমূলক' চিন্তা কৰিছিল আন দহজন দেশ প্ৰেমিকৰ দৰে হেম বৰুৱায়ো। পছোৱাত তেওঁ লিখিছিল :

> সৃজনী প্ৰতিভাৰ বিকাশৰ বাবে শান্ত পৰিস্থিতি দৰ্কাৰ, পৰিবৰ্তনে বা বিপ্লৱে জীৱনৰ ৰহন চৰায়। সেইবুলি সকলো সময়তে পৰিবৰ্তন বা বিপ্লৱ যে কাম্য এনে হ'ব নোৱাৰে। এনে অশান্ত অৱস্থাই গঠনমূলক কাৰ্যৰ পথ ৰুদ্ধ কৰে।[৩৩]

এই ধৰণৰ চিন্তা আৰু আশা আকোৱালি লৈছিল কাৰণে 'পছোৱা'ত প্ৰকাশ পোৱা হেম বৰুৱাৰ কবিতাত 'ৰুটিহীন' শ্ৰমিকৰ দুৰৱস্থাৰ কাৰণে ক্ষোভ নাইবা 'লেম্প-পোষ্ট'ৰ দৰে বাটৰ ধূলি খোৱা 'ছোট লোক'ৰ দৰিদ্ৰতাৰ চিত্ৰ নাই; আছে — 'সোণপাহি'ৰ সৈতে পথাৰত খেতি কৰাৰ কথা, মৰণা মৰাৰ কথা। অথবা, আছে —'এলিয়টৰ দৰে প্ৰিয়া আৰু পৃথিৱীৰ উচ্ছৃংখল অধঃপতিত গতি দেখি' হা-হুমুনিয়াহ কাঢ়ি 'শান্তিৰ বগলি জাক'ৰ প্ৰতি কৰা আৰাধনা।

পছোৱাৰ এবছৰীয়া জীৱন-কালত মৌলিক কবিতা প্ৰকাশ পাইছিল সৰ্বমুঠ একচল্লিছটা। ইয়াৰ ভিতৰত হেম বৰুৱাৰ কবিতা আছিল মাত্ৰ তিনিটা। এই তিনিটা কবিতাতে সুন্দৰকৈ প্ৰকাশ পাইছে তেওঁৰ কাব্য-চিন্তাৰ উক্ত পৰিৱৰ্তন। 'পৃথিৱী' শীৰ্ষক কবিতাত কবি বৰুৱাই কৈছে যে মহাযুদ্ধৰ তাণ্ডৱ আঁতৰি যোৱাৰ ফলত পৃথিৱীত নতুন আশাৰ ৰেঙণি ফুটি উঠিছে। কুৰি শতিকাৰ নতুন পৰিবেশত সামন্তবাদী শাসক-শোষকৰ কবলৰ পৰা পৃথিৱী মুক্ত হ'ল। পৃথিৱীত শান্তিৰ, সমৃদ্ধিৰ বতৰা বিয়পি পৰিছে :

নাগাছাকি, হিৰোচিমা  
আনবিক সংঘাতত  
ছাই হৈ, ধূলি হৈ যায়।  
ধুমুহাত শাল গছ ভাঙে  
জোপৰ আঁৰত লুকাই থকা  
নাহৰফুটুকীৰ সপোনত

তোলপাৰ লাগে।

উটৰ পিঠিত উঠি

আঙুৰৰ হলাহল পি

কুৰি শতিকাৰ মৰুভূ বগাই

ছেংগীছ টাইমুৰ যায়।

পৃথিৱীৰ চো ঘৰত

নতুন সূৰুযে উম লয়।[৩৪]

কবিৰ মানস-পটত মহাযুদ্ধৰ কবলৰ পৰা মুক্ত, শান্তিপূৰ্ণ পৃথিৱীৰ ৰেখাংকন হৈছে। যুদ্ধ অন্ত পৰাৰ পাছতে ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰাত কবি আশ্বস্ত হৈ পৰিছে। স্বাধীনতাৰ পিছতে সাম্প্ৰদায়িক হিংসা আৰু দুৰ্ভিক্ষই দেশৰ আকাশ-বতাহ বিষাক্ত কৰি তুলিলেও সমাজবাদী হেম বৰুৱা আছিল আশাবাদী। আন দহজন সমাজবাদীৰ দৰে তেওঁ স্বাধীন ভাৰতবৰ্ষক শক্তিশালী সমাজবাদী দেশ ৰূপে গঢ়ি তোলাৰ যি সপোন দেখিছিল, তাক বাস্তৱত ৰূপায়িত কৰিব পৰা যাব বুলি ধাৰণা কৰিছিল। ভাৰতবৰ্ষ সমাজবাদী দেশ ৰূপে গঢ়ি উঠিলে গোটেই বিশ্বতে সমাজবাদী আদৰ্শ জনপ্ৰিয় হৈ পৰিব বুলিও কবিয়ে ভাবিছিল। এনে চিন্তা ব্যক্ত কৰিয়ে তেওঁ 'পৃথিৱী' কবিতাটিৰ শেষৰ ফালে লিখিছে যে যুদ্ধৰ অশান্তি আঁতৰি যোৱাৰ পিছত পৃথিৱীত শান্তিৰ পৰিবেশ বিৰাজ কৰিব আৰু সাম্ৰাজ্যবাদী শক্তিৰ পতন ঘটাৰ পাছত 'সাম্যবাদী' সমাজ প্ৰতিষ্ঠা হ'ব ঃ

আনবিক ডাৱৰ ফালি

শান্তিৰ বগলি জাক

আকাশ কপাঁই

দিগন্ত ধিয়াই

গান গায়।

পৃথিৱীত সাম্যবাদী

সৰগ নমায়।

হেম বৰুৱাই পছোৱাত স্বৰ্ণ বৰুৱা আৰু সঞ্জয় বৰা ছদ্মনামত কবিতা লিখিছিল।[৩৫] স্বৰ্ণ বৰুৱা ছদ্মনামত লিখা 'এৰ'প্লেন' শীৰ্ষক কবিতাটিত অধিক স্পষ্ট ৰূপত প্ৰকাশ পাইছে দেশৰ স্বাধীনতাই আশ্বস্ত কৰি তোলা কবি-প্ৰাণৰ আশাৰ কথা। কবি-প্ৰাণে এতিয়া মুক্ত মনে মুক্ত আকাশত বিচৰণ কৰিব বিচাৰে ঃ

প্লেনৰ বুকুত উঠি উৰা মৰা

মুক্তিকামী মই, মোৰ পলাতক মন

মোৰ চকুত প্ৰাচীন নাবিকৰ উত্তেজনা

প্লেনে এৰি অহা পৃথিৱী

কুমাৰী পৃথিৱী

সূৰ্যৰ কেঁচা পোহৰত উজ্বল।

আমি উৰা মৰা

নীলা নিকা আকাশ

বগা ধক্‌ধক্ কপালত পুৱাৰ সেন্দুৰৰ ফোঁটৰ দৰে জলমল।[৩৬]

কবিয়ে লক্ষ্য কৰিছে যে 'প্লেনৰ কাণ তাল মৰা শব্দ'ই অৰ্থাৎ জ্ঞান-বিজ্ঞানৰ অভূতপূৰ্ব প্ৰগতিয়ে পৃথিৱীখনকে 'প্ৰথম নিশাৰ অপৰিচিতা পত্নীৰ দৰে' ভয়, শংকাত কঁপাই তুলিছে। প্ৰগতি পথৰ বাধা-বিঘিনীও সহজে আঁতৰি গ'ল — 'বৈজ্ঞানিক মানৱৰ অসীম শক্তিৰ ইলেকট্ৰন লাগি'। দেশে স্বাধীনতা লাভ কৰাৰ এবছৰ পাছতে, যি সময়ত অন্ন-বস্ত্ৰ-বাসস্থানৰ সমস্যাত পৰি দেশৰ লক্ষ লক্ষ জনতাই হাহাকাৰ কৰি আছিল সেই সময়তে স্বাধীনতাৰ দ্বাৰা পৰম আশাবাদী হৈ পৰি কবি বৰুৱাই দেশ আৰু পৃথিৱী 'প্ৰগতি পথেৰে আগবঢ়া' দেখি আশ্বস্ত হৈ লিখিছে ঃ

প্লেনৰ কাণ তাল মৰা শব্দত
প্ৰথম নিশাৰ অপৰিচিতা পত্নীৰ দৰে
থৰে থৰে কঁপি উঠিল
বেচেৰী পৃথিৱীখন।

০০০ ০০০ ০০০

বৈজ্ঞানিক মানৱৰ অসীম শক্তিৰ 'ইলেক্‌ট্ৰন' লাগি
বাধাৰ কাঞ্চনজঙ্ঘা ধূলি হৈ যায়।
সূৰ্যৰ অগ্নিশিখাত বৰফৰ পৰ্বত জহি যায়।

মধ্যবিত্ত মনৰ অশান্তি আৰু আত্মগৰ্ব লৈ কবিয়ে কেতিয়াবা ভাৱে জুলিয়াচ চিজাৰ, নেপোলিয়ন নাইবা চিকান্দাৰৰ দৰে শক্তিশালী নেতা আৰু প্ৰেমিক হোৱাৰ কথা ঃ

মই চিজাৰ, মই নেপোলিয়ন, মই চিকান্দাৰ।
মোৰ প্লেনৰ পছোৱা গতিত
গ্ৰহ নক্ষত্ৰ তৰা, জিকিমিকি কঁপি উঠে;
যেনিবা
দেৱালী নিশা কেএগাপটিৰ মৃদুনীল প্ৰদীপ শিখা।

এইদৰে ৰোমাণ্টিক বিলাসে গ্ৰাস কৰা কবিৰ মন-প্ৰাণত সমস্যা জৰ্জৰিত পৃথিৱীৰ পৰা আঁতৰি থকাৰ বাসনাও জাগে। কিন্তু ৰুক্মিণী-হৰণ কৰিবলৈ "দ্বাপৰত কুণ্ডিল অভিমুখী হোৱা কৃষ্ণৰ অশ্বক্লান্ত হোৱাৰ দৰে" কবিৰ কল্পনাও 'যাত্ৰাক্লান্ত হৈ পৰিল'। গতিকে কবি-মন কল্পনা ৰাজ্যৰ পৰা বাস্তৱৰ পৃথিৱীলৈ নামি আহিল ঃ মাটিৰ মানুহ, মাটিত মিলাৰ বাসনা জাগিল ঃ

মোৰ উন্মাদ ক্লান্ত দেহৰ ভাজে ভাজে তন্দ্ৰা বিয়পিল

দ্বাপৰত কুণ্ডিল অভিমুখী কৃষ্ণৰ
অশ্বক্ৰান্ত হোৱাৰ দৰে
মোৰ প্লেন হঠাৎ যাত্ৰাক্ৰান্ত হৈ পৰিল।
সমুখত অনন্ত আকাশ, সময় সীমাহীন সমুদ্ৰ
মাটিৰ মানুহ মই মাটিত মিলিম।

জয়ন্তী যুগত সামাজিক বাস্তৱতাক সাৰটি লোৱা হেম বৰুৱাই পছোৱাৰ সময়ত এইদৰে আশাবাদী হৈ পৰি কল্পনা বিলাসী হৈ পৰিছিল। অৱশ্যে সেই সময়ত ঘটা অমানবীয় দুৰ্ঘটনাবোৰে কবিক বাস্তৱৰ নিষ্ঠুৰ পৃথিৱীখনলৈও নমাই আনিছিল। উদাহৰণ স্বৰূপে মহাত্মাৰ হত্যাত ব্যথিত হৈ লিখা 'তুমি জাতিৰ জনক' শীৰ্ষক কবিতাটোলৈ আঙুলিয়াব পাৰি ঃ

আঁউসীৰ এন্ধাৰে ঢকা
বহল আকাশ
ভগা সাম্ৰাজ্যৰ বুৰঞ্জীয়ে মৰণৰ বিভীষিকা আঁকে
মানুহ হেৰাই যায় জঁকাৰ বুকুত।
যীশুৰ প্ৰেম
আৰু বুদ্ধৰ বাণী
হিৰোছিমা, নাগাছাকিত জুইৰ আখৰেৰে
লেখা আছে
কালৰ বুকুত মাইলৰ খুটি।
হিংসাত উন্মত্ত ধৰণী।[৩৭]

বিষয় আৰু ভাবৰ পিনে লক্ষ্য কৰিলে দেখা যায় যে জয়ন্তীৰ সময়ৰ প্ৰবল সমাজ সচেতন, জন দৰদী, প্ৰগতিশীল কবি হেম বৰুৱাই পছোৱাৰ সময়ত এলিয়টী

ভাৱনাৰে আধুনিক মানুহৰ মনৰ দীঘ-বাণিকে বিষয়-বস্তু হিচাপে লৈ কাব্য-চৰ্চা কৰিছিল। পছোৱাত প্ৰকাশিত তেওঁৰ কবিতাত জনতাৰ প্ৰতি দায়বদ্ধতা তেনেকৈ ফুটি উঠা নাই। প্ৰগতিশীল কবিতা হিচাপে, তেওঁৰ এই দুয়োখন আলোচনীত প্ৰকাশ পোৱা কবিতাৰ তুলনামূলক আলোচনা কৰিবলৈ লৈ এইটো স্পষ্টকৈ ক'ব পৰা যায় যে পছোৱাৰ সময়ৰ তেওঁৰ কাব্য-প্ৰচেষ্টা নিম্নমুখী হৈছে; জয়ন্তীৰ কবিতাত ফুটি উঠা বলিষ্ঠ ৰূপ ইয়াত পাবলৈ নাই। আনহাতে সাহিত্য-কলা হিচাপে বিচাৰ কৰিলে দেখা যায় যে পছোৱাৰ সময়ত তেওঁৰ কবিতাৰ শৈলীৰ উত্তৰণ ঘটিছে। ভাব-ভাষাৰ সমন্বয় আগতকৈ বাঢ়িছে। উপমা আৰু চিত্ৰকল্প গঠনত জয়ন্তীৰ সময়ত থকা জঠৰতা বহুখিনি কমিছে। ক্ৰমে মিহি হৈ অহা কবিৰ হস্ত-পৰশত পংক্তিবোৰ কেনে সুললিত হৈ পৰিছে, তলৰ উদ্ধৃতিলৈ মন কৰিলে বুজা যাব ঃ

জোপৰ আঁৰত লুকাই থকা
নাহৰফুটুকীৰ সপোনত
তোলপাৰ লাগে।
উটৰ পিঠিত উঠি
আঙুৰৰ হলাহল পি
কুৰি শতিকাৰ মৰুভূ বগাই
ছেংগীছ, টাইমুৰ যায়।

(— পৃথিৱী)

প্ৰথম নিশাৰ অপৰিচিতা পত্নীৰ দৰে
থৰে থৰে কঁপি উঠিল
বেচেৰী পৃথিৱীখন।

(—এৰোপ্লেন)

সন্ধ্যাৰ আকাশ মোহনাত
পালতৰা ডাৱৰৰ যগলীজাকৰ দৰে,
জুই আঙঠাৰে পূৰ
পৃথিৱীত
শান্তিদূত, তুমি দেখা দিলা।

(—তুমি জাতিৰ জনক)

## অমূল্য বৰুৱা (১৯২২-৪৬)

### (এক)

জয়ন্তীৰ কবিসকলৰ ভিতৰত আটাইতকৈ প্ৰতিভাসম্পন্ন কবিগৰাকী হ'ল অমূল্য বৰুৱা। দ্বিতীয় মহাযুদ্ধৰ ভয়াবহতাই নগৰীয়া (যোৰহাট, গুৱাহাটী আৰু কলিকতাৰ) জীৱনলৈ কিদৰে অস্থিৰতা আনিছিল, তাক তেওঁ ওচৰৰ পৰা প্ৰত্যক্ষ কৰিছিল। এই অভিজ্ঞতাই কৈশোৰৰ পৰা গণেশ চন্দ্ৰ গগৈ, দেৱকান্ত বৰুৱা, যতীন্দ্ৰ নাথ দুৱৰা আদিৰ অনুকৰণত ৰোমাণ্টিক কবিতা ৰচনা কৰিবলৈ লোৱা অমূল্যৰ কোমল কবি-প্ৰাণত তীব্ৰ আলোড়নৰ সৃষ্টি কৰিছিল। এই কথাৰ প্ৰমাণ পোৱা যায়, তেওঁ সেই সময়ত তেওঁৰ বন্ধু-বান্ধৱলৈ লিখা চিঠি-পত্ৰবোৰত চকু ফুৰায়। ২৩/২/৪৪ তাৰিখে যোৰহাটৰ পৰা তেওঁ কাশীৰ হিন্দু বিশ্ববিদ্যালয়ত পঢ়ি থকা পদুম বৰুৱালৈ লিখিছিল ঃ

> কিয় ক'ব নোৱাৰো এটা নিষ্ক্ৰিয় যাতনাৰ ভয় লগা পৰিসমাপ্তিত জীৱনৰ ধুনীয়া কল্পনাবোৰ তেনেই চেদেলি-ভেদেলি হই পৰিছে। নিজেই নিজৰ চকুৰ আগত জীৱনৰ এটা নতুন ৰূপ, এটা নতুন গঢ় দিবৰ যেন আয়োজন কৰিছোঁ। তাত সুন্দৰৰ পূজাৰ প্ৰতি আগ্ৰহতকৈও অসুন্দৰ পাশবিকতাৰ

বিদ্ৰোহটোই বেছি স্পষ্টতৰ হৈ উঠিছে।[৩৮]

অমূল্যই ইতিমধ্যে এজ্ৰা পাউণ্ড, অ'ডেন, সুধীন দত্ত, বুদ্ধদেব বসু, জীবনানন্দ দাস আদি কবিৰ কবিতাৰ সন্ধান পায় আৰু সেইবোৰ পঢ়িবলৈ লয়।[৩৯] ইয়াৰ উপৰি প্ৰগতিশীল ৰচনাৰ আৰ্হি হিচাপে পায় ইতিমধ্যে দুটা সংখ্যা প্ৰকাশ হোৱা জয়ন্তীৰ ৰচনা। প্ৰগতিশীল জয়ন্তীৰ প্ৰথম সংখ্যাত প্ৰকাশ পোৱা ভবানন্দ দত্তৰ 'ৰাজপথ' কবিতাৰ দ্বাৰা অমূল্য অনুপ্ৰাণিত হোৱাৰ কথা দত্তদেৱে পৰৱৰ্তী কালত উনুকিয়াই গৈছে।[৪০] পৰম্পৰাগত মূল্যবোধৰ ওচৰত নতি স্বীকাৰ নকৰি বিজ্ঞানসম্মত ভাৱে 'প্ৰকৃত সত্য'ৰ অন্বেষণ কৰিবলৈ আহ্বান জনাই দত্তই জয়ন্তীৰ সেইটো সংখ্যাতে লিখা 'সমাজৰ গতি' নামৰ প্ৰবন্ধত দোহাৰিছিল ঃ

> মানুহ কি আৰু তাৰ ভৱিষ্যত কেনে, সেই বিলাক কথা বুজিবলৈ আমি বাস্তৱৰ লগত সম্পৰ্কহীন আদৰ্শবাদী দাৰ্শনিক নামধাৰী সকলৰ ওচৰলৈ বা মানুহৰ প্ৰকৃত স্বাৰ্থৰ পৰিপন্থী ধৰ্মৰ ধুৰন্ধৰ সকললৈ নগৈ বিজ্ঞানসম্মত ভাবে মানৱ ইতিহাসৰ ধাৰা অন্বেষণ কৰিলেহে প্ৰকৃত সত্যৰ আলোকৰ সন্তেদ পাব পাৰোঁ।

এনে নতুন দৃষ্টিভংগীয়ে অমূল্য বৰুৱাক প্ৰভাৱান্বিত কৰিছিল। যাৰ ফলত তেওঁৰ ৰমন্যাসিকতাৰ পৰা বাস্তৱতালৈ উত্তৰণ ঘটিছিল। ১৯/৮/৪৩ তাৰিখে কবিয়ে তেওঁৰ বন্ধু পদুম বৰুৱালৈ লিখিছিল ঃ

> মোৰ কবিতাৰ ধাৰাটো একেবাৰে বদলি কৰি দিছোঁ। Realism ৰ সংস্পৰ্শলৈ আহি নিজ মানুহটোক বহুতখিনি সামাজিক দৃষ্টিভংগীৰে চাবলৈ ধৰিছোঁ।[৪১]

কবিয়ে 'সংস্পৰ্শ' লভা এই 'Realism' হ'ল Socialist realism অৰ্থাৎ সামাজিক বাস্তৱতা। এইদৰে, সামাজিক বাস্তৱতালৈ উত্তৰণ কৰা কবিয়ে — 'তেওঁ যদি আশাটি নুপুৰে/ গুচি যাম অকলে অকলে', 'মোৰ এই সৰু হিয়াখন আলসুৱা নিয়ৰৰ কণা' — ইত্যাদি ভাব-ভংগীৰে অগ্ৰজ ৰোমাণ্টিক কবিসকলক অনুকৰণৰ

পথ পৰিত্যাগ কৰিলে, আৰু বাস্তৱবাদী ভাব-ভংগীৰে ৰচনা কৰিলে 'কয়লা', 'আন্ধাৰৰ হাহাকাৰ', 'কুকুৰ', 'বিপ্লৱী', 'বেশ্যা' আদি কবিতা।

অমূল্য বৰুৱাই বস্তুবাদী, প্ৰগতিশীল কবিতা ৰচনাৰ শুভাৰম্ভ কৰে 'কয়লা'ৰে। ১৯৪৩ চনত লিখা এই কবিতাটি আব্দুছ ছাত্তাৰ সম্পাদিত 'কটনিয়ান'ত (১৯৪৪) প্ৰথমে প্ৰকাশ পায়।[৪২] এই কবিতাটিত কবিয়ে কয়লা খনিৰ শ্ৰমিকৰ দুখ-যন্ত্ৰণাময় জীৱন-চিত্ৰ অংকন কৰিছে।

বৃটিছে আমাৰ দেশ শাসন কৰিবলৈ লোৱাৰ পাছত আধুনিক জ্ঞান-বিজ্ঞানৰ পোহৰত দেশৰ অৰ্থনীতিৰো ক্ৰমে পৰিৱৰ্তন সাধন হ'বলৈ ধৰে। ৰেল লাইন স্থাপন হোৱাত ই ঠাইৰ বয়বস্তু সি ঠাইলৈ সহজে নিব পৰা হ'ল। খনিজ সম্পদ আহৰণৰ কাৰণে ইংৰাজ শাসকে খনন কাৰ্য চলালে। এইদৰে ভাৰতবৰ্ষত ক্ৰমে বিভিন্ন উদ্যোগ গঢ়ি উঠিল। অসমৰো লিডু, মাৰ্ঘেৰিটা আদিত কয়লাখনি আবিষ্কৃত হ'ল। লগে লগে এই উদ্যোগবোৰক কেন্দ্ৰ কৰি মালিক আৰু শ্ৰমিক শ্ৰেণীৰ সৃষ্টি হ'ল। শোষক ইংৰাজৰ কৃপাধন্য মালিক পক্ষই শ্ৰমিকক অত্যাচাৰ উৎপীড়নেৰে জৰ্জৰিত কৰি অধিক সম্পত্তিৰ মালিক হোৱাৰ প্ৰতিযোগিতাত নামি পৰিল। ফলত শ্ৰমিকৰ জীৱন দুৰ্বিষহ হৈ পৰিল। — এয়ে হ'ল 'কয়লা' কবিতাটিৰ সৃষ্টিৰ পটভূমি। কবি বৰুৱাই লক্ষ্য কৰিছে যে দৰিদ্ৰ শ্ৰমিকৰো স্বপ্ন — 'দয়া, মায়া, ক্ষমা মমতা'ৰে দুখীয়া সংসাৰখন সুখী কৰাটো। কিন্তু বনুৱাৰ এই স্বপ্ন বাস্তৱৰ নিষ্ঠুৰ সংঘাতত চুৰমাৰ হৈ যায়। মালিক পক্ষৰ শোষণ-নিৰ্যাতনৰ বাবে তেওঁ তেওঁৰ প্ৰাপ্যখিনিৰ পৰাও বঞ্চিত হয়।

তাত মাথোঁ আছে
কালৰ কু-অভিসন্ধিৰ নিলাজ অভিব্যক্তি।
জীৱনৰ কামনাত কঁপা
কুঁহিপাত, ডাল, ছালৰ
এখন বৃহৎ পাৰিবাৰিক সংসাৰৰ

পাহৰি যোৱা এটা ঠেক বুৰঞ্জী;

এটা নিষ্ঠুৰ প্ৰবঞ্চনা।

যুদ্ধ-বিধ্বস্ত সময়ৰ চিত্ৰ তুলি ধৰা হৈছে জয়ন্তীত প্ৰকাশিত (ষষ্ঠ বছৰ, তৃতীয় সংখ্যা) অমূল্য বৰুৱাৰ প্ৰথম কবিতা 'আন্ধাৰৰ হাহাকাৰ'ত। এই কবিতাটিৰ পটভূমি সম্পৰ্কে কবিৰ বন্ধু ৰাজেন্দ্ৰ নাথ হাজৰিকাই পৰৱৰ্তী কালত লিখিছে ঃ

> যুদ্ধৰ মাজত আমি কলেজ ভৱন (জে. বি. কলেজ, যোৰহাট) হেৰুৱাওঁ, কৰ্তৃপক্ষই জুপুৰী ঘৰ সাজি ছাত্ৰসকলৰ পঢ়াৰ ব্যৱস্থা কৰিছিল। ৰাতি হ'লেই নগৰখন আন্ধাৰত ডুব গৈছিল, তথাপি অমূল্য আৰু মই আন আন বন্ধুৰ লগ লাগি ফুৰোঁ। এনেকুৱা এটা আন্ধাৰৰ পৰিস্থিতিৰ মাজতে বাস্তৱৰ সংঘাত লাগি উজাৰ খাই পৰি 'আন্ধাৰৰ হাহাকাৰ' কবিতা লিখা কথা মোৰ মনত পৰে আৰু মোক পঢ়িও শুনাইছিল।[৪৩]

'আন্ধাৰৰ হাহাকাৰ' এটি দীঘলীয়া কবিতা। মহাযুদ্ধৰ তাণ্ডৱ আৰু সাধাৰণ মানুহৰ জীৱন-যুদ্ধ প্ৰত্যক্ষ কৰি ৰচনা কৰা এই কবিতাটিৰ মূল কথা তিনিটা ঃ

১) শ্ৰেণী-বৈষম্যৰ প্ৰকোপ আৰু মহাযুদ্ধৰ ধ্বংসাত্মক ৰূপ দেখি কবি সচকিত হৈ পৰিছে।

২) ধ্বংসমুখী পৃথিৱীত সাম্যবাদ প্ৰতিষ্ঠাৰ জৰিয়তে নতুন সৃষ্টিৰ পাতনি মেলিবলৈ সাম্ৰাজ্যবাদী শোষকগোষ্ঠীৰ বিৰুদ্ধে তেওঁৰ অন্তৰাত্মা বিদ্ৰোহী হৈ পৰিছে।

৩) কিন্তু যি জনতাৰ মুক্তিৰ বাবে তেওঁৰ বিদ্ৰোহৰ সূচনা, সেই জনতাৰ অশৃঙ্খল, কোলাহল পূৰ্ণ জীৱন-যাত্ৰা আৰু সংগ্ৰাম বিমুখিতা লক্ষ্য কৰি তেওঁ ক্ষোভিত হৈ পৰিছে।

কবিতাটি আৰম্ভ হৈছে এটি সুন্দৰ চিত্ৰকল্পৰে ঃ হেমন্ত কালৰ, শীতৰ পৰশ পাওঁ পাওঁ হোৱা পাত সৰা গছবোৰে সিহঁতৰ অন্তৰৰ গভীৰ হতাশা প্ৰকাশ কৰিছে।

কাৰণ সিহঁতৰ 'মৃত্যু' যেন ওচৰতে আছে ঃ

হেমন্তৰ সেমেকা সন্ধিয়া
পশ্চিমৰ আকাশৰ এক প্ৰান্তৰত জ্বলা
শেহৰ পোহৰে চুমে
কোলাহল ধৰণীৰ মৌন অন্ধকাৰ।
শীতৰ পৰশ পাওঁ পাওঁ
পাত সৰা গছবোৰ
পৃথিৱীৰ ওপৰত থিয় হই
'হা হতোস্মি'ৰ সুৰে আৰ্তনাদ কৰি
প্ৰকাশিছে অন্তৰৰ গভীৰ হতাশা।
সিহঁতৰ হতভম্ভ জীৱনৰ কৰুণ ট্ৰেজেদি
দুদিন পিচতে যেন মৃত্যুৰ কৰাল গ্ৰাসে ধৰিব আবৰি।

এয়া মহাসমৰ-বিধ্বস্ত সময়ৰ চিত্ৰ। মহাসমৰৰ তাণ্ডব-নৃত্যত মানুহ অসহায় হৈ পৰিছে। মৃত্যু যেন তেওঁলোকৰ সমুখত উপস্থিত হৈছেহি। মানুহৰ তেনে অৱস্থা দেখি তেওঁ (কবি) ক্ষোভিত হৈ পৰিছে আৰু সেই অৱস্থাৰ অৱসানৰ বাবে, 'নতুন সৃষ্টি'ৰ বাবে 'বিদ্ৰোহ'ৰ কথাও ভাবিছে ঃ

শক্তিৰ কঁপনি উঠে
অন্তৰত আঁহে আঁহে
বিদ্ৰোহ অগনি জ্বলে
চকুৰ শিখাত,
বিদগ্ধ বিধ্বস্ত স্তূপত মোৰ
নতুন সৃষ্টিৰ

প্রতিজ্ঞাৰ অটল বিশ্বাস থাপি;

কিন্তু কবিৰ এই বিদ্রোহী মন সেমেকি যায় — যেতিয়া তেওঁ দেখে 'সৰু সৰু অশৃঙ্খল মানুহ'ৰ মাজতে 'মাৰ-কাটি-খাৰ ভয়ঙ্কৰ হুলস্থূল'। 'মাৰ-কাটি-খা'ৰ নৃত্য-প্রহেলিকা'ই যেন এই শ্রেণী মানুহৰ জীৱন। সেইবাবে, পৰম ক্ষোভেৰে সেই ক্ষয়িষ্ণু ৰূপ লক্ষ্য কৰি থকাৰ বাহিৰে তৰুণ কবিয়ে যেন অন্য পথ বিচাৰি নাপায় ঃ

বাস্তৱৰ ৰহস্যৰ আত্ম-বিস্মৃতিত পৰি
থাকোঁ চাই
সিহঁতৰ ক'লা ক'লা লেতেৰা জীৱনবোৰ
সিহঁতৰ আন্ধাৰ হাহাকাৰ
আৰু
জোনাকৰ পৰিহাস!

অমূল্য বৰুৱা আছিল মধ্যবিত্ত পৰিয়ালৰ সন্তান। সেইবাবে মধ্যবিত্ত জীৱনৰ আশা-নিৰাশাই তেওঁক প্রভাৱান্বিত কৰিছিল। কিন্তু সমসাময়িক সমাজৰ দৰিদ্র শ্রেণীৰ যন্ত্রণাময় জীৱন-যাত্রায়ো তেওঁক মৰ্মাহত কৰে। ১৯৪৩ চনৰ কোনো এটা দিনত কবিয়ে যোৰহাটৰ বিষ্ণুৰাম বৰুৱা হ'লৰ কাষত থকা ডাষ্টবিনত আমেৰিকান মিলিটেৰীয়ে পেলোৱা ৰুটিৰ টুকুৰাৰ বাবে মগনীয়াৰূপী ভোকাতুৰ মানুহ আৰু ভোকাতুৰ কুকুৰৰ টনা-আজোৰাৰ দৃশ্য দেখিলে। ইয়াৰ পাছত ডেকা কবিৰ অন্তৰত যি প্রতিক্রিয়াৰ সৃষ্টি হ'ল, তাৰ ফলত সৃষ্টি হ'ল 'কুকুৰ' কবিতাটি। প্রসংগক্রমে উল্লেখ কৰিব পাৰি যে এইটো কবিতা হ'ল জয়ন্তীত প্রকাশ পোৱা বৰুৱাৰ দ্বিতীয় কবিতা; প্রকাশ পাইছিল ষষ্ঠ বছৰ ১২শ সংখ্যাত (অক্টোবৰ-নবেম্বৰ,১৯৪৪)। আমি আগতে উল্লেখ কৰি আহিছোঁ যে বৰুৱাৰ জয়ন্তীত ওলোৱা প্রথম কবিতা 'আন্ধাৰৰ হাহাকাৰ', প্রকাশ পাইছিল ষষ্ঠ বছৰ তৃতীয় সংখ্যাত (জানুৱাৰী-ফেব্রুৱাৰী,১৯৪৪)। এই দুটা কবিতা প্রকাশ পোৱাৰ মাজৰ সময়খিনিত জয়ন্তীৰ ছয়টা সংখ্যা ওলাইছিল যদিও ইবোৰত বৰুৱাৰ কবিতা ওলোৱা নাছিল।

'কুকুৰ' প্ৰতীকৰ সহায়েৰে কবিয়ে শ্ৰেণী-বিভক্ত সমাজৰ দৰিদ্ৰ শ্ৰেণীৰ যন্ত্ৰণাময় জীৱন-সংগ্ৰামৰ ছবি আঁকিছে। দ্বিতীয় মহাযুদ্ধৰ ফলত সৃষ্টি হোৱা দুৰ্ভিক্ষৰ কবলত পৰি লক্ষ লক্ষ ভাৰতীয় মানুহৰ মৃত্যু হয়। ক্ষুধাৰ তাড়নাত দৰিদ্ৰ মানুহে ধনীৰ উচ্ছিষ্ট বিচাৰি ডাষ্টবিনত ভিৰ কৰে। ক্ষুধাতুৰ কুকুৰৰ দৰে এই মানুহবোৰে কেৱল জীয়াই থাকিবৰ বাবেহে অখাদ্যকে পৰম তৃপ্তিৰে ভক্ষণ কৰে। গতিকে তাৰ লগে লগে তেওঁলোকে ভক্ষণ কৰে মহামাৰী আদি বেমাৰৰ বীজাণু। চল্লিছৰ দশকৰ সেই মৰ্মান্তিক কথা তৰুণ কবিয়ে কেনে সাৱলীল ভাষাৰে তুলি ধৰিছে তলৰ পংক্তিটো পঢ়িলে বুজা যাব ঃ

সউ দল কুকুৰ
প্ৰত্যেকটো ৰাস্তাৰ
আবৰ্জনাৰ দ'ম বিলাকৰ কাষে কাষে
সিহঁতৰ প্ৰত্যেকৰে মুখে মুখে
ৰস নাইকিয়া শুকান একোডোখৰ
জাতি বৰ্ণ বিচাৰ নোহোৱা হাড়;
০০০ ০০০ ০০০
জীৱৰ বাবে খাবলৈ
খাদ্যৰ নামতো সিহঁতে পায় মহামাৰীৰ বীজ!
এনেকৈয়ে সিহঁতে মৃত্যুক মাতি আনিব
সিহঁত নিৰুপায়!

আজিও ভাৰতবৰ্ষৰ দৰিদ্ৰ জনতাৰ অন্ন-বস্ত্ৰ-বাসস্থানৰ সমস্যা সমাধান হোৱা নাই। খাদ্যৰ অভাৱত দৰিদ্ৰ কৃষকে এই দেশখনত আজিও মাটি-বাৰি বিক্ৰী কৰি উপায় হৈ আত্মহত্যা কৰে। যুদ্ধ-বিধ্বস্ত চল্লিছৰ এই দৃশ্য অধিক মৰ্মান্তিক আছিল। পুৰণি বাতৰি কাকতবোৰ পঢ়িলে বুজি পোৱা যায় সেই অভিশপ্ত সময় কিমান

মৰ্মান্তিক আছিল। তলত সেই সময়ৰ খবৰৰ টুকুৰা এটি উদ্ধৃত কৰা হ'ল ঃ

## মধ্য ভাৰতৰ নাগদ ৰাজ্যত দুৰ্ভিক্ষ

জহলপুৰ, ১৯ মে'ই, (১৯৪৬) ঃ ......... জানিব পৰা গৈছে যে নাগদ ৰাজ্যৰ ভিতৰুৱা ঠাইত থকা আদিম অধিবাসীসকলেও উপায় নেপাই ভোক গুচাবৰ কাৰণে মানুহ খাইছে আৰু অধিবাসী সকলে দুৰ্ভিক্ষ হোৱাৰ কাৰণে শই শই ৰাজ্য এৰি যাবলৈ ধৰিছে। এ, পি,[৪৪]

এনে নিষ্ঠুৰ সময়ৰ কবি আছিল অমূল্য বৰুৱা। তীব্ৰ সমাজ-সচেতন কবি বৰুৱাই পৰম ক্ষোভেৰে তেওঁৰ 'কুকুৰ' কবিতাত দৰিদ্ৰ আৰু আঢ্যৱন্ত উভয় শ্ৰেণীকে 'কুকুৰ' আখ্যা দিছে। সমাজৰ দৰিদ্ৰ শ্ৰেণীটোৱে যি পাইছে তাকে পৰম তৃপ্তিৰে গ্ৰহণ কৰি সন্তুষ্টি লাঁভ কৰি থকা কাৰণে কবি-হৃদয় ক্ষোভেৰে ভৰি পৰিছে। প্ৰভুভক্ত ঢেকুৰাৰ দৰে এই দৰিদ্ৰৰে একাংশই ৰক্ষা কৰি আছে ধনীৰ ধনৰ ভঁৰাল। আনহাতে, আঢ্যৱন্ত সকলে বিপুল সম্পত্তিৰ অধিকাৰী হৈছে প্ৰধানতঃ দৰিদ্ৰসকলক শোষণ কৰি। সেইবাবে কবিৰ মনত এওঁলোক 'খাবলৈ পোৱা' কুকুৰ। কিন্তু দুয়ো দলৰ জাত একে, অৰ্থাৎ দুয়োটা শ্ৰেণীয়ে একে তেজ-মঙহৰ মানুহ ঃ

কিন্তু আৰু এদল আছে,
সেইদল কুকুৰে খাবলৈ পায়
সিহঁত উচ্চ বংশ-জাত।
সেই দলৰ খাবলৈ পোৱাৰ সভ্যতাত
গঢ়ি উঠিছে
এই দলৰ খাবলৈ নোপোৱা বৰ্বৰতা।
দুয়ো দলৰ জাত একেই।[৪৫]

'কুকুৰ' কবিতাত কবিয়ে দৰিদ্ৰৰ মুক্তিৰ বাবে সংগ্ৰামৰ পথ দেখুৱাই দিয়া নাই। সাম্যবাদী আন্দোলনে যে দৰিদ্ৰৰ আকাংক্ষিত মুক্তি আনিব পাৰে, এই সম্পৰ্কে

তেওঁ সচেতন নাছিল, এনে নহয়। তাৰ প্ৰমাণ 'বিপ্লবী' কবিতাটি। আন দহজন প্ৰগতিশীল কবিৰ দৰে অমূল্য বৰুৱায়ো বিশ্বাস কৰিছিল যে স্বাধীন সাম্যবাদী ৰাষ্ট্ৰৰূপে দেশক গঢ় দিব পাৰিলেহে দৰিদ্ৰ জনতাৰ দুখ - যন্ত্ৰণাৰ ওৰ পৰিব। জনতাৰ সংগ্ৰামী সত্তাৰ ওপৰত আস্থা ৰাখি কবিয়ে এই ভাব প্ৰকাশ কৰে যে নিষ্ঠুৰ বাস্তৱে জৰ্জৰিত কৰা জনতাৰ বুকুত 'ভৰষা' কৰিব পৰা শক্তি আছে :

আমাৰ আছে মানুহৰ ওপৰত বিশ্বাস;
আমাৰ আছে ভৱিষ্যতৰ সুস্থ ৰঙা সূৰ্যৰ পিনে চকু।
বৰ্তমানৰ নিৰালম্ব নিৰাসক্তিৰ
বিকৃত জঞ্জাল ল'ই
জীয়াৰ বুকুত
আমাৰ দুৰু দুৰু স্পন্দমান অন্তৰতো আছে
শতেক ভৰষা।[৪৬]

মধ্যবিত্ত মানসিকতাৰ উৰ্ধলৈ উঠি দৰিদ্ৰ জনতাৰ দুখৰ সমভাগী হ'ব বিচৰা তৰুণ কবিয়ে এইটোও বুজি পায় যে জনতাই সংগ্ৰাম কৰিহে নিজৰ প্ৰাপ্য অধিকাৰ কৰি ল'ব লাগিব। কোনো অলীক শক্তিয়ে আহি জনতাক উদ্ধাৰ নকৰে :

স্বৰ্গৰ কোনোবা নন্দন বনত
আমাৰ বাবে নাই
মৃত্যুঞ্জয়ী অমৃতৰ গোপন ভাণ্ডাৰ
আমি মানুহ —
জাগতিক পঞ্চভূতজাত আমাৰ
দীপ্তিমান শৰীৰক লাগে
নতুন মুকলি নীলা আকাশত হোৱা অৰুণোদয়ৰ

আলট্ৰা ভায়লেট ৰশ্মি;

'সিহঁত তেতিয়া জীব' শীৰ্ষক কবিতাতো কবিয়ে এনে সংগ্ৰামী আশা ব্যক্ত কৰিছে ঃ

সিহঁতৰ কামনা
সিহঁতৰ প্ৰাণৰ উচ্ছ্বাস লৈ
সিহঁতে এৰি যোৱা পৃথিবীৰ
ভৱিষ্যতৰ ৰঙা সূৰ্যই সানিব জীৱনৰ কেঁচা তেজৰ ৰঙা বোল।
নতুন পৃথিৱীত
বুঢ়া আহতৰ কুঁহিপাত ওলাব
নিয়ৰে মুকুতা সানিব
সিহঁত তেতিয়া জীব।[৪৭]

মাত্ৰ ২৪ বছৰ জীয়াই থকা কবি অমূল্য বৰুৱাৰ কাব্য-প্ৰতিভাৰ তুলনা কৰিব পৰা যায় তেওঁৰ সমসাময়িক আৰু তেওঁৰ দৰে অকালতে মৃত্যুক সাৱটি লোৱা বংগৰ কবি **সুকান্ত ভট্টাচাৰ্যৰ** (১৯২৭-'৪৮) লগত। কিশোৰ সুকান্তই কাব্য-চৰ্চা কৰিবলৈ লোৱাৰ সময়ত বংগত মাৰ্ক্সবাদী আন্দোলন সংগঠিত ৰূপত আৰম্ভ হৈছিল। ৰাজনৈতিক ভাবে সচেতন সুকান্তই মাৰ্ক্সবাদী দলত যোগ দিছিল আৰু নিজৰ দলৰ কৰ্মীসকলে তেওঁৰ কবিতা আদৰি ল'লেই তেওঁৰ কাব্য-চৰ্চা সফল হ'ব বুলি ভাবিছিল। এদিন কথা প্ৰসংগত তেওঁ তেওঁৰ অগ্ৰজ কবি সুভাষ মুখোপাধ্যায়ক কৈছিল ঃ

আমার কবিতা পড়ে পার্টির কর্মীরা যদি খুশি তাহলেই হয় আমি খুশি — কেননা এই দল বলইতো বাড়তে একদিন এ দেশের অধিকাংশ হবে।[৪৮]

মাৰ্ক্সবাদী দলৰ সক্ৰিয় সদস্য আছিল কাৰণেই সুকান্ত প্ৰত্যক্ষ শ্ৰেণী-সংগ্ৰামত

বিশ্বাসী আছিল। পুঁজিপতি, শোষক শ্ৰেণীৰ বিৰুদ্ধে শক্তি প্ৰয়োগ কৰি জনতাক মুক্ত কৰাৰ কথা তেওঁ এনেদৰে ব্যক্ত কৰিছিল ঃ

মহাজন ওরা, আমরা ওদের চিনি।
হে খাতক নির্বোধ,
রক্ত দিয়েই সব ঋণ করো শোধ!
শোনো, পৃথিবীর মানুষেরা শোনো,
শোনো স্বদেশের ভাই
রক্তের বিনিময় হয় হোক
আমরা ওদরে চাই।[৪১]

আনহাতে, অসমত ১৯৩৯ আৰু ১৯৪৩ চনত ক্ৰমে 'অসম ছাত্ৰ ফেডাৰেচন' আৰু কমিউনিষ্ট পাৰ্টিৰ শাখা গঠন হয় যদিও মাৰ্ক্সবাদী আন্দোলনে গতি লাভ কৰা নাছিল। তাৰ বিপৰীতে মহাত্মা গান্ধীৰ অহিংসা আন্দোলনেহে জনতাক উদ্বুদ্ধ কৰি তুলিছিল। এনে পৰিবেশত ডাঙৰ-দীঘল হোৱা অমূল্য বৰুৱাৰ চিন্তা-ৰাজ্য, অহিংস সংগ্ৰামে দখল কৰি আছিল। অহিংস সংগ্ৰামৰ জৰিয়তেই সাম্যবাদী, স্বাধীন ভাৰতবৰ্ষ গঠন কৰিব পৰা যাব বুলি তেওঁ ভাবিছিল। সেইবাবে মহাত্মা গান্ধীৰ নীতি-আদৰ্শ আৰু আন্দোলনৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা আৰু সমৰ্থন আছিল। 'ভাৰতীৰ মুক্তিৰ স্বপ্ন'ত তেওঁ লিখিছে ঃ

অহিংসাৰ জোৰ লই মৰমৰ সুৱদি বাণীৰে
জগতৰ মুক্তিকামী দূত
আগত গৈছে সৌৱা
যোৱা বীৰ আগবাঢ়ি
মোৰ তপস্যাৰ মহা সাধনাৰ ধন।[৪০]

ডেকা কবিৰ আশাবাদী মনৰ প্ৰকাশ ঘটিছে 'আজি আমাৰ বিহু' শীৰ্ষক

কবিতাত। কবি-কল্পনাত অসমৰ বিহু উৎসৱ ধৰা দিছে —ধ্বংসৰ বিৰুদ্ধে সংগ্ৰামী মানুহৰ 'ফেৰ পতা সমতাল' ৰূপে ঃ

বিহুৰ উল্লাসত আমি যেন অমৰাৰ প্ৰতীক
মৰণৰ সিপাৰৰ পদধ্বনিৰ লগত
আমাৰ এই ফেৰ পতা সমতাল।[৫১]

ভবানন্দ দত্ত, চক্ৰেশ্বৰ ভট্টাচাৰ্য্য আদিৰ দৰে অমূল্য বৰুৱায়ো লক্ষ্য কৰিছিল — আধুনিক সভ্যতাৰ নগ্ন, ফোপোলা স্বৰূপ। প্ৰখৰ বস্তুবাদী চিন্তা-চৰ্চাই তেওঁক সাহসী কৰি তুলিছিল। সেইবাবে সমাজৰ দৃষ্টিত 'অশ্লীল' বুলি চিহ্নিত বেশ্যাৰ বিষয়েও তেওঁ কবিতা লিখিব পাৰিছিল। এই কবিতাটি ৰচনা কৰাৰ আগতে অমূল্যই হেনো যৌন শাস্ত্ৰ-খৰচি মাৰি অধ্যয়ন কৰিছিল আৰু বেশ্যালয়লৈ গৈ এগৰাকী বেশ্যাক লগ ধৰিছিল। বেশ্যাজনীৰ পৰা তাইৰ দুখ-সুখৰ ভূলৈ তাইক পাঁচ টকা দিছিল। তাৰ পাছতে তেওঁ ৰচনা কৰে কবিতাটি।[৫২] এই কবিতাই সেই সময়ৰ শিক্ষিত সমাজ তোলপাৰ লগায়। আনকি 'বেশ্যা' প্ৰকাশ কৰা কাৰণে বহুতে জয়ন্তীকো অস্পৃশ্য বুলি ভাবি এই আলোচনী পঢ়িবলৈ এৰিছিল।[৫৩]

শ্ৰেণী-বৈষম্যৰে জৰ্জৰিত সমাজৰ আমোলা, বিষয়া, বুদ্ধিজীৱী আদিৰ বহুতেই ৰাতিৰ আন্ধাৰত বেশ্যাৰ সংগত নিজৰ কামনা পূৰণ কৰে। কিন্তু কোনেও তাইক ভাল চকুৰে নাচায়। খোদ চৰকাৰেও সিহঁতৰ পৰা কৰ সংগ্ৰহ কৰে, কিন্তু সিহঁতো যে দেশৰ নাগৰিক, সিহঁতেও যে চৰকাৰী সা-সুবিধা পাব পাৰে, তালৈ চকু-কাণ নিদিয়ে। এনে অবিচাৰ দেখি ডেকা কবিৰ অন্তৰ পৰম ক্ষোভেৰে ভৰি পৰিছে। কবিয়ে বেশ্যা বৃত্তি সমৰ্থন কৰিব বিচৰা নাই; বেশ্যাৰ আৰ্থিক অনাটনৰ সুযোগ লৈ সমাজৰ ভদ্ৰলোকসকলেই তাইক সম্ভোগৰ সামগ্ৰীত পৰিণত কৰা কাৰণেহে কবি ক্ষোভিত হৈ পৰিছে। কবিৰ মতে বেশ্যা সমাজৰ শোষিত শ্ৰেণীৰো প্ৰতিনিধি। শোষকসকলক নৃত্য-গীত, মদ আৰু কামনাৰে বশ কৰি, সিহঁতৰ পৰিয়ালত অশান্তি বিয়পাই তাই প্ৰকাৰন্তৰে যেন নিজৰ শ্ৰেণী-শত্ৰুৰ ওপৰত প্ৰতিশোধহে লৈছে।

চৰিত্ৰৰ কৰ্ণধাৰ, সমাজত নীতি বিচাৰৰ ফটা-ঢোল কোবোৱা
বৰমূৰীয়াসকলৰ গোপন চৰিত্ৰৰ তাই যে কষটি শিল।
তথাপি তুমি মহীয়ান্
হে গোপন প্ৰিয়া —
কুৰিখন চাহ বাগানৰ মালিক বৰুৱা হাকিমে
হাজাৰ কুলীৰ তেজ শুহি অনা অক্ষয় ঐশ্বৰ্যৰ
তুমি কি শান্তি ৰূপী লক্ষ্মী গৃহিণী।

বেশ্যাৰ আকৰ্ষণত বলীয়া হোৱাসকলক ব্যঙ্গ কৰি কবিয়ে কৈছে —

তোমাৰ ছলনাত
শত অনিৰুদ্ধ, অসুৰ বাণৰ ৰুদ্ধ কাৰাগাৰত বন্দী;
দ্বাপৰ যুগৰ শ্ৰীকৃষ্ণৰ অব্যৰ্থ সুদৰ্শন চক্ৰও হয়তো
তোমাৰ আগত শক্তিহীন।

দৰিদ্ৰ-শোষিতৰ প্ৰতিনিধি স্বৰূপ বেশ্যাক কবিয়ে সেইবাবেই বুলিছে — 'বনুৱাৰ শ্ৰেণী সংগ্ৰামৰ এটা সংকটপূৰ্ণ ষ্ট্ৰেটেজিক পইণ্ট' আৰু 'কুৰি শতিকাৰ নগ্ন সভ্যতাৰ নিৰ্ভীক বীৰাঙ্গনা' ঃ

হে যান্ত্ৰিক যুগৰ যন্ত্ৰপ্ৰায় বিশ্বপ্ৰিয়া
কোনে কয় তুমি বাৰাঙ্গনা?
তুমিয়ে ধনীক সম্প্ৰদায়ৰ বিৰুদ্ধে বনুৱাৰ শ্ৰেণী সংগ্ৰামৰ
এটা সংকটপূৰ্ণ ষ্ট্ৰেটেজিক পইণ্ট
তুমি কুৰি শতিকাৰ নগ্ন সভ্যতাৰ
নিৰ্ভীক বীৰাঙ্গনা।

কাব্যিক সৌন্দৰ্যৰ বিচাৰত 'বেশ্যা' উৎকৃষ্ট সৃষ্টি নহয়। বক্তৃতাধৰ্মী শিথিল বাক্য-বিন্যাসে প্ৰয়োজনীয় কাব্যিক-ব্যঞ্জনা সৃষ্টি কৰিব পৰা নাই। কিন্তু বিষয়-বস্তুৰ অভিনৱত্বই ইয়াৰ মূল্য বঢ়াইছে। এই কবিতা সম্পৰ্কত বংগৰ প্ৰখ্যাত কবি ড° অমিয় চক্ৰবৰ্তীয়ে তাহানিতে (চল্লিছৰ দশকতে) অমূল্য বৰুৱাক প্ৰশংসা কৰি কৈছিল যে ভাৰতীয় সাহিত্যত বেশ্যাৰ বিষয়ে মননশীল কবিতা লিখা সেয়ে প্ৰথম।[৫৪]

নন্দ তালুকদাৰ সম্পাদিত 'অচিনা'ত (১৯৬৪) অমূল্য বৰুৱাৰ মুঠ আঠোটা প্ৰগতিশীল কবিতা সংকলিত হৈছে — 'বেশ্যা', 'বিপ্লৱী', 'কয়লা', 'কুকুৰ', 'সিহঁত তেতিয়া জীৱ', 'আন্ধাৰৰ হাহাকাৰ', 'ভাৰতীৰ মুক্তিৰ স্বপ্ন' আৰু 'আজি আমাৰ বিহু'। ইয়াৰ ভিতৰত 'সিহঁত তেতিয়া জীৱ', 'আন্ধাৰৰ হাহাকাৰ', 'বিপ্লৱী', 'ভাৰতীৰ মুক্তিৰ স্বপ্ন' আৰু 'আজি আমাৰ বিহু' — এই পাঁচটা কবিতাত বৰুৱাৰ প্ৰগতিশীল বিপ্লৱী সুৰ বাকী তিনিটাতকৈ প্ৰৱল ৰূপত প্ৰকাশ পাইছে। 'বেশ্যা', 'কয়লা' আৰু 'কুকুৰ' কবিতাত তেওঁ শ্ৰেণী-বৈষম্যৰ যাতনাৰ ছবি আঁকিছে, শোষিত জনতাৰ বিপ্লৱ বিমুখিতাক ব্যঙ্গ কৰিছে। কিন্তু প্ৰথমোক্ত কবিতাকেইটিত কবি আগুৱাই গৈছে — শোষিত জনতাক বিপ্লৱৰ বাবে আহ্বান জনাইছে। উল্লেখযোগ্য যে বৰুৱাৰ এই কবিতামুঠি তেওঁৰ ২১-২৪ বছৰ বয়সত লিখা (১৯৪৩-৪৬)। আনহাতে, তেওঁ হৈছে জয়ন্তীগোষ্ঠীৰ অন্যান্যসকলৰ দৰে অসমীয়া প্ৰগতিশীল কবিতাৰ আৰম্ভণি-কালৰ কবি। গতিকে, কাব্যিক-সৌন্দৰ্যৰ বিচাৰত তেওঁৰ কবিতাকেইটি যে সফল সৃষ্টি বুলি স্বীকৃত নহয়, অথবা সাহিত্য-কলা হিচাপে তাত অনেক খুঁত থাকিব — এইটো ঠিক। তুলনামূলকভাবে দীঘলীয়া কবিতাকেইটি, অৰ্থাৎ 'বেশ্যা', 'আন্ধাৰৰ হাহাকাৰ' আৰু 'ভাৰতীৰ মুক্তিৰ স্বপ্ন'ৰ গঠন-ৰীতি শিথিল। অনেক অপ্ৰয়োজনীয় শব্দ আৰু বাক্যাংশ ব্যৱহাৰ হোৱাৰ ফলত কাব্যিক ব্যঞ্জনা ব্যাহত হৈছে। সেইদৰে প্ৰতীক আৰু কল্প-চিত্ৰবোৰো সকলো সময়তে সাৰ্থক আৰু মনোৰম হৈ পৰা নাই। যেনে —'আলট্ৰা ভায়লেট ৰশ্মি' — বিজ্ঞানে আবিষ্কাৰ কৰা এই বস্তুটো কবিয়ে এঠাইত যোগাত্মক বা গঠনমূলক শক্তিৰ প্ৰতীক হিচাপে ব্যৱহাৰ কৰিছে ঃ

জাগতিক পঞ্চভূতজাত আমাৰ

দীপ্তিমান শৰীৰক লাগে

নতুন মুকলি নীলা আকাশত হোৱা অৰুণোদয়ৰ

'আলট্ৰা ভায়লেট' ৰশ্মি;

পুষ্টি সাধক অন্নৰ

তৃপ্তিদায়ক ভৰা থাল।

(—বিপ্লৱী)

সূৰ্যৰ 'আলট্ৰা ভায়লেট ৰশ্মি' (Ultra Violet Ray) মানুহৰ বাবে উপকাৰী বস্তু নহয়, অপকাৰীহে। কিন্তু কবিৰ সেই কবিতা কেইটিৰ মাজে মাজে এনে কিছুমান পংক্তি আছে যাৰ সৌন্দৰ্যই স্বাভাৱিকতে পাঠকক মুগ্ধ কৰে। তলত তেনে দুটামান পংক্তি উদ্ধৃত কৰা হ'ল ঃ

(ক) আৰু তাই যেনিবা সিহঁতৰ

টোপনিৰ পৰা উঠা অলস চিন্তাৰ একাপ গৰম মিঠা চাহ,

(—বেশ্যা)

(খ) ধৰণীৰ আনন্দৰ পোহৰত যেন

এইখন মৰা দানৱৰ সাৰশূন্য দেশ!

(—আন্ধাৰৰ হাহাকাৰ)

(গ) দলে দলে মানুহৰ ভীৰ!

জীৱনৰ সোঁতত বুৰি যেন মৃত্যুও আজি মৰি যাব।

(—আজি আমাৰ বিহু)

(ঘ) কয়লা আৰু মোৰ জীৱনৰ উপন্যাস!

মাজত চলিছে এই কুৰি শতিকাৰ

যন্ত্ৰময় সভ্যতাৰ বিৰাট সংসাৰ

(—কয়লা)

প্ৰগতিশীল জয়ন্তীগোষ্ঠীয়ে অসমীয়া কবিতাক ৰমন্যাসিক মায়া-জালৰ পৰা মুক্ত কৰি সামাজিক বাস্তৱতালৈ উত্তৰণ ঘটাব বিচাৰিছিল। এই কাম কৰিবলৈ গৈ তেওঁলোকে কবিতাৰ বিষয় আৰু ভাৱৰ পৰিৱৰ্তনৰ ওপৰত গুৰুত্ব দিছিল। পৰম্পৰাগত ছন্দ-সজ্জাৰ পৰিবৰ্তে মুক্তক আৰু স্পন্দিত গদ্য-ছন্দৰ ব্যৱহাৰ কৰিছিল যদিও কাব্যিক - সৌন্দৰ্যবৰ্ধক বিভিন্ন অলংকাৰ, প্ৰতীক, চিত্ৰকল্প আৰু নিৰ্বাচিত শব্দৰ ব্যৱহাৰত তেওঁলোকে বিশেষ মনোযোগ দিয়া নাছিল। সেইবাবে তেওঁলোকৰ কবিতা বহু সময়ত নিৰস গদ্যাশ্ৰয়ী হৈ পৰিছিল। অৱশ্যে কবিতাৰ বিষয় আৰু ভাব অনন্য আছিল। অমূল্য বৰুৱাৰ কবিতাৰ ক্ষেত্ৰতো এই কথা প্ৰযোজ্য।

গঠন-ৰীতিলৈ লক্ষ্য কৰিলে দেখা যায় — বৰুৱাৰ 'কুকুৰ' কবিতাটিত কোনো শিথিলতা নাই। ভাবৰ ঐক্য এই কবিতাটিত পুৰামাত্ৰাই ৰক্ষিত হৈছে। 'কুকুৰ' প্ৰতীকৰ প্ৰয়োগো সুন্দৰ। প্ৰায় চল্লিছ লাখ ভাৰতীয় মানুহৰ প্ৰাণ হানি হোৱা চল্লিছৰ দশকৰ সেই ভয়াবহ দুৰ্ভিক্ষৰ কথা মনলৈ আনি ক'ব পৰা যায় — এই কবিতাটি যুদ্ধোত্তৰ ভাৰতীয় সমাজ-ইতিহাসৰ এক দুঃসময়ৰ দলিল স্বৰূপ। ডেকা কবিয়ে সহজ কিন্তু শক্তিশালী শব্দৰাজিৰে সমসাময়িক কালৰ অসম তথা ভাৰতৰ মৰ্মান্তিক খাদ্য-সংকটৰ কথা প্ৰকাশ কৰিছে। কবিতাটিৰ আটিল বাক্য-গাঠনি ভাব-বস্তু সুন্দৰকৈ প্ৰকাশ কৰাত সহায়ক হৈ পৰিছে :

ক্ষুধাৰ তাড়না  
লোভৰ লেলাৱতি,  
আৰু চোকা দাঁতৰ কুট্‌কুটনিত,  
নিৰস হাড় আৰু লেকেটা চামৰাও হয়  
সিহঁতৰ বাবে  
সৰস আৰু 'প্ৰোটিন'ৰ দৰে কোমল।

ইমান তৃপ্তি সিহঁতৰ!
দাঁতত পেলাই পেলাই চোবোৱাৰ
নানা কৌণিক ভঙ্গিমাৰে
সিহঁতে যেন আৰু জটিল কৰি দিয়ে
সৃষ্টিৰ এটা পুৰণি জটিল প্ৰশ্ন —
"আমি কেৱল খাবৰ বাবে জীছোঁ
নে আমি জীৱৰ বাবে খাইছোঁ?"

'কুকুৰ' নিঃসন্দেহে অমূল্য বৰুৱাৰ শ্ৰেষ্ঠ কবিতা। জয়ন্তী যুগ তথা চল্লিছৰ দশকৰো অন্যতম শ্ৰেষ্ঠ কবিতা।

(দুই)

গণেশ চন্দ্ৰ গগৈ, যতীন্দ্ৰনাথ দুৱৰা, ৰত্নকান্ত বৰকাকতি, দেৱকান্ত বৰুৱা আদি কবিসকলৰ প্ৰভাৱত প্ৰথমতে অমূল্য বৰুৱাই ৰোমাণ্টিক কবিতা ৰচনা কৰিবলৈ লৈছিল যদিও উক্ত কবিসকলৰ কাব্যিক চিন্তাৰ লগত অমূল্য বৰুৱাৰ কাব্যিক চিন্তাৰ পাৰ্থক্য আছিল। অগ্ৰজ কবিসকলৰ দৰে অমূল্যয়ো দুই এটা কবিতাত 'প্ৰিয়াহাৰ' বুলি হাহাকাৰ কৰি উঠিছে যদিও অন্য দুটামান কবিতাত আকৌ সমাজৰ নিঃস্বজনৰ দুখ দেখি চিন্তান্বিত হৈ পৰাও দেখা গৈছে। সমাজৰ কিছু সংখ্যক মানুহে ভিক্ষা-পাত্ৰ লৈ দুৱাৰে দুৱাৰে লৰ দিছে, অন্য এচাম মানুহে আকৌ সিহঁতক দেখি ঘৃণাত নাক কোঁচাইছে। সমাজৰ এনে দয়া-মৰমহীন অৱস্থা দেখি ডেকা কবি ব্যথিত হৈ পৰিছে আৰু বিধাতাৰ সৃষ্টিতে ভুল হৈছে বুলি অনুভৱ কৰিছে — 'ভুলৰ কাৰণে মাথোঁ সৃষ্টি বিধাতাৰ'। সেইদৰে সমাজৰ অবিচাৰৰ বলি হৈ যন্ত্ৰণা-কাতৰ জীৱন কটোৱা বিধবাৰ প্ৰতিও তেওঁ সমবেদনা প্ৰকাশ কৰিছে।

গতিকে আমি এইটো সিদ্ধান্তত উপনীত হ'ব পাৰোঁ যে কবি-জীৱনৰ

আৰম্ভণিতে অমূল্য বৰুৱাৰ কবি-মানসত বাস্তৱ আৰু বস্তুবাদী চেতনাৰ এটি প্ৰবাহে ক্ৰিয়া কৰি আছিল। তেতিয়া অৱশ্যে এই প্ৰবাহ ক্ষীণ আছিল। কিন্তু সোনকালে এই প্ৰবাহ শক্তিশালী হৈ পৰে; ফলত সৃষ্টি হয় প্ৰগতিশীল কবিতামুঠিৰ।

স্বাভাৱিকতে প্ৰশ্নৰ উদয় হয়, অগ্ৰজ ৰোমাণ্টিক কবিসকলৰ প্ৰভাৱত ৰোমাণ্টিক কবিতা লিখি অমূল্য বৰুৱা 'Realism' ৰ সংস্পৰ্শলৈ অহাত কি কি উপাদানে ক্ৰিয়া কৰিছিল? এই প্ৰশ্নৰ সদুত্তৰ পাবৰ বাবে আমি অমূল্যৰ সমসাময়িক ভাৰতীয় তথা অসমীয়া সমাজৰ সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক অৱস্থাৰ বুজ ল'ব লাগিব।

অমূল্য বৰুৱাৰ সমসাময়িক অসমীয়া তথা ভাৰতীয় সমাজখন এখন পৰাধীন সমাজ। ইংৰাজ শাসনৰ আৰম্ভণিৰ লগে লগে অস্থিৰ সমাজ জীৱনলৈ দেখাত স্থিৰতা আহিল যদিও সেই সমাজ প্ৰগতিমুখী নহ'ল। অন্ধবিশ্বাস আৰু কুসংস্কাৰৰ পৰা সমাজখন তেতিয়াও মুক্ত হোৱা নাই। বিধবা বিবাহ আইন প্ৰৱৰ্তন হৈছিল আৰু কিছুসংখ্যক লোকে বিধবাক বিয়া কৰাই সমাজৰ আন সকললৈ আদৰ্শ দাঙি ধৰিছিল যদিও সিমান ফলৱতী হোৱা নাছিল। অৰ্থাৎ বিধবা বিবাহ এটা সমস্যা হৈয়ে আছিল। কংগ্ৰেছী আন্দোলনে অস্পৃশ্যতা মহাব্যাধি সমাজৰ পৰা আঁতৰাবলৈ চেষ্টা কৰিছিল, কিন্তু সম্পূৰ্ণৰূপে সফল হোৱা নাছিল।

সকলোতকৈ ভয়াবহ কথা আছিল সাম্প্ৰদায়িক সংঘৰ্ষ। অমূল্য বৰুৱাৰ সমসাময়িক অসমীয়া সমাজত তুলনামূলকভাৱে সাম্প্ৰদায়িক অসূয়া কম আছিল, কিন্তু বংগ আদিত ই কদৰ্য ৰূপ ধাৰণ কৰিছিল।

ৰাজনৈতিক ক্ষেত্ৰত অমূল্যৰ সমাজখন আছিল তেনেই অস্থিৰ। ইংৰাজৰ শাসনে দেখাত সামন্ত ব্যৱস্থাৰ ওৰ পেলাইছিল যদিও সামন্ত-প্ৰভুৰ প্ৰভুত্ব তেতিয়াও কমা নাছিল। দেশৰ স্বাধীনতাৰ বাবে কংগ্ৰেছে আন্দোলন চলাইছিল। এই আন্দোলনক অহিংস নীতিৰ ভেটিত গঢ়ি তুলিবলৈ চেষ্টা চলোৱা হৈছিল যদিও সকলো সময়তে ই অহিংস হৈ থকা নাছিল। ভাৰতবৰ্ষৰ আন আন ঠাইৰ দৰে অসমতো অফিচ-কাছাৰীত জুই লগোৱা হৈছিল, ৰেলগাড়ী বগৰোৱা হৈছিল।

আনহাতে 'ভূতৰ ওপৰত দানহ' পৰাদি অসমকো গ্ৰাস কৰিছিল দ্বিতীয় মহাসমৰৰ প্ৰকোপে। স্কুল-কলেজবোৰ মিত্ৰপক্ষৰ সৈন্য শিবিৰত পৰিণত হৈছিল। যুদ্ধৰ গইনালৈয়ে সমাজৰ সুবিধাবাদী শ্ৰেণীটোৱে জনগণৰ ওপৰত চলাইছিল শোষণ, নির্যাতন।

অর্থনৈতিক ভাৱে সেই সমাজ একেবাৰে পংগু হৈ পৰিছিল। ইংৰাজ শাসনৰ লগে লগে অক্টোপাছী পুঁজিবাদে সমাজখন ক্ৰমে গ্ৰাস কৰিছিল। অসমত চাহ উদ্যোগ প্ৰতিষ্ঠা হৈছিল, কয়লা খনিতো উৎপাদন আৰম্ভ হৈছিল। এই উদ্যোগৰ জৰিয়তে শোষক ইংৰাজ পুঁজিপতিয়ে প্ৰচুৰ ধন সংগ্ৰহ কৰিছিল। আনহাতে বনুৱা শ্ৰেণীৰ ওপৰত চলিছিল অত্যাচাৰ। এই অত্যাচাৰৰ স্বৰূপ উপলব্ধি কৰিব পৰা যায় অমূল্য বৰুৱাৰ পূৰ্বসুৰী লক্ষ্মীনাথ বেজবৰুৱা আৰু মৌ আলোচনীৰ সম্পাদক বলিনাৰায়ণ বৰাৰ মাজত চলা তর্ক-যুদ্ধৰ পৰা। এক প্ৰতিবাদী টোকাত বেজবৰুৱাই লিখিছিল ঃ

> ....... দুই এটা অত্যাচাৰ যে দেশ ব্যাপি ওলায় তাৰ দ্বাৰায় বৰং এইটোহে প্ৰমাণ হয় যে ইংৰাজৰ অত্যাচাৰে পানী কাটি গৈছে, ঘৰৰ মূধেও কুলিক থাউনী দিব নোৱাৰা হৈছে। সঁচা সঁচিকৈ বাগিছাৰ চাহাবহঁতে নিজৰ বাগিছাত ইমান প্ৰভুত্ব আৰু শাসন চলাইছে যে এনেকুৱা অকথ্য অত্যাচাৰৰ কাচিৎ দুই এটাহে বাহিৰলৈ সৰকি পৰিব পাৰে। পাহৰিলে নে শিৱসাগৰৰ মেজিষ্টেট চাহাবৰ আগতে গিবনে সিদিনা কি কৈছিল। বোলে — 'এনেকৈ জাল কৰি কুলিৰ এগ্ৰিমেণ্ট লোৱা সকলো বাগিছাতে চলি আছে। অঃ কি ভয়ানক কথা! নিঃসহায় কুলিৰ স্বৰ্গীয় স্বাধীনতা নষ্ট কৰি চিৰদিনলৈ গোলাম কৰা কথা গিবনে কেনে নির্ভয়ে প্ৰকাশ কৰি দিলে।"

বেজবৰুৱাৰ পৰৱৰ্তী কালত অর্থাৎ অমূল্য বৰুৱাৰ সমসাময়িক কালতো এনে অত্যাচাৰ শাম কটা নাছিল। ফলত শ্ৰমিক শ্ৰেণীৰ জীৱন দুৰ্বিবহ হৈ পৰিছিল। মানৱ দৰদী আৰু সমাজ সচেতন অমূল্য বৰুৱাই পুঁজিবাদী শক্তিৰ এই অত্যাচাৰ

প্ৰত্যক্ষ কৰিছিল, যাৰ প্ৰতিধ্বনি শুনিবলৈ পোৱা যায় তেওঁৰ 'কয়লা' শীৰ্ষক কবিতাত।

বিদেশী শাসকৰ দ্বাৰা শাসিত ভাৰতবৰ্ষৰ ৰাজনৈতিক কদৰ্য অমূল্য বৰুৱাই ওচৰৰ পৰাই প্ৰত্যক্ষ কৰিছিল। ১৯৪১ খৃষ্টাব্দত তেওঁ কটন কলেজত আই. এছ. চি. পঢ়িবলৈ আহে। সেই সময়ত ছাত্ৰাবাসবোৰ মিলিটেৰীৰ শিবিৰলৈ ৰূপান্তৰিত হৈ পৰিছিল। ছাত্ৰসকলে ইয়াৰ বিৰুদ্ধে বিক্ষোভ প্ৰদৰ্শন কৰোঁতে পুলিচৰ লাঠি চালনাৰ সন্মুখীন হৈছিল। কটন নৱ ছাত্ৰাবাসৰ আবাসী অমূল্যই এগৰাকী বন্ধুলৈ লিখিছিল ঃ

> ..... বৰ্তমান কটন কলেজৰ অচল অৱস্থা। কাৰণ কৰ্তৃপক্ষই সেইটো ইচ্ছা নকৰিলেও আমি সেইটো কৰিবলৈ বাধ্য হৈছোঁ। ছাত্ৰ সমাজলৈ ই কি বিষম অপমান। বহু শতাব্দী জুৰি দাসত্বৰ বোজা মূৰত লৈ আমি লাঞ্ছনা-গঞ্জনা কাক কয় দিনে দিনে নজনা হৈ আহিছোঁ। কিন্তু তাৰো অতীতৰ স্বাধীন ৰক্ত বিন্দুৰ পিৰ পিৰণি আজি ভালকৈয়ে অনুভৱ কৰিব পাৰিছোঁ। খাওঁতে শোওঁতে উঠোতে বহোতে আনকি প্ৰতি খোজে খোজে সমুখত এখন বিশাল প্ৰাচীৰ লৈ মানুহ জানো চলিব পাৰে? মানুহৰ জ্ঞান বুদ্ধি বিবেকক লোপ নিয়াই লুকুৱাই মানুহ আজি মানুহৰ দাস, মানৱৰ জন্মস্বত্ব স্বাধীনতাক আমি দাবি কৰিবলৈ পাহৰি গৈছোঁ।[৫৬]

যুদ্ধৰ বিৰুদ্ধে অমূল্য বৰুৱাৰ প্ৰতিবাদী মনৰ খবৰ আৰু পৰাধীন সমাজৰ সংগ্ৰাম বিমুখিতা দেখি তেওঁৰ অন্তৰত পুঞ্জিভূত হোৱা ক্ষোভৰ কথা এই উদ্ধৃতিয়ে স্পষ্ট কৰি দিয়ে। এই ক্ষোভ তেওঁৰ কবিতাতো প্ৰকাশ পাইছে ঃ

> ধৰণীৰ আনন্দৰ পোহৰত যেন
>
> এইখন মৰা দানৱৰ সাৰশূন্য দেশ!

(—আন্ধাৰৰ হাহাকাৰ)

ওপৰৰ আলোচনাৰ পৰা আমি এইটো সিদ্ধান্তলৈ আহিব পাৰোঁ যে ৰোমাণ্টিক অমূল্য বৰুৱা 'Realism'ৰ সংস্পৰ্শলৈ' অহাত তেওঁ লক্ষ্য কৰা অসম তথা ভাৰতৰ

ভ্ৰষ্ট ৰাজনীতি, অৰ্থনীতি আৰু সমাজনীতিয়ে অবিহণা যোগাইছিল। সমাজ-সচেতন কবিয়ে মানুহৰ দুখ-যন্ত্ৰণা দেখিয়ে জীৱনক 'নতুন ৰূপত' চাবলৈ শিকে। তেওঁ এইটোও অনুভৱ কৰে যে অলীক কল্পনাৰ মায়া-জাল গুথি তেওঁ ইমান দিনে নিজকে ফাঁকি দিছে। কল্পনা প্ৰিয় সকলে বাস্তৱলৈ পিঠি দি কৃত্ৰিমতাকহে প্ৰশ্ৰয় দিয়ে। সমাজখনৰ যিবোৰ মানুহে হা-ভাত হা-কাপোৰ বুলি চিয়ঁৰিব লাগিছে সিবিলাকো একেই তেজ মঙহৰ 'জীৱন', 'সিহঁতৰো বুকু আছে। সিহঁতো জীয়াই থাকিবলৈ বিচাৰে।"[৫৭] মানুহ সম্পৰ্কে এনে উপলব্ধিয়ে তেওঁক প্ৰগতিবাদী কবিলৈ ৰূপান্তৰিত কৰে।

আনহাতে, ত্ৰিশৰ দশকৰ পৰা ক্ৰমে মহাত্মা গান্ধীৰ ভাবাদৰ্শৰ সমান্তৰাল ভাবে মাৰ্ক্সবাদী দৰ্শনেও অসমত শিপা মেলিবলৈ ধৰে। অমূল্য বৰুৱা কোনো ৰাজনৈতিক দলৰ লগত প্ৰত্যক্ষ ভাবে জড়িত নাছিল। কিন্তু সেই দলৰ আদৰ্শই তেওঁক আকৰ্ষিত কৰিছিল। এগৰাকী একনিষ্ঠ মাৰ্ক্সবাদীৰ দৰে অমূল্য বৰুৱায়ো অনুভৱ কৰিছিল যে 'সুস্থ ৰঙা সূৰ্য'ই ঘটোৱা আমূল পৰিবৰ্তনেহে সমাজলৈ প্ৰকৃত সুখ-শান্তি আৰু প্ৰগতি আনিব পাৰিব। অধ্যাপক ড০ নগেন ঠাকুৰে এই সম্পৰ্কত লিখিছে ঃ

> যি Realism ৰ সংস্পৰ্শলৈ তেওঁ আহিছিল, যদিও তেওঁ স্পষ্টকৈ ক'তো কোৱা নাই, সি আছিল Socialist Realism - সমাজতান্ত্ৰিক বাস্তৱবাদ। নহ'লে তেওঁ তেওঁৰ কবিতাত নিঃস্বজনৰ জীৱনৰ গভীৰত প্ৰৱেশ কৰি সমাজত ঘটা ঘটনা প্ৰবাহৰ ইমান বাস্তৱসন্মত চিত্ৰ (কয়লা, বেশ্যা, কুকুৰ) আঁকিব নোৱাৰিলেহেঁতেন অথবা প্ৰেৰণাদায়ক ভবিষ্যতমুখী দৃষ্টিভংগীও ল'ব নোৱাৰিলেহেঁতেন।"[৫৮]

গতিকে আমি ক'ব পাৰো যে মাৰ্ক্সবাদৰ প্ৰভাৱেও অমূল্য বৰুৱাক বাস্তৱবাদীলৈ উত্তৰণ কৰাত ইন্ধন যোগাইছিল। বৰুৱাই বাঁহীত 'বিপ্লৱী সাহিত্যৰ ভূমিকা' শীৰ্ষক নিবন্ধ এটি লিখিছিল। এই নিবন্ধত তেওঁ বিপ্লৱী বা প্ৰগতিশীল

সাহিত্যৰ লক্ষ্য নিৰ্ধাৰণ কৰিবলৈ চেষ্টা কৰিছিল।

অনুমান হয় যে অমূল্য বৰুৱাৰ ওপৰত আৱাহনৰ গল্পকাৰ লক্ষ্মীধৰ শৰ্মাৰ প্ৰভাৱ পৰিছিল। প্ৰচলিত সমাজ ব্যৱস্থাৰ ওপৰত বিতুষ্ট হৈয়ে শৰ্মাই কাপ চলাইছিল। শোষিত আৰু অৱহেলিত শ্ৰেণীৰ প্ৰতি তেওঁৰ আছিল সমবেদনা। শৰ্মাই তেওঁৰ 'পৰাজয়' শীৰ্ষক গল্পত নায়কৰ মুখেৰে কৈছে ঃ

> কুলি বিলাকে যি দৰমহা পায় সি সামান্য। মাহে ৫, ৪ এনেকুৱা। কিন্তু তাকো পুৰা হিচাবে কম কুলিয়েহে পায়। মাটিৰ জোখত হেৰফেৰ, পাতকটা জোখত হেৰফেৰ।

'পৰাজয়'ৰ বিপ্লৱী নায়ক মহেশৰ মুখেৰে আৰু ব্যক্ত কৰিছে ঃ

> কিন্তু এই দুখৰ ছবি বিৰাট অনন্ত—এয়ে নেকি জীৱনৰ সত্য স্বৰূপ। আনন্দৰ, জ্ঞানৰ ঔদাৰ্যৰ, স্বাধীনতাৰ ৰেখামাত্ৰ জীৱনত নপৰাকৈ কোটি কোটি মানুহে জীৱন কটাইছে, ইয়াৰ কোনো প্ৰতিকাৰ নাই। অথচ খোৱা-লোৱা, থকা-মিলা সকলো প্ৰকাৰে যি অসাম্যৰ বিৰাট ব্যৱধানৰ সৃষ্টি হৈছে, তাৰ মূলত সমাজৰ বেমেজালি। এই সমাজৰ ভেটি নতুনকৈ গঢ়িব লাগিব। এই ঘোৰ অসাম্যৰ ঠাইত সাম্যবাদৰ নতুন আসন স্থাপন কৰিব লাগিব।[৫১]

এনে মনোভাৱ অমূল্য বৰুৱায়ো ব্যক্ত কৰিছে তেওঁ তেওঁৰ বন্ধুসকললৈ লিখা চিঠি-পত্ৰ আৰু কবিতামুঠিত। শৰ্মাৰ 'পৰাজয়'ৰ দৰে অমূল্যৰ 'কয়লা'ত ব্যক্ত হৈছে শ্ৰমিকৰ ওপৰত চলা শোষণৰ চিত্ৰ।

অৱশ্যে সাম্যবাদী দৰ্শনৰ দ্বাৰা প্ৰভাৱিত হ'লেও জ্যোতিপ্ৰসাদ আগৰৱালাৰ দৰে অমূল্য বৰুৱাৰো গান্ধীজীৰ অহিংস ৰণ-নীতিৰ প্ৰতি সহানুভূতি আৰু সমৰ্থন আছিল। সেইবাবে তেওঁ 'ভাৰতীৰ মুক্তিৰ স্বপ্ন' দেখিছিল — গান্ধীবাদৰ জৰিয়তে। কিন্তু অমূল্যৰ কবিতাত গান্ধীবাদৰ আঁচোৰ গভীৰ বুলি ক'ব নোৱাৰি, ই উপৰুৱা বিধৰহে।

জ্যোতিপ্ৰসাদে ভ্ৰষ্ট অৰ্থনীতিৰ শোচনীয় ৰূপ প্ৰত্যক্ষ কৰি তেওঁৰ গীতত লিখিছিল ঃ

গেলা জীৱনৰ, পচা জীৱনৰ
জহি খহি যোৱা মৰা জীৱনলৈ
এতিয়াও অনুৰক্তি
মুক্তিত বাৰু কিয় হুলা নাই
নৱজীৱনৰ যুক্তি ?[৬০]

অমূল্যয়ো সমাজৰ 'পচি যোৱা জীৱন' বিলাকত নৱ-জীৱনৰ সোঁত বোৱাবলৈ বিচাৰিছিল। জ্যোতিপ্ৰসাদৰ দৰে অমূল্যয়ো লক্ষ্য কৰিছিল ভাৰতীয় সমাজৰ অৰ্থনীতিৰ শোচনীয় ৰূপ ঃ খাদ্যৰ নাটনিয়ে মানুহক এনে পৰ্যায়লৈ লৈ গৈছিল যে এটুকুৰা ৰুটিৰ কাৰণে মানুহে কুকুৰৰ সৈতে টনা-আজোৰা কৰিব লগা হৈছিল। শাসকৰ শোষণ আৰু যুদ্ধৰ ভয়াবহতাই সমাজৰ একাংশক যি দৰে পথৰ ভিকহুত পৰিণত কৰিছিল , অন্য এচামক ইয়েই সুবিধা দিছিল প্ৰচুৰ ধনৰ গৰাকী হ'বলৈ। ক্ষোভৰ কথাটো আছিল — শোষিত শ্ৰেণীটোৱে নিৰ্বিবাদে সকলো সহ্য কৰি গৈছিল। ভ্ৰষ্ট অৰ্থনীতিৰ এই ৰূপ অমূল্য বৰুৱাই 'কুকুৰ' কবিতাত সুন্দৰ ভাৱে অংকন কৰিছে।

অমূল্য বৰুৱাৰ কবি-মানসক শক্তিশালী আৰু প্ৰগতিশীল কৰি তোলাত জয়ন্তীৰ ভূমিকাও আছিল অপৰিসীম। জয়ন্তীয়েই প্ৰকৃততে তেওঁক প্ৰগতিশীল কবি হিচাপে পোহৰলৈ আনে। অসমীয়া আধুনিক কবিতাক 'ক্ষয়িষ্ণু (decadent) এলিয়টী ভাবধাৰাৰ পৰা' সম্পূৰ্ণ মুক্ত কৰি 'বহল জাতীয় জীৱনৰ সৃষ্টিধৰ্মী, বিকাশমুখী চেতনাৰ লগত নিবিড় ভাৱে জড়িত' কৰাৰ মানসেৰে চোকা কাপেৰে সমালোচনা আগবঢ়াবলৈ লোৱা মাৰ্ক্সবাদী চিন্তাবিদ আৰু জয়ন্তীগোষ্ঠীৰ অন্যতম হোতা অধ্যাপক ভবানন্দ দত্তৰ দ্বাৰাও অমূল্য বৰুৱা প্ৰভাৱিত হৈছিল।

ত্ৰিশৰ দশকৰ পৰাই আৱাহন আৰু বাঁহী আলোচনীত বিভিন্ন জনে বিভিন্ন

দৃষ্টিকোণৰ পৰা নতুন নতুন প্ৰবন্ধ-পাতি লিখিবলৈ লৈছিল। এই আলোচনী দুখনে অসমৰ শিক্ষিত চামৰ মাজত সামাজিক চেতনা জাগ্ৰত কৰিবলৈ চেষ্টা কৰিছিল। অৱশ্যে, সেই চেষ্টা জয়ন্তীৰ দৰে শক্তিশালী বা সৰ্বাত্মক চেষ্টা নাছিল। তথাপি অক্টোবৰ বিপ্লৱ, সমাজবাদী ছোভিয়েট ৰাছিয়াৰ প্ৰগতি, গৰ্কী, মাৰ্ক্স, এংগেলছ আদি সম্পৰ্কত যিবোৰ প্ৰবন্ধ সেই কাকত দুখনে ছপাইছিল, সিয়ে অসমীয়া পঢ়ুৱৈসকলক স্থানীয় ঈশ্বৰমুখী বৈষ্ণৱীয় পৰিবেশ আৰু ইয়োৰোপীয় ৰমন্যাসিক পৰিবেশৰ বিপৰীতে বাস্তৱবাদী আৰু প্ৰগতিশীল পৰিবেশৰ সম্ভেদ দিছিল। অমূল্য বৰুৱায়ো এই পৰিবেশৰ সম্ভেদ পাইছিল।

১৯৪৫ চনত অমূল্য বৰুৱা উচ্চ শিক্ষাৰ্থে কলিকতালৈ যায়। আধুনিক সভ্যতাৰ পোহৰ আৰু যান্ত্ৰিক জীৱনৰ কদৰ্যৰে কলিকতা মহানগৰ ইতিমধ্যে উখল-মাখল। অসমৰ পৰা সেই নগৰীলৈ গৈ তেওঁ এখন নতুন পৃথিৱীৰ সম্ভেদ পায়। এই কথা তেওঁৰ ব্যক্তিগত চিঠিৰ পৰা সুন্দৰ ভাবে জানিব পৰা যায় ঃ

> কলিকতীয়া তিনি, চাৰি, পাঁচ মহলীয়া পকী দালানৰ তলে তলে থকা লুংলুঙীয়া (বাট) বিলাকৰ এবাৰ এটা গলি ভুল কৰিলে যেনেকৈ বিচৰা ঠাই উলিওৱা টান হৈ পৰে ঠিক তেনেকৈ নিজক সম্ভালি ৰাখিব নোৱাৰিলে, ইয়াত এবাৰ মানুহ হেৰালে আৰু নিজকে মানুহ হিচাপে ঘূৰাই পোৱা টান হৈ পৰে। ....... ভোগদৈৰ মথাউৰিৰ কাষৰ ঠেক ঠাই কণেই মানুহৰ পৃথিৱীখন নহয়। জগতখন অতি বহল।[৬১]

এইটো সহজে অনুমান কৰিব পাৰি যে কলিকতীয়া পৰিবেশত অমূল্যৰ কবি-মানসে অধিক শক্তি লাভ কৰিলেহেঁতেন। হয়তো সেই পৰিবেশত ৰচিত আৰু কালৰ ক'লা হাতোৰাই গ্ৰাস কৰি পেলোৱা তেওঁৰ শেহতীয়া কবিতাখিনিত এই 'শক্তি' ধৰা পৰিছিল। কবিয়ে কলিকতাৰ পৰা লিখা চিঠি-পত্ৰয়ো ইয়াৰ সম্ভেদ দিয়ে।

অমূল্য বৰুৱাৰ কবি-মানসত প্ৰবল আশাবাদে ক্ৰিয়া কৰিছিল। তেওঁৰ

প্ৰগতিশীল কবিতামুঠিত  সমাজৰ কেৱল বৰ্তমানৰ প্ৰতিচ্ছবিকে পোৱা নাযায়, ভৱিষ্যতৰ সমাজখনৰ ৰূপ-ৰেখাও পোৱা যায়। শ্ৰমজীৱী জনতাৰ ওপৰত তেওঁৰ আছিল প্ৰবল বিশ্বাস আৰু আস্থা। সেইবাবেই তেওঁ প্ৰবল আশা প্ৰকাশ কৰিছিল ঃ 'ভৱিষ্যতৰ ৰঙা সূৰ্যই' 'নতুন পৃথিৱী' সৃষ্টি কৰিব।

সমসাময়িক সমাজৰ ভ্ৰষ্ট নীতি, কেওপিনে 'মাৰ-কাট-খা' হাহাকাৰ আৰু 'নিষ্পেষিত, ৰুক্ষ, শুষ্ক অনাথৰ দল'ৰ যন্ত্ৰণাকাতৰ ৰূপ দেখিও কবি হতাশাত ভাগি পৰা নাছিল। তেওঁৰ এইটো দৃঢ় বিশ্বাস আছিল যে সমাজৰ এই কদৰ্য ৰূপ দীৰ্ঘ দিনলৈ নাথাকিব। সাম্ৰাজ্যবাদী শক্তিৰ বিৰুদ্ধে জনতাৰ যি মুক্তি সংগ্ৰাম, সি অচিৰেই কৃতকাৰ্য হ'ব।

## (তিনি)

অমূল্য বৰুৱাৰ  প্ৰগতিশীল কবিতা মুঠিৰ পৰা এইটো স্পষ্ট হয় যে তেওঁৰ কবিতাৰ প্ৰথম কথা হ'ল মানৱ-প্ৰেম। মানুহক অন্তৰেৰে ভাল পাইছিল কাৰণেই তেওঁ 'মহাসমৰৰ দাবানলে পোৰা পৃথিৱীত ভয় লগা স্পিৰিটৰ দৰে' ঘূৰি মানুহৰ সুখ-দুখৰ বুজ লৈছিল। নিৰ্যাতিত, নিষ্পেষিত, ঘৃণিত জনৰ প্ৰতি মৰম আছিল কাৰণেই ডাষ্টবিনত ৰুটিৰ টুকুৰা বিচৰা মানুহ আৰু ধনী শ্ৰেণীৰ কামনাৰ বলি বেশ্যাৰ দুৰ্দশা দেখি তেওঁ ব্যথিত হৈ পৰিছিল। অমূল্য বৰুৱাৰ সমসাময়িক বঙ্গৰ প্ৰগতিশীল কবি সুকান্ত ভট্টাচাৰ্যৰ জীৱন আৰু সৃষ্টি সম্পৰ্কে ক'বলৈ গৈ অমিতা দেৱীয়ে কৈছে ঃ

> মানুষকে ভালবাসতে হবে, এই ছিল তাঁর (সুকান্তের) জীবনের একমাত্র লক্ষ্য। মানুষকে ভালবাসতে গিয়ে তুচ্ছ সংস্কারের বশবর্তী হয়ে পড়েননি তিনি কোনো দিনই।[৬২]

এই কথা অমূল্য বৰুৱাৰ ক্ষেত্ৰতো প্ৰযোজ্য। কবিয়ে অনুভৱ কৰিছিল যে পৃথিৱীৰ সমস্ত সৰ্বহাৰা জনতাৰ সুখ-দুখৰ অনুভূতি একে। কাৰণ, 'ৰুটি আৰু ক্ষুধা'ৰ সমস্যাই সমস্ত দুখীয়া মানুহৰ জীৱন পংগু কৰি পেলাইছে। দেশে দেশে সাম্ৰাজ্যবাদী

শোষকইঁতে এই মানুহবোৰৰ মুখৰ ভাত কাঢ়ি নিছে। মানবপ্ৰেমী কবিৰ মানস-পটত সেইবাবে অংকিত হৈছিল : পৃথিৱীৰ অনৈক্যৰ বিৰুদ্ধে সংগ্ৰাম আৰু সাম্যবাদী সমাজ প্ৰতিষ্ঠাৰ সপোন :

পৃথিৱীৰ অনৈক্যৰ বিৰুদ্ধে
বিংশ শতাব্দীৰ মানুহৰ
বিপুল ঐক্যৰ অৰ্থপূৰ্ণ সমাগম।

(—আজি আমাৰ বিহু)

এই মানৱ প্ৰেমে অমূল্য বৰুৱাক জাতীয়তাবাদৰ উৰ্দ্ধলৈ লৈ গৈছিল। তেওঁৰ কবি-মানসত ক্ৰমে উদ্ভাসিত হ'ব ধৰিছিল সদৌ বিশ্বৰ সৰ্বহাৰা জনতাৰ ঐক্যবদ্ধ সংগ্ৰামৰ ছবি, যাৰ ইংগিত আমি 'আজি আমাৰ বিহু'ত লক্ষ্য কৰোঁ।

সুকান্ত আদি প্ৰগতিশীল কবিয়ে প্ৰয়োজন সাপেক্ষে হিংসাত্মক পন্থা লৈ হ'লেও সৰ্বহাৰাই বিপ্লৱ কৰাতো বিচাৰিছিল। অমূল্য বৰুৱাৰ কবি-মানসত কিন্তু হিংসাৰ স্থান নাই। মানুহৰ মুক্তিৰ বাবে, প্ৰগতি আৰু সৃষ্টিৰ বাবে 'ধ্বংসৰ বিৰুদ্ধে' তেওঁ যি 'ভীষণ সংগ্ৰাম'ৰ পোষকতা কৰিছিল, সি আছিল অহিংস সংগ্ৰাম। সেইবাবেই মহাত্মা গান্ধীৰ অহিংস আন্দোলনৰ ওপৰত তেওঁৰ আস্থা আছিল।

আমি ইতিমধ্যে আলোচনা কৰি আহিছোঁ যে ডেকা কবিৰ দৃষ্টি অকল নিজ দেশৰ চাৰিসীমাৰ ভিতৰতে আবদ্ধ নাছিল। তেওঁৰ কবি-মানসে এই সীমাবদ্ধতা অতিক্ৰম কৰি সমগ্ৰ পৃথিৱী ভ্ৰমণ কৰিছিল। ভাৰতবৰ্ষৰ লগতে সদৌ বিশ্বৰ নিৰ্যাতিত জনতাই মুক্তি পালেহে যেন তেওঁৰ অশান্ত কবি-মনলৈ শান্তি আহিব। সেইবাবে তেওঁ আমাৰ জকাইচুকীয়া বিহুগীতৰ মাজেদিও বিচাৰিছিল :

মোক লাগে এই গীতৰ সুৰে সুৰে
নাচোনৰ চেৱে চেৱে
এক হৈ যোৱা বিশ্বজনতাৰ প্ৰাণৰ বান্ধনি!

(—আজি আমাৰ বিহু)

অমূল্য বৰুৱাৰ সময়ৰ সদৌ বিশ্বৰ সমাজ-জীৱনলৈ যদি আমি লক্ষ্য কৰোঁ, তেন্তে দেখিবলৈ পাওঁ যে সেই সময় আছিল সাম্রাজ্যবাদৰ পতনৰ সময়। সাম্রাজ্যবাদী শাসকৰ বিৰুদ্ধে দেশে দেশে জনতা ক্ৰমে বিদ্রোহী হৈ পৰিছিল। অত্যাচাৰী জাৰৰ শাসনৰ বিৰুদ্ধে সসস্ত্র-সংগ্রাম চলাই ৰাছিয়াৰ জনতাই ইতিমধ্যে (১৯১৭ চনত) নিজৰ জীৱনলৈ মুক্তি আনিছিল। মহান অক্টোবৰ বিপ্লৱৰ সফলতাই পৃথিবীৰ বিভিন্ন দেশৰ জনতাক ঐক্যবদ্ধ ভাৱে সংগ্রাম চলাবলৈ প্ৰেৰণা যোগাইছিল। ইয়াৰ বলিষ্ঠ প্রভাৱ দেখা গৈছিল ভিয়েটনামত। সেই দেশৰ জনগণেও পুঁজিবাদী আমেৰিকান শোষক-চক্ৰৰ বিৰুদ্ধে সসস্ত্র সংগ্রাম চলাই সফলতা লাভ কৰিছিল।

ভাৰতবৰ্ষতো সেই সময়তে চলিছিল সাম্রাজ্যবাদী ইংৰাজৰ বিৰুদ্ধে সংগ্রাম। এই সংগ্রামৰ অৱশ্যে দ্বৈত ৰূপ দেখা গৈছিল ঃ এহাতে মহাত্মা গান্ধীৰ নেতৃত্বত চলিছিল অহিংস আপোচকামী আন্দোলন; আনহাতে চৰম পন্থী আৰু কমিউনিষ্টসকলে চলাইছিল আপোচবিহীন সংগ্রাম। অৱশ্যে মহাত্মা গান্ধীৰ আন্দোলনেহে ভাৰতৰ জনতাক আকৰ্ষিত কৰিছিল — অধিক ভাৱে। সেইবুলি চৰমপন্থী আৰু কমিউনিষ্টৰ বিপ্লৱৰ প্ৰভাৱো একেবাৰে কম নাছিল। সমাজৰ শিক্ষিত যুৱকসকলৰ একাংশক এই বিপ্লৱে বাৰুকৈয়ে আকৰ্ষিত কৰিছিল। ভাৰতৰ অন্যান্য ঠাইৰ দৰে অসমতো একাধিক বাওঁপন্থী সংগঠনে আত্ম-প্ৰকাশ কৰাৰ কথা আমি এই আলোচনাৰ প্ৰথম ভাগতে উল্লেখ কৰি আহিছোঁ।

তৰুণ কবিসকলৰ ওপৰতো উক্ত বিপ্লৱৰ প্ৰভাৱ কম-বেছি পৰিমাণে পৰিছিল। সময়ৰ দাবিয়েই তেওঁলোকক বিপ্লৱী, প্রগতিশীল কবি তুলিছিল। ডেকা কবি অমূল্য বৰুৱা মাৰ্ক্সবাদ আৰু গান্ধীবাদৰ দোমোজাত আছিল; কিন্তু তেওঁৰ জীৱন কালৰ শেহৰ পিনৰ ৰচনা — প্রগতিশীল কবিতামুঠিৰ পৰা এইটো স্পষ্টভাৱে বুজিব পৰা যায় যে তেওঁৰ কবি-মানসত মাৰ্ক্সবাদৰ প্ৰভাৱ বেছি আছিল। ৰোমাণ্টিক ভাৱ-ৰাজ্যৰ পৰা মুক্ত হৈ কবি সঠিক পথেৰেই আগবাঢ়িছিল। উচিত সময়ত উচিত ভাৱেই তেওঁৰ কবি-মানসৰ উত্তৰণ ঘটিছিল।

কবি সুকান্ত ভট্টাচাৰ্যৰ অকাল মৃত্যুত খেদ প্ৰকাশ কৰি বিশিষ্ট কবি-সাহিত্যিক সুভাষ মুখোপাধ্যায়ে লিখিছিল :

> জীবনের অভিজ্ঞতাকে ক্ষমতায় বেঁধে সুকান্ত যখন কবিতার বিদ্যুৎ শক্তিকে কলকারখানায় খেতে খামারে ঘরে ঘরে সবে পৌছে দিতে শুরু করেছে, ঠিক তখনই মৃত্যু তাকে কেড়ে নিয়ে গেল। আরম্ভেই সমাপ্তির এই শোকে বাংলা সাহিত্য চিরদিন দীর্ঘশ্বাস ফেলবে।[৬৩]

অমূল্যৰ মৃত্যুও অসমীয়া সাহিত্যৰ কাৰণে 'আৰম্ভণিতে পৰিসমাপ্তিৰ শোক' স্বৰূপ। অমূল্যৰ কাব্যিক প্ৰতিভাৰ বিকাশৰ আৰম্ভণি হৈছিল মাথোন। 'মানুহৰ ওপৰত বিশ্বাস' ৰাখি সম্প্ৰীতিপূৰ্ণ, স্বাধীন, সাম্যবাদী ভাৰতবৰ্ষৰ স্বপ্ন দেখা তৰুণ কবিৰ মৃত্যু হ'ল — মাত্ৰ ২৪ বছৰ বয়সতে, নিজ দেশৰে ধৰ্মান্ধ মানুহ নামৰ দানবৰ হাতত। ই পৰম ক্ষোভৰ কথা।

## জ্যোতিপ্ৰসাদ আগৰৱালা (১৯০৩-৫১)

ৰমন্যাসিক কবি-মানসেৰে 'সুন্দৰৰ সাধনা' কৰা কংগ্ৰেছৰ নেতা, শিল্পী জ্যোতিপ্ৰসাদ আগৰৱালাই জীৱদ্দশাৰ শেষৰ পিনে প্ৰগতিশীল কবিতা ৰচনা কৰিবলৈ লয়। উল্লেখ্য যে তেতিয়া তেওঁৰ ক্ৰমে কংগ্ৰেছৰ প্ৰতি মোহভংগ হ'বলৈ ধৰে আৰু মাৰ্ক্সবাদৰ প্ৰতি আকৰ্ষণ বাঢ়ে। কংগ্ৰেছী নেতা-পালিনেতাৰ ভণ্ডামী আৰু জন-বিৰোধী কাৰ্য-কলাপ দেখি ক্ষুব্ধ হৈ পৰা জ্যোতিপ্ৰসাদে মহাযুদ্ধৰ পাছত ক্ৰমে মাৰ্ক্সবাদী আন্দোলনৰ প্ৰতি আকৰ্ষিত হয়। অৱশ্যে তেওঁ মাৰ্ক্সবাদী-সাম্যবাদী দলত যোগ দিয়া নাছিল, কংগ্ৰেছৰ পৰাও ওলাই যোৱা নাছিল। কিন্তু প্ৰগতিশীল জয়ন্তীৰ কাব্য-আন্দোলনৰ প্ৰতি তেওঁৰ সমৰ্থন আছিল। নিজেও সেই ধাৰাৰ কবিতা ৰচনা কৰিবলৈ লৈছিল আৰু জয়ন্তী আদি পত্ৰিকাত সেইবোৰ প্ৰকাশো হৈছিল। ষষ্ঠ বছৰ ষষ্ঠ সংখ্যা জয়ন্তীত (১৯৪৪) প্ৰকাশ পোৱা 'আজিৰ কবিতা'ত

নতুন কবিতাৰ বৈশিষ্ট্য সম্পৰ্কত জ্যোতিপ্ৰসাদে লিখিছে ঃ

আজিৰ কবিতা তাই
খোজকঢা ছন্দেৰে যায় দিঠকলে',
.........................
খুলি থৈ সোণ খাৰু
কঙ্কন —
গাৰ পৰা মচি থৈ
কুম্‌কুম-চন্দন;
ৰেলৰে - ট্ৰেইনৰ
তৃতীয় শ্ৰেণীত উঠি
কনুবাৰ-হজুবাৰ গাঁৱলৈ যায়,
শাক-ভাত খায়।
মতা সাজ পিন্ধি তাই
ফুকাৰিছে —
বিপ্লৱী - বিকুল।[৬৪]

সময়ৰ লগত খোজ মিলাই অসমীয়া কবিতাই অলীক ৰমন্যাসিকতাৰ পৰা মুক্ত হৈ প্ৰগতিশীল, বস্তুবাদী পথ লোৱা দেখি জ্যোতিপ্ৰসাদ আনন্দিত হৈছিল। যিটো সময়ত আমাৰ লব্ধ-প্ৰতিষ্ঠিত ৰোমাণ্টিক কবি-সাহিত্যিকসকলে, প্ৰচলিত বিষয় আৰু শৈলী বাদ দি 'খৰা-মৰা' ঠাঁচত কবিতা লিখা বুলি দোষাৰোপ কৰি প্ৰগতিশীল জয়ন্তীৰ কাব্যান্দোলনৰ প্ৰকাৰন্তৰে বিৰোধিতা কৰিছিল, সেই সময়তে প্ৰগতিশীল মনৰ অধিকাৰী জ্যোতিপ্ৰসাদে তাক সমৰ্থন কৰিছিল। এইখিনিতে এটা কথা উল্লেখ কৰিব পৰা যায়। অমূল্য বৰুৱাৰ মৃত্যুৰ পাছত, ১৯৪৬ চনৰ

১৭ ছেপ্তেম্বৰ তাৰিখে যতিনাৰায়ণ শৰ্মালৈ লিখা চিঠি এখনত জ্যোতিপ্ৰসাদে লিখিছিল ঃ

> অমূল্যৰ মৃত্যুয়ে সঁচাকৈয়ে মোক অতিকৈ বেজাৰ দিছে। কলিকতাত টালিগঞ্জত থাকোঁতে অমূল্য আৰু তুমিয়েই মোৰ ভিতৰৰ কবিটোৰ মহাজাগৰণ আনি দিলা। তাৰ আগতে মই ঠিক কবি কেতিয়াও নাছিলো। তোমালোক দুয়োকো লগ পোৱাৰ পিছৰে পৰাই মোৰ কবিতাৰ ঢল আহি বলৈ ধৰিলে। সেই গুণেই অমূল্যৰ স্মৃতি মোৰ জীৱনত বহুমূলীয়া।[৬৫]

জ্যোতিপ্ৰসাদৰ এই উক্তিয়ে প্ৰমাণ কৰে যে অমূল্য বৰুৱা আদি জয়ন্তীৰ কবিসকলৰ প্ৰভাৱেও তেওঁক প্ৰগতিশীলতালৈ উত্তৰণ কৰাত সহায় কৰিছিল। এই উত্তৰণৰ ফলত ৰোমাণ্টিক-বিপ্লৱী জ্যোতিপ্ৰসাদ ক্ৰমে বাস্তৱবাদী বিপ্লৱী-শিল্পীত পৰিণত হৈছিল। ৰাজকাৰেঙৰ শ্ৰেণী-দম্ভ মষিমূৰ কৰি লিগিৰীৰ দৰে নিম্ন শ্ৰেণীৰ মানুহৰ লগত মিলনাকাংক্ষী ৰোমাণ্টিক বিপ্লৱী চৰিত্ৰ (সুন্দৰ কোঁৱৰ) তেওঁ অংকন কৰিছিল 'কাৰেঙৰ লিগিৰী'ত। সেই বিপ্লৱী - চেতনা ক্ৰমে বাস্তৱমুখী হ'বলৈ ধৰে তেওঁৰ অন্তিম কালৰ (১৯৪৪-'৫১) ৰচনাত। 'লভিতা' নাটকৰ উপৰিও 'আধুনিক কবিতা', 'এটা পগলা খেতিয়ক' আদি কবিতা পঢ়িলে এই কথা বুজি পোৱা যায়।

জ্যোতিপ্ৰসাদ উচ্চ মধ্যবিত্ত পৰিয়ালৰ লোক আছিল যদিও ভাৰতীয় সমাজৰ অসাম্য আৰু শ্ৰেণী-বৈষম্যৰ কদৰ্যই তেওঁক ক্ষোভিত কৰিছিল। এই ক্ষোভেই তেওঁক নিজ শ্ৰেণী-স্বাৰ্থৰ উৰ্ধলৈ লৈ গৈছিল। দৰিদ্ৰ কৃষক-শ্ৰমিকৰ ওপৰত পুঁজিপতি মালিক পক্ষৰ অত্যাচাৰ-উৎপীড়ন দেখি জন-দৰদী কবিৰ অন্তৰ হাহাকাৰ কৰি উঠিছিল। শ্ৰমিকৰ ওপৰত চলা নিৰ্যাতনৰ চিত্ৰ আঁকি তেওঁ লিখিছিল ঃ

"কিয় যোৱা নাই কামলৈ?"

ভাত নাই খাবলৈ —

"ডেম - তই বৈ আছ লাণ্ড খাবলৈ"

..........................................

—নামাৰিবা, নামাৰিবা, চাহাব, চাহাব —

"চুপ্ - চুপ্-চুপ্-চুপ্

—ষ্ট্ৰাইক্ ? ষ্ট্ৰাইক্ ? ?

ব'ল-ব'ল-ব'ল

ব'ল কামলৈ।"

........ চাবৌপ-চাবৌপ —

—অহ্ হ্ হ্ হ্"

১৮/৫/৪৭ তাৰিখে তামোলবাৰী চাহ বাগিছাত লিখা 'খেজেনা সধাত এটা ডফলাৰ খং' শীৰ্ষক কবিতাটিত কবিয়ে মহামাৰী, বানপানী আৰু চৰকাৰী শোষণত সৰ্বস্ব হেৰুওৱা এজন ডফলা খেতিয়কৰ বিদ্ৰোহৰ ছবি অংকন কৰিছে। মিট দা জোকাৰি জোকাৰি তেওঁ খাজনা সাধিবলৈ যোৱা চৰকাৰী কৰ্মচাৰীৰ আগত মহামাৰী আৰু বানপানীয়ে কেনেদৰে তেওঁৰ ল'ৰা-তিৰোতা আৰু খেতি কাঢ়ি নিলে, তাক প্ৰকাশ কৰিছে। আৰু তেওঁৰ সেই দুৰ্দিনত চৰকাৰে যে একো কৰা নাই, বৰং খাজনাৰ নামত তেওঁৰ হালৰ গৰু আৰু গাহৰিকেইটা কাঢ়ি নিছে, তাকো ক্ষোভেৰে ব্যক্ত কৰিছে। শেষত দা জোকাৰি চৰকাৰী কৰ্মচাৰীক খেদি পঠিয়াইছে। কবিয়ে ডফলা খেতিয়কৰ মুখত ভঙা অসমীয়া শব্দৰ উক্তি আৰোপ কৰি এই নাটকীয় গুণ সমৃদ্ধ কবিতাটিত লিখিছে ঃ

গবৰমেনৰ একুৰিও টকা অ'লে নাইনে ?

বেমাৰি মানুঅৰ কেতিটো মাৰিএ

দন গটিব পাৰে ?

গবৰমেনৰ বল বুদি নাই নে ?

কালি কেজেনা কেজেনা

কেজেনা কেজেনা

বৰ ছাআপক বয় নকৰে

তো — ওক কি বয় কৰিব—[৬৭]

সেইদৰে 'এটা পগলা খেতিয়ক' শীৰ্ষক নাটকীয় গুণযুক্ত কবিতাটিতো কবিয়ে নিৰ্যাতিত কৃষকৰ মনৰ ক্ষোভ প্ৰকাশ কৰিছে ঃ

নীলাম নীলাম নীলাম

মোৰ চকুপানী কাকনো বিলাম?

ক্ৰোক্ ক্ৰোক্ ক্ৰোক্—

মৌজাদাৰৰ বৰপেটটো ঢোৰোক্।[৬৮]

অৱশ্যে, জ্যোতিপ্ৰসাদৰ জয়ন্তী যুগ অথবা চল্লিছৰ দশকত ৰচিত সকলোবোৰ কবিতাই ৰোমাণ্টিক ভাব-ভংগীৰ পৰা মুক্ত নাছিল। বৰং সেই সময়ত ৰচিত কবিতাবোৰৰো বেছি ভাগতে ৰমন্যাসিকতাৰ ডাঠ প্ৰলেপ আছিল। জয়ন্তী, ষষ্ঠ বছৰ সপ্তম আৰু অষ্টম সংখ্যাত (১৯৪৪) প্ৰকাশ পোৱা 'নৱ বিপ্লৱী কবি জাগে' শীৰ্ষক কবিতাটি তেনে এটি কবিতা।

আমি ইতিমধ্যে উল্লেখ কৰি আহিছোঁ যে ১৯৪৭ চনৰ পাছত জ্যোতিপ্ৰসাদৰ কংগ্ৰেছৰ প্ৰতি মোহভংগ হৈছিল। দেশ স্বাধীন হোৱাৰ পাছতে কংগ্ৰেছীসকলৰ একাংশৰ সুবিধাবাদী চৰিত্ৰ প্ৰকট হৈ পৰাতো লক্ষ্য কৰি তেওঁ ১৯৪৮ চনৰ ১০ অক্টোবৰত লিখিছিল ঃ

সুবিধাবাদীৰ দল!

তোৰ মিছা হ'ব কৌশল

ৰাইজৰ তই সেৱা চুৰ কৰি

বঢ়াব খুজিছ বল।[৬৯]

কংগ্ৰেছ চৰকাৰৰ তথাকথিত সমাজবাদী নীতিৰ ওপৰতো তেওঁৰ আস্থা নাছিল। দেশৰ দৰিদ্ৰ জনতাৰ চকুত ধূলি মাৰি ব্যক্তিগত সুখ-সুবিধাৰ প্ৰতি মনোযোগ দিয়া সকলক তিৰস্কাৰ কৰি তেওঁ আৰু লিখিছিল ঃ

ৰাষ্ট্ৰনীতিৰ
সমাজনীতিৰ
ৰাজনীতিৰ
অৰ্থনীতিৰ তোৰ
থৈ দে ফোপোলা জ্ঞান
জনতা-পূজাৰ ভাও দি, ভাও দি
নেদেখুৱাবি
ঘৃণিত তোৰ অহংকাৰৰ নেতৃত্বাভিমান,
জনতাই তোৰ স্বৰূপ চিনিছে
সাৱধান সাৱধান।

আমি আগতে উল্লেখ কৰি আহিছোঁ যে চল্লিছৰ দশকৰ শেষৰ পিনে জ্যোতিপ্ৰসাদ মাৰ্ক্সবাদৰ দ্বাৰা প্ৰভাবান্বিত হৈছিল যদিও মহাত্মা গান্ধীৰ আদৰ্শকো তেওঁ ত্যাগ কৰিব পৰা নাছিল। গান্ধীবাদ, সাম্যবাদ আৰু সমাজবাদ সম্পৰ্কত কবিৰ অন্তৰৰ দ্বন্দ্ব ২৭-৯-৪৮ তাৰিখে লিখা কবিতা এটিত এনেদৰে প্ৰকাশ পাইছে ঃ

নতুন এই সমাজনীতিৰ
কিতাপখনত গথা
কাৰনো মনৰ
সোণ সেৰীয়া
ৰূপ সেৰীয়া কথা

কিতাপখনত গৰ্থা
০০০ ০০০ ০০০
জন প্ৰতিভাই
অৰ্থনীতিৰ বগা পদুমৰ
সমাজনীতিৰ ৰঙা পদুমৰ
সত্যাগ্ৰহৰ নীলোৎপলৰ
বিশ্লেষণৰ আঙুলিৰে
পাহি মেলি চাই
পোঁক আছে নে নাই।[১০]

কাব্যিক সৌন্দৰ্যৰ বিচাৰত জ্যোতিপ্ৰসাদৰ কবিতা উৎকৃষ্ট। তেওঁক শব্দৰ যাদুকৰ বুলি ক'ব পৰা যায়। তেওঁৰ কবিতাৰ শব্দ-সজ্জা অপূৰ্ব। তেওঁৰ হাতত‌ে প্ৰচলিত ছন্দই অভিনৱ ৰূপ ধাৰণ কৰিছে। তেওঁৰ কবিতাৰ অন্ত্যানুপ্ৰাসযুক্ত চুটি চুটি পদবোৰে ছন্দক গতি দান কৰিছে আৰু শক্তিশালী শব্দৰাজিয়ে কবিতাবোৰ ধ্বনি-প্ৰতিধ্বনি যুক্ত কৰি তুলিছে।

## কেশৱ মহন্ত (১৯২৬—) ঃ

চল্লিছৰ পৰিবৰ্তনৰ যুগত আত্মপ্ৰকাশ কৰা অন্য এগৰাকী কবি কেশৱ মহন্তৰ কবিতাত যুগৰ ক্ষয়িষ্ণু ৰূপৰ চিত্ৰ অংকিত হৈছে। আৰু অংকিত হৈছে দৰিদ্ৰ জনতাৰ সুখ-দুখ, আশা-আকাংক্ষা, পুঁজিপতি শোষকৰ অত্যাচাৰ আৰু জনতাৰ সংগ্ৰামৰ ছবি। মাৰ্ক্সবাদী আদৰ্শৰ দ্বাৰা প্ৰভাবান্বিত মহন্তৰ 'চোৰৰ কৈফিয়ৎ' শীৰ্ষক কবিতাটি জয়ন্তীত (সপ্তম বছৰ প্ৰথম সংখ্যা, ১৯৪৫) প্ৰকাশ পোৱাৰ পাছত অসমৰ শিক্ষিত সমাজত এক প্ৰকাৰ আলোড়নৰ সৃষ্টি হৈছিল। চোৰক উচ্চ আসন দিয়া বুলি দুই এজনে কবিক কটাক্ষ কৰিছিল।[১১] প্ৰগতিশীল কবিয়ে সমাজে অপাংক্তেয় বুলি

বিবেচনা কৰা চোৰক নতুন দৃষ্টিৰে লক্ষ্য কৰিছে ঃ চোৰ হ'ল শ্ৰেণী-বৈষম্যৰে জৰ্জৰিত সমাজৰে সৃষ্টি। পেটৰ ভোকৰ তাড়নাত পৰা চোৰক চৌৰ-বৃত্তি গ্ৰহণ কৰিবলৈ সময়ে বাধ্য কৰিছে ঃ

মই চোৰ
আজিৰ হাবাই মোক চুৰ কৰাইছে।
ইণ্ডিয়ান পেনেল কোডত মোৰ নাম চোৰ;
আৰ্থিক নাম মোৰ ভোকাতুৰ।
তুমি জ্ঞানী।
'চুৰ কৰা মহাপাপ'
অপইতা বয়সৰে পৰা শিকা
এই একেষাৰ কথা —
তুমি লিখি দিয়া কিতাপত পোৱা,
আৰু তেতিয়া তাকেই সঁচা বুলি মনা।[৭২]

অমূল্য বৰুৱাৰ দৃষ্টিত 'কুকুৰ' ৰূপী দৰিদ্ৰ মানুহে 'ক্ষুধাৰ তাড়নাত' পৰি 'অহিংসাই পৰম ধৰ্ম' — কথাষাৰ পাহৰি হিংসামত্ত হৈ পৰাৰ দৰে কেশৱ মহন্তৰ দৃষ্টিত চোৰে ক্ষুধাৰ তাড়নাতে 'অপইতা বয়সৰে পৰা' শিকি অহা 'চুৰ কৰা মহাপাপ' — কথাষাৰ মিছা বুলি ভাবে। কিয়নো চোৰে ভাবে যে দৰিদ্ৰতাই যিকোনো মানুহকে চোৰত পৰিণত কৰিব পাৰে। সমাজৰ তথাকথিত ভাল মানুহো যদি দৰিদ্ৰতাৰ কবলত পৰি পেটৰ জুই নুমাব নোৱাৰা অবস্থাত পৰে, তেন্তে আজিৰ এই নিষ্ঠুৰ সময়ত তেওঁ গভাইত চোৰত পৰিণত হ'ব ঃ

আৰু মোৰ বিশ্বাস
আজিৰ দিনত
তুমি, মই হোৱা হ'লে —

মোৰ বাটেৰেই গলাহেঁতেন

নাইবা,

কোনে জানে!

তুমিয়েই যে মোৰ,

এই বিষয়ত,

নেতা নহ'লাহেঁতেন!!

'ফাগুৱা, ১৯৪৫' শীৰ্ষক কবিতাত কবিয়ে ফাকুৱা উৎসৱত হোৱা ব্যভিচাৰৰ উল্লেখেৰে যুদ্ধোত্তৰ যুগৰ ক্ষয়িষ্ণু ৰূপৰ কথা উনুকিয়াইছে। দ্বাপৰ যুগত "কামাতুৰ বিলাসী শ্ৰীকৃষ্ণই' পালেগুত এৰি থৈ বুকুৰ লক্ষ্মীক 'ঘুনুচাৰ সন্ধানত ওলাল যিদিনা।" — সেইদিনাৰ পৰাই হয়তো 'আবিৰ' অৰ্থাৎ ফাকুগুৰি ৰঙৰ সামগ্ৰীত পৰিণত হ'ল। অৱশ্যে আধুনিক যুগৰ বাস্তৱবাদী কবিয়ে এই কাহিনী বিশ্বাস নকৰে। তেওঁ ইয়াক 'কবিসকলৰ বাক্যৰ বিলাস' বুলিহে ভাবে। তথাপি তেওঁ ভাবে — 'এটা শতাব্দীৰ' সেই 'সাধু কথা' ই ফাকুৱা উৎসৱৰ সৃষ্টি কৰিলে, আৰু —

আমি পালো ফাগুৱাৰ ৰঙীন সিঞ্চন —

ৰাঙলী প্ৰলেপ — এয়েই আনন্দ —[৭৩]

কিন্তু সময়ৰ কুটিল গতিত পৰি সেই ৰঙৰ উৎসৱত ফাকুগুৰিৰ ঠাইত আলকতৰা, 'গোবৰৰ দুৰ্গন্ধ প্ৰলেপ' আৰু পুখুৰীৰ 'ক'লা বোকা'ই ঠাই পালে। কবিৰ মতে আলকতৰা আদি ক'লা ৰঙবোৰ যুগৰে ৰং, ক্ষয়িষ্ণু সময়ৰ বিধ্বস্ত সমাজৰ ৰং ঃ

কিন্তু -আলকতৰা!

গাল ছিঙি নিয়া আলকতৰা;

আৰু কত নজনা ৰং

মিহি ৰঙা ফাকুৰ বদলি

সেইবোৰ ডাঠ ক'লা, যুগৰ ৰং।

আধুনিক যুগৰ দয়া-মায়া-মমতাহীন, স্বাৰ্থলোভী, ভ্ৰষ্ট মানুহৰ বাবে উৎসৱে 'আনন্দ দায়ক' 'স্বাস্থ্যপদ' 'বিবাহৰ সুগন্ধি সুৰভি' ৰং নানে, আনে — 'মানুহৰ পোৰা হিয়াৰ -ক'লা ছাই' —

এই ফাগুনৰ বলিয়া বায়ুত

বিবাহৰ সুগন্ধি সুৰভি

ফাগুৱাই আজি বৈ নানে

— ফাগুৱাই আনে —

এটি জটিল যুগৰ

মানুহৰ পোৰা হিয়াৰ-ক'লা ছাই;

কেশৱ মহন্তৰ প্ৰথম কবিতা সংকলন 'আমাৰ পৃথিৱী' চল্লিছৰ দশকতে (১৯৪৬) প্ৰকাশ পাইছিল। এই গ্ৰন্থত কুৰিটামান কবিতা সংকলিত হৈছিল।[৭৪] ওপৰত আলোচনা কৰা কবিতা দুটি, যতিনাৰায়ণ শৰ্মা সম্পাদিত 'আধুনিক অসমীয়া কবিতা' (১৯৪৬) শীৰ্ষক সংকলনৰ উপৰিও 'আমাৰ পৃথিৱী'তো সন্নিবিষ্ট হৈছিল। 'আমাৰ পৃথিৱী'ৰ কবিতা সমূহত প্ৰগতিশীল জয়ন্তীৰ ভাব-ভংগীৰে প্ৰতিফলন ঘটিছিল। ড০ চন্দ্ৰ কটকীয়ে এই গ্ৰন্থৰ কবিতা সম্পৰ্কত লিখিছে :

> আমাৰ পৃথিৱী নামৰ কাব্য গ্ৰন্থত তেওঁ এখন নতুন পৃথিৱীৰ সন্ধান কৰিছে। নতুন পোহৰেৰে উদ্ভাসিত হৈ উঠা মেহনতী জনতাৰ কাৰণে এক সঁচা আশ্ৰয়ৰ পৃথিৱী কবিয়ে সন্ধান কৰিছে। আন্ধাৰ আৰু পোহৰ কবিতাত কবিৰ সহানুভূতি জাগি উঠিছে শোষক শ্ৰেণীৰ ৰথচক্ৰৰ তলত পৰি থকা কুষ্ঠৰোগী, বেশ্যা, মুচি, মদ খাই মাতাল হোৱা চাহ-বাগানৰ কুলি আদিৰ প্ৰতি। কবিৰ দৰদ বিস্তৃত তেওঁলোকৰ সংগ্ৰাম আৰু সমস্যা সমূহলৈ। কবি কেশৱ মহন্তৰ প্ৰগতিবাদৰ সুৰ অনেক দূৰ কবি অমূল্য বৰুৱাৰ নব্য মানবতাবাদৰ কাষে কাষে গৈছে। .....

পʼষ্টাৰ নামৰ কবিতাত কবিয়ে আগন্তুক ৰঙা সূৰুযৰ আগমন লক্ষ্য কৰিছে। তেওঁ চাৰিওফালৰ সৰ্বহাৰা শ্ৰেণীৰ ছবি আঁকাত পটু।[৭৫]

উল্লেখযোগ্য যে চল্লিছৰ দশকৰ, অন্যান্য তৰুণ কবিৰ দৰে কেশৱ মহন্তৰ কবিতাও আঁপেনত হাতৰ সৃষ্টি। পৰৱৰ্তী দশক দুটাতহে তেওঁৰ কবি-প্ৰতিভা পূৰ্ণ বিকশিত হয়। পৰৱৰ্তী কালত তেওঁ প্ৰগতিশীল কবিতাৰ (সোণজিৰা মাহীৰ নাড়ী, আঘোণৰ কুঁৱলী, সুঁহুৰি আদি) উপৰিও প্ৰতীকবাদী কবিতাও (চিত্ৰলেখা, ছাঁই আদি) ৰচনা কৰে।

## অজিৎ বৰুৱা (১৯২৮ - ) ঃ

চল্লিছৰ দশকত কবি অজিৎ বৰুৱায়ো প্ৰগতিশীল কবিতা লিখিছিল। জয়ন্তী গোষ্ঠীৰ অন্যান্য কবিসকলৰ দৰে বৰুৱায়ো যুদ্ধ বিধ্বস্ত সমাজৰ হাহাকাৰ দেখি চিন্তান্বিত হৈ পৰিছিল। অৱশ্যে তেওঁ প্ৰবল আশাবাদী—সমাজ দুৰ্দিনৰ কৰাল গ্ৰাসৰ পৰা সোনকালেই মুক্ত হʼব। জয়ন্তীত প্ৰকাশিত ‘মৰুযাত্ৰী’ কবিতাত এই আশাবাদ সুন্দৰকৈ প্ৰকাশ পাইছে। যুদ্ধৰ বিভীষিকা, সামাজিক হিংসা-প্ৰতিহিংসাই পৃথিৱীখন ‘মৰুভূʼলৈ ৰূপান্তৰিত কৰিছে। কবি সেই ‘মৰুভূʼৰ লক্ষ্যহীন অঘৰী-অধিবাসী নহয়। নিৰ্দিষ্ট লক্ষ্যলৈ তেওঁ মৰুযাত্ৰা আৰম্ভ কৰিছে। তেওঁৰ সেই যাত্ৰা কষ্টকৰ যদিও সুকলমে তাৰ অন্ত পৰিব বুলি কবিয়ে ভাবে। অৰ্থাৎ যুদ্ধাদিয়ে বিধ্বস্ত কৰা পৃথিৱী সদায় তেনে ৰূপত নাথাকে, সোনকালেই সেই ৰূপৰ পৰিবৰ্তন ঘটিব বুলি কবিয়ে আশা কৰে। কাৰণ, সেই ‘মৰুʼৰ সিপাৰে তেওঁ ‘উৰ্বৰ স্বপ্নভূমিʼৰ সন্ধান পাইছে ঃ

‘মৰুভূʼৰ অধিবাসী অঘৰী নহয় মই
স্থিৰ লক্ষ্য মৰুযাত্ৰী।
পথভ্ৰষ্ট মোৰ ইতিহাস
(কালৰ) গতিৰ দৰে
অনিৰুদ্ধ, সুনিশ্চিত মোৰ পদক্ষেপ।

সেইদেখি —
'মৰুভূ'ৰ শুকান নিৰাশা —
আজিৰ খণ্ড বাস্তৱ
অৱহেলা জৰ্জৰিত
আশা উজ্বল মোৰ চকুৰ আগত।

................................

মই দেখোঁ লগে লগে তাৰো সিপাৰত
উৰ্বৰ মোৰ স্বপ্নভূমি
সুনিশ্চিত কালিৰ বাস্তৱ।[১৬]

আশাবাদী কবিয়ে লক্ষ্য কৰিছে যে কবিৰ লগতে মৰুযাত্ৰীৰূপী অগণন জনতায়ো 'মৰুযাত্ৰা'ক 'জয়যাত্ৰা'ত পৰিণত কৰিবলৈ সাহসেৰে 'ধুমুহাৰ দৰে' আগবাঢ়ি আহিছে ঃ

সুদূৰত মোৰ যাত্ৰা(ৰ) সীমা উঠে জ্বলি
অভিযাত্ৰী জনগণ আগবাঢ়ে ধুমুহাৰ দৰে
জয়যাত্ৰা আজি।

মহাযুদ্ধৰ ধ্বংস কাৰ্যই, ফেচিষ্ট শক্তিৰ উত্থানে সংগ্ৰামী-সাহসী জনতাক দীৰ্ঘ দিনলৈ পীষ্ট কৰি ৰাখিব নোৱাৰে। সংগ্ৰামী জনতাই সেই ধ্বংসস্তুপৰ ওপৰতে সাহসেৰে নতুন সৃষ্টিৰ পাতনি মেলিব ঃ তৰুণ কবিৰ এই বিশ্বাস প্ৰকাশ পাইছে ১৯৪৫ চনৰ 'কটনিয়ান'ত প্ৰকাশিত আৰু যতিনাৰায়ণ শৰ্মা সম্পাদিত 'আধুনিক অসমীয়া কবিতা'ত সংকলিত 'হাতুৰি' শীৰ্ষক কবিতাত ঃ

যুগজীৰ্ণ জগতৰ
পঙ্গু যত সৃষ্টি— শতাব্দীৰ আবৰ্জনা
আগত আহত তাৰে
মৃত্যুৰ আৰ্তনাদে ঘোষে

নৱসৃষ্টিৰ জন্মাষ্টমী।"

কবি বৰুৱাই লক্ষ্য কৰিছে যে শ শ বছৰ জুৰি সাম্ৰাজ্যবাদী ফেচিষ্ট শক্তিৰ আস্ফালনে সৃষ্টি কৰা সন্ত্ৰাস আৰু ধ্বংসলীলাই উৰ্বৰা পৃথিৱী পতনমুখী কৰিছে। এই শক্তিৰ অত্যাচাৰ- উৎপীড়নত লক্ষ লক্ষ জনতাই প্ৰাণ হেৰুৱাবলগীয়া হৈছে। নতুন চিন্তা-ভাৱনাৰে সমাজৰ উন্নতি বিচৰাৰ বিপৰীতে একাংশ কবিয়ে পৰম্পৰা অনুসৰণ কৰি 'পচা অতীত'ৰ গুণ-গান কৰাতো দেখিবলৈ পাই কবি ক্ষোভিত হৈ পৰিছে :

শতাব্দীৰ আবৰ্জনা —

পচা অতীতৰ যত শৱভুক শগুণৰ দল

সিহঁতৰ লোভাজ বিকাৰ

আৰু

পচা অতীতৰ উপাসক

দুৰ্বল কবিদলৰ মৰাশৰ কীৰ্তন।

কবিৰ এইটো অনুভৱ হৈছে যে যুগে যুগে বঞ্চিত হৈ অহা জনতাই আজি নিজৰ অধিকাৰ সাব্যস্ত কৰিবলৈ ওলাই আহিছে। জনতাৰ এই সংগ্ৰামে সফলতা লাভ কৰি পৃথিৱীত নতুন যুগৰ সৃষ্টি কৰিব, প্ৰতিক্ৰিয়াশীল শক্তিৰ বাধা উফৰি যাব :

যুগে যুগে বঞ্চিত দুই হাত

তাৰ নতুন যুগৰ সৃষ্টি প্ৰয়াস আজি

মহাযুগান্তৰ ঢল।

বাধা তাৰ—

মৰাশৰ'ভ্ৰূকুটিৰ ব্যৰ্থ চেষ্টা।

'তীখা' কবিতাতো কবি অজিৎ বৰুৱাৰ এনে প্ৰত্যাশা ফুটি উঠিছে। নতুন যুগৰ পোহৰত অগ্ৰগামী মানুহে পিছলৈ আৰু ওভতি নাচায়। নিজৰ আৰু সমাজৰ

মুক্তিৰ বাবে সাহসেৰে আগবাঢ়ি যাব। 'তীখা', 'মাটি', 'কাঠ' আদি প্ৰতীকৰ সহায়েৰে তেনে মনোভাব ব্যক্ত কৰি লিখিছে :

দৃপ্ত হাতৰ হাতুৰিৰ কোব —
ফিৰিঙতি সৌ ছিটিকি পৰে,
ৰঙা তীখা পিটি বিজয়ী মানুহে
নতুন যুগৰ ভিত্তি গঢ়ে।
তীখা এৰি থৈ আজিৰ মানুহে
কাঠ আৰু মাটি ল'ব?
সবল মানুহে টান বুলি তাক নকৰে ভয়
ইস্পাত ল'ব।[১৮]

অনেক ঘাত-প্ৰতিঘাত অতিক্ৰম কৰি অহা আজিৰ মানুহ আৰু হোজাহৈ থকা নাই। কিহৰ অভাৱত নতুন সমাজ-সৃষ্টি সম্ভৱ নহয়, সেই কথাও তেওঁলোকে বুজে। প্ৰাচীনপন্থীসকল যে তেওঁলোকৰ উন্নতিৰ বাটত হেঙাৰ স্বৰূপ, তাকো বিপ্লৱত দীক্ষিত মানুহে বুজি উঠিছে। কিন্তু কোনো বাধাৰ ওচৰতে বিপ্লৱী মানুহে শিৰ নত নকৰে—নিজৰ মুক্তি তেওঁলোকে নিজেই আনিব : আত্ম-প্ৰত্যয়েৰে এই আশা ব্যক্ত কৰি কবিয়ে কবিতাটিৰ শেষত লিখিছে :

আজিৰ মানুহে জানে,
কিহৰ কাৰণে তীখাত মামৰে ধৰে
পচা অতীতৰ সমাজৰ বাধা
তাৰ সি মৃত্যু আনে।
বিজয়ী মানুহ নপলায় জানা
তাৰ সাধনাৰ মূল্য সি জানে
বন্দী তীখাৰ মুক্তি আনিব যি
অতীতৰ সি যৱনিকা টানে।

চল্লিছৰ পৰৱৰ্তী কালত অজিৎ বৰুৱাই টি. এছ. এলিয়টৰ ভংগীক আঁকোৱালি লৈ প্ৰতীক আৰু চিত্ৰকল্পবাদী কবিতা ৰচনা কৰিবলৈ লয়। এই ধাৰাৰ কবিতাবোৰে তেওঁক কবি হিচাপে প্ৰতিষ্ঠিত কৰিছে যদিও চল্লিছৰ দশকত ছাত্ৰাৱস্থাতে তেওঁ লিখা প্ৰগতিশীল কবিতাকেইটা সাহিত্য-গুণ বৰ্জিত নহয়। বিশেষকৈ 'তীখা' আৰু 'হাতুৰি'ৰ কাব্যিক-আবেদন মন পৰশা।

অৱশ্যে, চল্লিছৰ দশকৰ শেষৰ পিনৰ পৰাই তেওঁ প্ৰতীকবাদৰ প্ৰতি আকৰ্ষিত হয়। সেই সময়ৰ শক্তিশালী আলোচনী পছোৱাত তেওঁ লিখা নাছিল যদিও অন্য এখন আলোচনী ৰংঘৰত তেওঁৰ কবিতা ছপা হৈছিল। এই আলোচনীৰ ২য় বছৰ ১০ম সংখ্যাত (১৯৪৯) প্ৰকাশ পায় তেওঁৰ বিখ্যাত প্ৰতীকবাদী কবিতা 'মন-কুঁৱলী সময়' ঃ

কাতি মাহৰ এটা ধোঁৱা ৰাতিপুৱা
কুঁৱলী গলি ভাঁহে।
এই পুৱা যেন অতীত জীৱন
(এবছৰ বয়সীয়া)
পুনৰ যাপন
কৰি উঠিলোঁ। কাৰণ —
যোৱা বছৰ এনে পুৱা
উঠিছিলোঁ নতুন হামিয়াই,
থকা-নথকা এক পলকৰ দলঙত
সময় বন্ধ হৈ যায়। [১১]

হয়তো দেশৰ নৱলব্ধ স্বাধীনতাই কবিক আশাবাদী কৰি তোলে। দেশে স্বাধীনতা লাভ কৰিলে যেতিয়া, বিপ্লৱ নহয়, এতিয়া দেশ গঠনতহে মন দিয়া উচিত ঃ এনে ধৰণৰ অনুভৱে আশ্বস্ত কৰা কবি প্ৰগতিশীল বিপ্লবী পথৰ পৰা ক্ৰমে আঁতৰি যায় আৰু প্ৰতীকবাদক আঁকোৱালি লৈ এক প্ৰকাৰ ঐতিহ্যৰ সন্ধান আৰম্ভ কৰে। 'মন-কুঁৱলী সময়'ত কবিৰ সেই 'আশ্বস্তি'ৰ প্ৰতিফলন কেনেদৰে ঘটিছে,

কবিতাটোৰ শেষ ফাকিলৈ চকু দিলে বুজা যাব ঃ

এদিনাখন এটা ঢেকুৰা কুকুৰে মুখত মগুহ লৈ
বুকুত খামোচ মাৰি ধৰি আছিল কামৰূপৰ মেপ নিনিয়া ভয়।
আৰু, সংক্ষেপে,
সেই নীৰৱ গধূলি পথাৰৰ মাজত অকলে থিয় হোৱা
চাৰিওফালে পথাৰ পথাৰ
বুকুত খামোচ
দূৰৰ গাঁৱৰ পৰা গুণগুণকৈ ধোঁৱা
উৰিছিল।

দেশে স্বাধীনতা পোৱাৰ লগে লগে তাৰ বিভাজনো ঘটিছিল। অসম ('কামৰূপ') যে ভাৰতৰ লগতে থাকিব, পাকিস্তানৰ অন্তৰ্ভুক্ত নহয়— এই কথা আমাৰ কবিৰ লগতে অসমৰ সৰহ সংখ্যক মানুহে জানিছিল। তথাপি অঘটন ঘটিব পাৰে বুলি তেওঁলোকৰ মনত 'ভয়' আছিল। কিন্তু সেই ভয় আঁতৰি গ'ল, যেতিয়া দেখা গ'ল — 'চাৰিওফালে পথাৰ পথাৰ' অৰ্থাৎ স্বাধীন স্বদেশৰ সৃষ্টিৰ উৎস মুকলি পথাৰ আৰু 'গুণ গুণকৈ' ধোঁৱা উৰি থকা গাঁও অৰ্থাৎ সুখ-শান্তিৰে ভৰা গাঁও।

'তীখা', 'হাতুৰি'ৰ কবি অজিৎ বৰুৱা 'মন-কুঁৱলী সময়'ৰ কবিত পৰিণত হোৱাৰ কাহিনীতে লুকাই আছে চল্লিছৰ প্ৰগতিশীল জয়ন্তীয়ে আৰম্ভ কৰা 'প্ৰত্যাশাৰ যুগ'টো দেশৰ স্বাধীনতাৰ পাছত 'আশ্বস্তিৰ যুগ' লৈ ৰূপান্তৰিত হোৱাৰ ইতিহাস।[১৩]

## নৱকান্ত বৰুৱা (১৯২৬ - ২০০২) ঃ

চল্লিছৰ দশকত আত্মপ্ৰকাশ কৰা অন্য এগৰাকী উল্লেখযোগ্য কবি হ'ল নৱকান্ত বৰুৱা। এৰাে জয়ন্তীগোষ্ঠীৰ অন্তৰ্ভুক্ত আছিল। কিন্তু এওঁক জয়ন্তীয়ে দেখুৱাই দিয়া পথৰ পথিক বুলি ক'ব পৰা নাযায়। মধ্যবিত্ত পৰিয়ালৰ তৰুণ নৱকান্তই কাব্য-চৰ্চা আৰম্ভ কৰিছিল তেওঁৰ অগ্ৰজ ভ্ৰাতৃ দেৱকান্ত বৰুৱা, বসন্তকান্ত বৰকাকতি

আদিক অনুকৰণ কৰি। দেৱকান্তৰ ঠাঁচ অনুকৰণ কৰি নৱকান্তই 'সীমা দত্ত' ছদ্মনামত বাহীত লিখা 'বুৰঞ্জী' শীৰ্ষক কবিতালৈ লক্ষ্য কৰিলে বুজা যায়—ৰোমাণ্টিক কবিৰ দৰে তেওঁৰ তৰুণ কবি-মানস ঐতিহ্য অনুৰাগী :

মোৰ সুপ্তি হৰা সপোনৰ কঙ্কাল কলুষ সনা হৃদয়ত চেনেহৰ
চোঁৱৰ বুলাই
বাহী ফুল সৰুবাই কামনাৰ ফুলকলি আজি তুমি কিয় প্ৰিয়া
তুলিলা ফুলাই ?

—— ——

পৃথিবীৰ ইতিহাস একেটি কাহিনী মাথোঁ ; জীৱনৰ হাঁহি আৰু অশ্ৰু
আহে আৰু যায় ;
আমাক লৈয়েই আজি পুৰণি কাহিনীটোক নিয়তিয়ে নতুনৰ
বেশেৰে সজায়।।[৮১]

বংগৰ 'শান্তি নিকেতন'ত অধ্যয়ন কৰিবলৈ লোৱাৰ সময়ত নৱকান্ত আকৰ্ষিত হয় ৰবীন্দ্ৰনাথ আৰু টি. এছ. এলিয়টৰ প্ৰতি। ফলত তেওঁৰ কবিতাত এই দুগৰাকী বিখ্যাত কবিৰ কাব্য-দৰ্শনৰ গুঞ্জন শুনিবলৈ পোৱা গ'ল। আনহাতে চল্লিছৰ জয়ন্তীৰ ভবানন্দ দত্ত, অমূল্য বৰুৱা, চক্ৰেশ্বৰ ভট্টাচাৰ্য্য আদি তৰুণ কবিয়ে সমসাময়িক সমাজৰ দুৰ্দশা দেখি ক্ষোভিত হৈ, মধ্যবিত্ত মানসিকতাৰ উৰ্ধলৈ গৈ মেহনতি জনতাৰ দুখ-যন্ত্ৰণাৰ প্ৰতি যিদৰে সমমৰ্মিতা প্ৰকাশ কৰিছিল, তেনে কথা নৱকান্ত বৰুৱাৰ ক্ষেত্ৰত দেখা নাযায়। কংগ্ৰেছৰ ওপৰত কবিৰ আছিল গভীৰ বিশ্বাস। ইয়াৰ উপৰি, যি সময়ত মাৰ্ক্সবাদক জনতাৰ মুক্তি-প্ৰগতিৰ সাঁচৰ কাঠি বুলি জয়ন্তীৰ অন্যান্য তৰুণ কবিসকলে কম-বেছি পৰিমাণে বিশ্বাস কৰিছিল, সেই সময়ত নৱকান্তৰ এই বিপ্লৱী দৰ্শনৰ প্ৰতি আছিল বিৰাগ। অমূল্য বৰুৱাৰ স্মৃতি ৰোমন্থন কৰি পৰৱৰ্তী কালত তেওঁ লিখিছে :

কলিকতাত গৈ অমূল্যক পাওঁ। তেওঁৰ বেশ্যা, আন্ধাৰৰ হাহাকাৰ, কুকুৰ কবিতা লৈ বহুতো আলোচনা কৰিছিলো। তেতিয়া তেওঁ প্ৰগতিবাদৰ

কথা কৈছিল। মোৰ বাবে তেতিয়া এলিয়টৰ এইটো পাৰে আৰু কোনো কবিৰ অস্তিত্ব নাছিল। মই অমূল্য কমিউনিষ্ট হৈ গ'ল বুলিয়েই ভাবিছিলো।[৮২]

কিন্তু, নৱকান্ত বৰুৱা চল্লিছৰ পৰিবৰ্তনৰ কোবাল বতাহে স্পৰ্শ নকৰা 'নিৰ্জন দ্বীপ নাছিল'। তেৱোঁ সেই সময়ত প্ৰগতিশীলতাৰ ঢলৰ স্পৰ্শলৈ আহিছিল। প্ৰগতিশীল জয়ন্তীত প্ৰকাশিত তেওঁৰ কবিতা পঢ়ি এই কথাৰ প্ৰমাণ পোৱা যায়। ৰোমাণ্টিক যুগৰ কবিসকলৰ, ধ্ৰুপদী কবিৰ দৰে ঈশ্বৰৰ ওপৰত আছিল অটল বিশ্বাস। কিন্তু প্ৰগতিশীল কবিদলে ঈশ্বৰৰ অস্তিত্ব সম্পৰ্কত সন্দেহ প্ৰকাশ কৰিছিল। তেওঁলোকৰ মতে 'ঈশ্বৰ' মানুহেই সৃষ্টি কৰা এটা ধাৰণা মাত্ৰ। গতিকে মানুহক ৰক্ষা কৰিবলৈ অলীক শক্তি ঈশ্বৰৰ আগমন অসম্ভৱ।

নৱকান্তই 'সীমা দত্ত' ছদ্মনামত জয়ন্তীত লিখা 'প্ৰাৰ্থনা' শীৰ্ষত কবিতাত ঈশ্বৰৰ অস্তিত্বহীনতাৰ কথা ব্যক্ত কৰি লিখিছিল ঃ

ঈশ্বৰ ঈশ্বৰ
ইথাৰৰ দৰে শূন্য ঈশ্বৰ।
মন্দিৰৰ ধূপৰ ধোঁৱাৰ আঁৰত তুমি থাকা
সেয়েহে তুমি ইমান অস্পষ্ট।
ভয়ৰ নাৱত পাৰি দি তুমি আহিলা
মানুহৰ বিশ্বাসৰ ঘাটলৈ,
মানুহে সাজি দিলে তোমাৰ বাবে
গীৰ্জ্জা, মন্দিৰ, মচজিদ
নিজে সিহঁত জুপুৰীত থাকিও।[৮৩]

কবিতাটিত কবিয়ে ঈশ্বৰ বিশ্বাসী মানুহক ব্যঙ্গ কৰি কৈছে যে মানুহে ঈশ্বৰক সকলো ক্ষমতাৰ অধিকাৰী বুলি ধৰি লৈ ঈশ্বৰক মহান কৰি তুলিছে। প্ৰতিদান হিচাপে ঈশ্বৰৰ পূজাৰ নামতে মানুহে 'ভোকত নাখাই মৰে'। এইদৰে 'মহান' হৈ

পৰা ঈশ্বৰে আকৌ তেওঁৰ সৃষ্টিকৰ্তা মানুহৰ 'বিচাৰক'ৰ আসনতো বহে ঃ মানুহৰ নিৰ্বোধিতাক ব্যঙ্গ কৰি কবিয়ে লিখিছে ঃ

সকলো ক্ষমতাৰ অমাৰ্জিত অলঙ্কাৰ
আঁৰি দি তোমাৰ গাত
তোমাক কৰিলে মহান;
এয়ে তাৰ প্ৰতিদান —
তোমাৰ কাৰণে আমাৰ মানুহে
ভোকত নাখাই মৰে।
বিচাৰক তুমি?
পোহাৰীৰ তুলাচনী ......
তোমাৰ নিজৰ সৃষ্টি-কৰ্ত্তাৰ বিচাৰ তুমি কৰা !
হায় অবোধ মানুহ!
আৰু মানুহৰ অবোধ ঈশ্বৰ!

বাস্তৱবাদী কবিয়ে এইটো জানে যে ঈশ্বৰ হ'ল এটা সংস্কাৰ, 'মানুহৰ বৰ্বৰ দিনৰ দুখলগা সোঁৱৰণী' আৰু অনুৰ্বৰ কল্পনাৰ ফচল। তথাপি, দ্বন্দ্ব-পীড়িত মানুহৰ ঈশ্বৰ নাই বুলিবৰো সাহস নাই। অৱশ্যে কবিৰ বিশ্বাস—বীজগণিতৰ এক্সটোৰ দৰেই ঈশ্বৰ হ'ল মানুহে ধৰি লোৱা বা বিশ্বাস আৰোপ কৰি লোৱা স্থিতিহীন বস্তু ঃ

তুমি মাথোন আদিম মানুহৰ
অনুৰ্বৰ কল্পনাৰ
এটা জীৱন্ত সংস্কাৰ,
মানুহৰ বৰ্বৰ দিনৰ তুমি এটা দুখ লগা সোঁৱৰণী
..... অথচ তুমি নাই বুলিবৰো
সাহস আমাৰ নহয়।

ঈশ্বৰ তুমি কি মাথোন

বীজ - গণিতৰ এক্স (x)

নৱকান্ত বৰুৱাৰ এই কবিতাটিত, ষষ্ঠ বছৰ ষষ্ঠ সংখ্যা (এপ্রিল, ১৯৪৪)জয়ন্তীত প্ৰকাশিত ডিম্বেশ্বৰ নেওগৰ 'মানুহ' শীর্ষক কবিতাৰ প্ৰভাৱ মন কৰিবলগীয়া। হয়তো ডিম্বেশ্বৰ নেওগৰ এই কবিতাৰ দ্বাৰা অনুপ্ৰাণিত হৈয়ে নৱকান্তই 'প্ৰাৰ্থনা' ৰচনা কৰে। অৱশ্যে নেওগৰ তুলনাত বৰুৱাৰ শৈলী অধিক মনোগ্ৰাহী। নেওগে 'মানুহ' কবিতাত লিখিছিল ঃ

মানুহ ঈশ্বৰে স্ৰজা।
ঈশ্বৰ স্ৰজিলে কোনে? নিশ্চয় মানুহে।
"নৰ-ৰূপে নাৰায়ণ" জানা।
মানুহতকই প্ৰেয়ঃ পৱিত্ৰ কল্পনা
আকাশৰ তলত নোপোৱা; [৮৪]

'প্ৰাৰ্থনা' কবিতাত নৱকান্ত বৰুৱাই বস্তুবাদী দৃষ্টিভঙ্গীৰে বিষয়ৰ যি নিৰ্মোহ বিশ্লেষণ আগবঢ়াইছে, তেনে বিশ্লেষণ তেওঁ চল্লিছৰ দশকত লিখা অন্য কবিতাত পোৱা নাযায়। কবিয়ে টি. এছ. এলিয়টক আৰ্হি হিচাপে লৈ কবিতা ৰচনা কৰিবলৈ লৈছিল কাৰণে এলিয়টৰ কবিতাৰ দৰে তেওঁৰ কবিতাত প্ৰকাশ পাইছে — অতীত - ঐতিহ্যৰ প্ৰতি সতৃষ্ণ দৃষ্টি আৰু বাস্তৱ, বৰ্তমানৰ পৃথিবীৰ প্ৰতি নৈৰাশ্য। জয়ন্তীত প্ৰকাশিত তেওঁৰ প্ৰথমটো কবিতাত বৰ্তমানৰ প্ৰতি নিৰাশা আৰু অতীতৰ প্ৰতি নষ্টালজিক আকৰ্ষণ এনেদৰে প্ৰকাশ পাইছে ঃ

আমিতো নাপালোঁ হায় পৃথিবীৰ প্ৰথম যৌৱন
অৰণ্যৰ সেউজ সুৰভি,
'নক্ষত্ৰৰ পাখিৰ স্পন্দন'
আমাৰ আকাশে আজি তৰা জুই বুকুত সামৰে

পোহৰে পাহৰি যায় চুমা দিব বস্তিৰ শিৰত।

——— ——— ———

'স্বৰ্গৰ সপোন আহি মাটিৰ মহিমা স'তে মিলি'

নৰচিলে উৰ্বশী আমাৰ

আমি পালোঁ পৃথিৱীৰ অন্তিম দিনৰ ক্ষুধা —

ব্যৰ্থ হুমুনিয়াহ![৮৫]

এই কবিতাটিত কবিৰ অগ্ৰজ ৰোমান্টিক কবিৰ কবিতাৰ শাৰিৰ উদ্ধৃতি মন কৰিবলগীয়া। 'ওলগ' কবিতাত দেৱকান্ত বৰুৱাই লিখিছিল ঃ

স্বৰ্গৰ সপোন মোৰ মাটিৰ মহিমা স'তে

মিলি য'ত ৰচিছে উৰ্বশী,

গানৰ চুমাই মোৰ তোমাৰ দুখনি ওঁঠ

আহে তাতে নীৰৱে পৰশি।[৮৬]

তৰুণ কবি নৱকান্তৰ তেনে নিৰাশা সম্পৰ্কত ভবানন্দ দত্তই লিখিছিল ঃ

ইয়াতেই ('আমাৰ পৃথিৱী' কবিতাত) ফুটি উঠিছে তেওঁৰ গভীৰ প্ৰাণৰ ৰোমান্টিক সুৰ। এই সুৰেই তেওঁৰ জীৱনৰ উপলব্ধিৰ ক্ষেত্ৰত এটা বিষাদৰ সুৰ, নিৰাশাৰ সুৰ সানি দিছে। কিন্তু তেওঁৰ জীৱনৰ দৃষ্টি গভীৰ, জীৱনৰ প্ৰতি মমতা আৰু জগতৰ প্ৰতি আত্মীয়তা নিবিড়। অৱশ্যে সমাজৰ সংগ্ৰামী সাধনাৰ লগত প্ৰাণৰ যোগ নথকাৰ কাৰণে জীৱনৰ চাৰিও ফালে হতাশাৰ ছবি দেখিছে আৰু বুদ্ধ আৰু উপনিষদৰ বাণীৰ ভিতৰেদি প্ৰাণৰ শান্তি বিচাৰি গৈছে।[৮৭]

চল্লিছৰ অন্যান্য প্ৰগতিশীল কবিৰ দৰে নৱকান্ত বৰুৱায়ো বুজি পাইছিল যে পুঁজিবাদী শক্তিৰ উত্থানে পৃথিৱীত শ্ৰেণী-বৈষম্য তীব্ৰতৰ কৰি অশান্তি সৃষ্টি কৰিছে। কিন্তু তেওঁ শ্ৰেণী -সংগ্ৰামৰ পক্ষপাতি নহয়। প্ৰগতিশীল কবিসকলৰ লগত তেওঁৰ

পাৰ্থক্য এইটোৰেই। তেওঁ ভাবে, ভাৰতীয় কাহিনী-কাব্যৰ ৰত্নাকৰ বাল্মীকিত পৰিণত হোৱাৰ দৰে শোষক পুঁজিবাদীইঁতো এদিন 'নতুন সৃষ্টিৰ ৰামায়ণ'ৰ ৰচক হৈ পৰিব। মাথোঁ, কাহিনী-কাব্যত ব্ৰহ্মা-নাৰদে ৰত্নাকৰক যি দৰে অহিংস নীতিৰে বাল্মীকিত পৰিণত কৰিছিল, জনতায়ো এতিয়া পুঁজিবাদীইঁতক তেনে মন্ত্ৰ দিব লাগিব। মহাত্মা গান্ধীৰ দৰ্শনে আপ্লুত কৰা কবিৰ এনে দৃষ্টিভংগী প্ৰকাশ পাইছে 'এজন বন্ধুলৈ' শীৰ্ষক কবিতাত ঃ

কেচপৰা মান সোণৰ বাবেই পৃথিৱীৰ বুকুত
সিহঁতে খান্দিছে বঞ্চনাৰ সুৰঙ্গ।
তাক তুমি ভুল নুবুজিবা।
সেই সুৰঙ্গৰ বুকুত আছে মহাকাশৰে আভাস
সিহঁতৰ নগ্ন নিলাজ তৃষ্ণাত
পৃথিৱীৰ শ্যাম শোভা আজি হেৰাই গ'ল।

—— —— ——

সিহঁতক তুমি খং নকৰিবা — ঘিণ নকৰিবা।
খনিৰ সুৰঙ্গবোৰ সিহঁতে
নিজে খন্দা কবৰ বুলি ভয় নুখুৱাবা।
সিহঁতে কৰক গৰ্ব খনিৰ সোণেৰে,
আমি মাথোন কৰিম সিহঁতক কৰুণা ঃ
— সপোন দেখাৰ ক্ষমতা নাই সিহঁতৰ।।

—— —— ——

আমাৰ কৰুণাই সিহঁতৰ তস্কৰ কণ্ঠত
আনি দিব সৃষ্টিৰ বাণী,
সিহঁতে তাৰেই ৰচিব নতুন সৃষ্টিৰ ৰামায়ণ
সিহঁত ৰত্নাকৰ।
সিহঁতক বাল্মীকি কৰাৰ দায়িত্ব মাথোন আমাৰ। ২৮

ভাৰতবৰ্ষৰ পৌৰাণিক আৰু মধ্যযুগীয়া ঐতিহ্যৰ প্ৰতি শ্ৰদ্ধাশীল কবিয়ে আধুনিক জীৱন-যাত্ৰাৰ সংঘাতত অতীত মৰহি যোৱা দেখি তেওঁৰ কাব্য-গুৰু এলিয়টৰ দৰে দীৰ্ঘশ্বাস পেলাইছে। হেম বৰুৱা সম্পাদিত পছোৱাত প্ৰকাশিত 'বুদ্ধ পূৰ্ণিমা'ত বুদ্ধৰ বাণীৰ প্ৰতি কবিৰ নষ্টালজিক আকৰ্ষণ এনেদৰে প্ৰকাশ পাইছে ঃ

বুদ্ধং শৰণং গচ্ছামি ......

ক'ত সেই জ্ঞান জীৱনৰ ৰূপ

জীৱন চিনাৰ জীৱন সাধনা

অৰ্থনীতিৰে অৰ্থ বিচাৰি বাট হেৰুওৱা জীৱনৰ লেবিৰিন্থ? [৮১]

প্ৰাচীন ঐতিহ্যান্বেষী কবিয়ে দিন-সলনিৰ সময়তো সেই ঐতিহ্যকে সাবটি 'সলনিৰে স'তে সবল সন্ধি কৰি' জীয়াই থকাৰ আশা পোষণ কৰে ঃ

হাতুৰিৰে ভাঙি বটালীৰে গঢ়ি

তপত লোহাৰ ফিৰিঙতি চিটিকাই

আমিও জীয়াই থাকিম

সলনিৰ স'তে সবল সন্ধি কৰি।

তথাপি কবিৰ দুখ এইখিনিতে যে আধুনিক জীৱন-যাত্ৰাৰ দপদপনিত বুদ্ধৰ দৰ্শন আদি প্ৰাচীন আদৰ্শবোৰ সমাজৰ পৰা বিলুপ্তি ঘটি কিতাপৰ বস্তুত পৰিণত হ'ল ঃ

দুখ লাগে আজি

বুক চেলুফেই হ'ল কি বোধিদ্ৰুম?

পছোৱাত প্ৰকাশ পোৱা 'যোগসূত্ৰ', 'অপটিমিজম্', 'চাওঁতালী নাচ' আৰু 'এন্ধাৰ ৰাতিৰ ইলিজী' কবিতাতো নৱকান্ত বৰুৱাই যুদ্ধোত্তৰ সময়ৰ অসহায়তা, অস্থিৰতা, প্ৰেমহীনতা আৰু ক্ষয়িষ্ণুতাৰ চিত্ৰ আঁকিছে। জটিল বাস্তৱৰ বিধ্বস্ত

ৰূপে কবিক নিৰাশ কৰিলেও, তেওঁ তেনে অৱস্থাৰ মাজেৰে জীয়াই থাকিবলৈ প্ৰস্তুত ঃ

মহামানৱৰ স্বপ্ন ?

আমাৰ তেজত তাৰ নাছিল আকুতি।

আমি যে জীয়াই আছোঁ

ঘিণ কৰি, ভাল পায়

পৃথিবীৰ গ্লানিৰ বুকুতে;

তথাপি বিচৰা নাই

মানুহৰ পৃথিৱীৰ সিপাৰৰ অমৰ অমৃত

মৃত্যু

আমাৰ সত্তাৰ, দুখৰ সত্তাৰ।[১০]

কিন্তু তেনে জীৱনে কবিক সুখী কৰিব নোৱাৰে। সেই জীৱনত গতি নাই। গতিহীন জীৱন যে মৰণ তুল্য। তেনে অৱস্থাত জীৱনেৰে মৃত্যুক অমৰ কৰিব বিচৰাতো যেন 'ভীৰু প্ৰহসন'হে ঃ

অসম্ভৱ বসুন্ধৰা।তেজৰ তেলেৰে চলে

জীৱন কল। অবিশ্ৰান্ত যন্ত্ৰণাৰ

অশ্লীল ঘৰ্ঘৰ তাৰ, আমাৰ স্থিতিৰ গান।

স্থিতি মানে অক্ষম মৰণ।

০০০ ০০০ ০০০

এৰা শিঁয়ৰে নোম। শেঁতা পৰা আত্মীয়তা।

এয়ে কবিতাৰ দাম। নিকপায়। এক মুহূৰ্তৰ

কাব্য। মৰণৰ। মগজৰ। মৃত্যুক অমৰ কৰা

জীৱনৰ ভীৰু প্ৰহসন।[১২]

চল্লিছৰ দশকত নৱকান্ত বৰুৱাই অৱশ্যে সকলো সময়তে নিৰাশাৰ ছবি আঁকা নাই। আমি ইতিমধ্যে আলোচনা কৰি অহা 'এজন বন্ধুলৈ' শীৰ্ষক কবিতাত কবিৰ আশাবাদী মনৰ প্ৰকাশ ঘটিছে। আশাৰ ছবি আঁকা তেওঁৰ অন্য এটি কবিতা হ'ল 'চাওঁতালী নাচ'। চাওঁতালী গাভৰুৰ নৃত্যৰ মাজেৰে যেন কবিয়ে দেখিবলৈ পাইছে জীৱনৰ গভীৰতা। সাগৰৰ দৰে গভীৰ মানুহৰ জীৱনত আছে 'সুৰৰ যাদু', যিয়ে নিথৰ জীৱনক কঁপাই তুলি গতিশীল কৰে। আটিল শব্দ-বিন্যাসেৰে ৰচিত এই চুটি কবিতাটি অতি মনোৰম ঃ

মাটিৰ বুকুৰ শিশু
পাঁহাৰৰ হাড়ৰ জীয়ৰী
ক'ত বাৰু সাগৰৰ সপোন দেখিলি
হেৰ মোৰ মৰমৰ, খোঁপাত কেতেকী ফুল
কলীয়া শিলেৰে গঢ়া
চাওঁতালী গাভৰু ছোৱালী
ক'ত বাৰু সাগৰৰ সপোন দেখিলি
সুৰৰ যাদুত কঁপে নিথৰ সাগৰ
নাই তাত ধুমুহাৰ দেওধনী নাচ
সাগৰৰ টৌবোৰো কৰিলি কোমল
তইঁতৰ দেহ-সুষমাৰ সুৰভিত
মাটিৰ বুকুত জাগে সাগৰৰ ঢৌ
মোৰ নেদেখা সাগৰ

তাৰ

সপোনৰ ঢউ

সাগৰৰ ঢউ জানো ইমান লৰনী? [১২]

অৱশ্যে আশাবাদৰ প্ৰকাশ নৱকান্তৰ সেই সময়ৰ দুই এটা কবিতাতহে দেখা যায়। তেওঁৰ চল্লিছৰ দশকৰ কবিতাৰ ( তাৰ পৰৱৰ্তী কালৰো) প্ৰধান বিশেষত্ব হ'ল এলিয়টী ঠাঁচত যুদ্ধোত্তৰ যুগৰ ক্ষয়িষ্ণু ৰূপৰ চিত্ৰণ,এলিয়টৰ দৰে অতীতৰ ঐতিহ্য-গৌৰৱৰ প্ৰতি সতৃষ্ণ দৃষ্টি নিক্ষেপ আৰু বৰ্তমানৰ প্ৰতি বিৰাগ প্ৰকাশ। 'এন্ধাৰ ৰাতিৰ ইলিজী' কবিতাতো এই বিশেষত্ব লক্ষ্য কৰা যায় :

ইয়াত মানুহ নাই।

অকলে মই এন্ধাৰ বাটত

নিজকে নাপাওঁ দেখা

মই কোন অতীতৰ অশৰীৰী অনুভূতি

ভৱিষ্যতৰ স্বপ্নৰে উতলা?

০০০ ০০০ ০০০

হেৰোৱা দিনৰ এটা গোপন কাহিনী :

আমি হেনো আহি আছোঁ

যুগে যুগে ৰূপে ৰূপে [১৩]

নৱকান্ত বৰুৱাই চল্লিছৰ দশকত ৰচনা কৰা কবিতাবোৰ যিহেতু তেওঁৰ কবি জীৱনৰ প্ৰথম পৰ্বৰ সৃষ্টি, সেইবাবে কাব্যিক সৌন্দৰ্যৰ বিচাৰত সেই সকলোবোৰ কবিতা উৎকৃষ্ট নহয়। কিন্তু 'প্ৰাৰ্থনা', 'চাওঁতালী নাচ' আৰু 'এন্ধাৰ ৰাতিৰ ইলিজী'ৰ ভাব-ভাষাৰ সুন্দৰ সমন্বয় মন কৰিবলগীয়া। এই তিনিটা কবিতাত আৰোপ কৰা প্ৰতীক আৰু চিত্ৰকল্পসমূহো আকৰ্ষণীয়। ক'ব পৰা যায়, কবিয়ে চল্লিছৰ দশকত

ৰচনা কৰা এই তিনিটা কবিতা কাব্যিক সৌন্দৰ্যৰ বিচাৰতো সাৰ্থক কবিতা।

## বীৰেন্দ্ৰনাথ বৰকটকী (১৯২৭ - ২০০২ ) ঃ

বীৰেন্দ্ৰনাথ বৰকটকীৰ জয়ন্তী যুগৰ কবিতাত ফুটি উঠিছে মেহনতি জনতাৰ প্ৰতি সহানুভূতি। শ্ৰমিকে কঠোৰ পৰিশ্ৰম কৰিও দুবেলা দুমুঠি খাবলৈ নাপায়। শোষক মালিক-পুঁজিপতিয়ে যি সামান্য মজুৰি দিয়ে, সিখিনিও 'মূল্যহীন-ক'লা বজাৰত' [১৪] । কিন্তু শ্ৰেণী-বৈষম্যৰ সেই যাতনা দেখি তেওঁ হতাশ হৈ পৰা নাই। বৰং আশাবাদী কবিয়ে শোষক পুঁজিপতিৰ পতন কামনা কৰি জনতাক বিপ্লৱৰ বাবে আহ্বান জনাইছে। শ্ৰেণী-বৈষম্যৰ ৰূপাংকন কৰি 'ডায়েৰী' কবিতাত তেওঁ লিখিছিল ঃ

চোকা ৰ'দ কাৰ আওকাণ
মই ভাঙো —
ভাঙি যাওঁ কঠিন পাথৰবোৰ অতি সহজতে।
কাষৰেদি —
বায়ুবেগে চলি যোৱা
মটৰৰ ধূলিবোৰে
দেহাত চামনি মাৰি
দুগুণে ফুটাই তোলে
দুপৰৰ বনুৱাৰ বিকট মূৰ্তিটো।

এইদৰে কঠোৰ পৰিশ্ৰম কৰিও নিজৰ প্ৰাপ্যখিনিৰ পৰা বঞ্চিত হোৱা শ্ৰমিকৰ জীৱন-সংগ্ৰাম দেখি কবি নিৰাশ হৈছে। শ্ৰেণী-সংগ্ৰামত বিশ্বাসী তৰুণ কবিয়ে সৰ্বহাৰা কৃষক-শ্ৰমিকক বিপ্লৱৰ বাবে আহ্বান জনাইছে 'শতাব্দীৰ সমিধান' শীৰ্ষক কবিতাত। কবিয়ে অনুভৱ কৰিছে— বিপ্লৱৰ বাবে এয়ে 'মাহেন্দ্ৰ ক্ষণ' ঃ

কাণপাতি শুনা সউ —
আবাহনী বিউগুলৰ ধ্বনি
পাৰ হোৱা —
হোৱা পাৰ অতীতৰ ঠেলি দি দুৱাৰ।
ৰবৰ সময় নাই
আজি এই মাহেন্দ্ৰক্ষণত
বিপ্লৱ সূচনা কৰা
গঢ়া নৱ ইতিহাস নতুন যুগৰ।[১৫]

কিন্তু কবি বৰকটকীৰ এই বিপ্লৱী-মনিষা জয়ন্তীৰ পৰৱৰ্তী কালত ম্লান হৈ পৰে। হয়তো কবিৰ সেই বিপ্লৱৰ উৎস আছিল সাম্ৰাজ্যবাদী ইংৰাজে ভাৰতীয়ৰ ওপৰত চলোৱা শোষণ-অত্যাচাৰৰ অবসান বিচাৰি মহাত্মা গান্ধীৰ নেতৃত্বত চলা স্বাধীনতা-যুঁজ। সেইবাবে দেশৰ নৱলব্ধ স্বাধীনতাই তেওঁক আশাবাদীও কৰে। আনহাতে, জয়ন্তীৰ পৰৱৰ্তী কালত নৱকান্ত বৰুৱাৰ দৰে বৰকটকীও টি. এছ. এলিয়টৰ কাব্য-ভংগীৰ প্ৰতি আকৰ্ষিত হয়। ফলত তেওঁৰ কাপৰ পৰা সংগ্ৰামী, প্ৰগতিশীল কবিতাৰ পৰিবৰ্তে ঐতিহ্য-সন্ধানী প্ৰতীকবাদী কবিতা সৃষ্টি হ'বলৈ ধৰে। ভাৰতবৰ্ষই স্বাধীনতা পোৱাৰ এবছৰ পাছত প্ৰকাশ পোৱা 'পছোৱা' আলোচনীত তেওঁৰ এই ধাৰাৰ কবিতা প্ৰকাশ পায়।'ৰাজপুতনা' কবিতাত মৰুভূমিৰূপী পৰাধীন ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰি অসংখ্য দৰিদ্ৰলোকৰ দুখ মোচন কৰিব লগা অৱস্থাৰ সন্মুখীন হোৱাৰ কথা আছে। কবিৰ বিশ্বাস, স্বৰাষ্ট্ৰ সোনকালেই জনতাৰ কাৰণে 'শত শত মৰুদ্যান' স্বৰূপ হৈ পৰিব :

কিন্তু সিদিনা—
বালিৰ পাহাৰ ভাঙি
মানুহৰ প্ৰাণৰ পৰা
বই যাব শত গঙ্গা, যমুনাৰ ধাৰ।

সেইদিনা সৃষ্টি হ'ব

ৰাজপুতনাৰ তপত বালিত

শত শত মৰুদ্যান। [১৬]

কিন্তু কবিৰ মনত সন্দেহৰ সৃষ্টি হৈছে — সেই 'মৰুদ্যান'ৰূপী দেশৰ সৃষ্টিশীল শক্তিৰ দ্বাৰা সকলো নাগৰিক উপকৃত হ'ব নে নহয়। নে কিছু সংখ্যকহে উপকৃত হ'ব আৰু অন্য একাংশই 'মৰুভূমি'ৰ বাসিন্দা হৈয়ে প্ৰাণ এৰিবলগীয়া হয়?

সময়ে চিনিব জানো

কোন জনে পান কৰে

আঙুৰৰ মিঠা ৰস,

আৰু কোনজনে প্ৰাণ হেৰুৱায়

এটুপি পানীৰ বাবে

বালিময় ৰাজপুতনাত?

কবিৰ এই সন্দেহ যে অমূলক নাছিল, সময়ে প্ৰমাণ কৰিছে। 'অপথেদি' শীৰ্ষক কবিতাত ৰৱকটকীয়ে ফাগুনক ধ্বংসৰ প্ৰতীক হিচাপে ব্যৱহাৰ কৰিছে। সদ্য-লব্ধ স্বাধীনতাই সৃষ্টি কৰা 'সুখ আনন্দৰে ভৰা মাজ নগৰীত' 'ধ্বংসৰ পাতনি মেলা' 'অপথেদি' যোৱা সকলক আক্ৰমণ কৰিয়ে যেন এই কবিতা লিখা হৈছে। অনুমান হয়, সেই 'অপথেদি' যোৱা সকলৰ ভিতৰত 'য়ে আজাদী ঝুঠা হ্যায়' বুলি সশস্ত্ৰ বিপ্লৱৰ পথ লোৱা কমিউনিষ্টসকলো আছে। তলৰ উদ্ধৃতিৰ 'ৰঙা ঘোৰা'ই তাৰেই ইংগিত দিয়ে:

তয়ে জানো নুঠ হই উতলা ফাগুন

ধ্বংসৰ শক্তিৰে সৃষ্টি 'ৰঙা ঘোৰা' মেলি

সেইদিনা নোতোলনে হাঁহাকাৰ ধৰাৰ বুকুত ?

তোৰ নিমন্ত্ৰণী পাই শ্মশান শঙ্কৰে আহি

ধ্বংসৰ পাতনি মেলে

সুখ আনন্দৰে ভৰা মাজ নগৰীত।[৯৭]

ধ্বংসাত্মক শক্তিয়ে সমাজৰ পৰা শাশ্বত প্ৰেম-ভালপোৱাৰ সপোনো ভাঙি দিয়ে। কবি শতিকাৰ 'ছাহজাহানৰ' প্ৰেমৰ তাজমহলো ধ্বংস হয় ঃ

বাউলী ফাগুনী!

তোৰ আজি নিঠুৰ পৰশে

যমুনাৰ কোলাহল তুলি প্ৰচণ্ড মূৰ্ত্তিৰে

শতিকাৰ ছাহজাহানৰ

কল্পনাৰ সপোন ভাঙি

মনত দিয়েহি আনি

প্ৰতিচ্ছবি, ধ্বংসৰ তাজত কন্দা দৰদী প্ৰিয়াৰ ।

## চৈয়দ আব্দুল মালিক (১৯১৯ - ২০০১)

চল্লিছৰ সংঘৰ্ষ আৰু ক্ৰান্তিৰ যুগত বাস্তৱবাদী, প্ৰগতিশীল চিন্তাৰ পৰিবৰ্তে ৰোমান্টিক যৌন-গন্ধী গল্পৰ সাধনা কৰা বুলি প্ৰগতিশীল জয়ন্তীয়ে কঠোৰ সমালোচনা কৰা আব্দুল মালিকৰ কবিতাত অৱশ্যে প্ৰগতিশীল চিন্তাৰ পৰিস্ফুৰণ ঘটিছিল। দিন-সলনি কালৰ কবি হিচাপে তেওঁৰ কবিতাতো ধ্বনিত হৈছে পৰিবৰ্তন আৰু নতুন সৃষ্টিৰ প্ৰতি হাবিয়াস। 'অনাগত দিনৰ ইতিহাস' শীৰ্ষক কবিতাটোত সেই হাবিয়াস সুন্দৰকৈ প্ৰকাশ পাইছে। আশাবাদী কবিৰ মতে মহাযুদ্ধ- বিধ্বস্ত পৃথিৱীলৈ সোনকালেই 'মানৱতা' ঘূৰি আহিব আৰু 'নতুন সুৰৰ মহাযুগ' আৰম্ভ কৰিব ঃ

সকলোৰে কণ্ঠৰ পৰা

আপুনি নিনাদি উঠে এষাৰ বাণী —

'মানৱতা, মানৱতা'।

অন্য ভাষা সিহঁতে পাহৰি যায়।
অনাগত দিন—নতুন আলোক
আৰু নতুন সুৰৰ মহাযুগ — [১৮]

মালিকে ১৯/৪/৪৮ তাৰিখে 'বেদুইন' শীৰ্ষক সুদীৰ্ঘ কবিতা এটি ৰচনা কৰে আৰু ১৯৪৮ চনৰে জুলাইৰ এক তাৰিখে একে নামেৰে পুথিৰ আকাৰত প্ৰকাশ কৰে। ছাপন্ন পৃষ্ঠা জোৰা এই কবিতাটো পঢ়িলে অনুমান হয় যে মাত্ৰ আঠ মাহ আগতে দেশে লাভ কৰা স্বাধীনতাই কবিক মুঠেই আশাবাদী কৰি তোলা নাই। পুথিখনৰ আগকথাত তেওঁ লিখিছে ঃ

শতিকাবোৰ পুৰণি হয়, সিহঁতো পুৰণি হয়। নতুনৰ আস্বাদ নোপোৱাকৈয়ে সিহঁত শুই থাকে। টোপনিৰ মোহত। কিন্তু আজি— যুগে যুগে পৃথিৱীৰ ধূলিৰ বুকুত মুখ ঢাকি শুই থকা বেদুইন জনতাই চেতনা বিচাৰি লৈ মৰুভূমি অতিক্ৰম কৰি নতুন উপত্যকাৰ অন্বেষণত গতি আৰম্ভ কৰিছে ; সিহঁতৰ সেই বিপদ সঙ্কুল গতিপথত সিহঁতৰে সহযাত্ৰী এক বেদুইনৰ দুৰণিৰ হাত বাউলি এই 'বেদুইন'।

বেদুইনৰূপী জনতাৰ ওপৰত সাম্ৰাজ্যবাদী পুঁজিপতিৰ অত্যাচাৰ-উৎপীড়ন আৰু শোষণ কাৰ্য দেখি জন দৰদী কবিৰ অন্তৰ ক্ষোভেৰে ভৰি পৰিছে। কিন্তু সেই শক্তিৰ বিৰুদ্ধে জনতা জাগ্ৰত হ'বলৈ ধৰা দেখি কবি আনন্দিতও হৈছে। কবিয়ে লক্ষ্য কৰিছে যে পুঁজিবাদী শক্তিয়ে জনতাক চিৰদিনৰ কাৰণে পদানত কৰি ৰাখিব বিচাৰে যদিও জনতাৰ সম্মিলিত শক্তিৰ লগত যুদ্ধ কৰি সিহঁত দুৰ্বল হৈ পৰিছে ঃ

সি ভাবিছিল পৃথিৱীৰ মানুহবোৰক
ভৰিৰ তলত হেচি ৰাখি
সি আধিপত্য কৰিব দেৱতাৰ গৌৰৱেৰে —
যুগে যুগে— কালে কালে,
ৰাক্ষস!
—— —— ——

বন্ধু —

সেই ৰাক্ষসৰ লগতে যুঁজ কৰিলা তুমি,

কালি গোটেই দিনটো,

গোটেই ৰাতিটো!

সেই ৰাক্ষস আজি নিজৰ শক্তিৰ বিষয়েই

সন্দিহান হৈ উঠিছে।[১১]

মালিকৰ এই দীঘলীয়া কবিতাটিৰ ৰচনা-শৈলী শিথিল। অপ্ৰয়োজনীয় বৰ্ণনাও ইয়াত যুক্ত হৈ আছে। ইয়াত আৰোপ কৰা চিত্ৰকল্পসমূহো অন্তৰ পৰশা বুলি ক'ব পৰা নাযায়। আনহাতে, মেহনতি জনতাৰ লগত সমমৰ্মিতা প্ৰকাশ কৰা কবিয়ে ৰোমাণ্টিক যৌন-চিন্তাৰ পৰাও মুক্ত হ'ব পৰা নাই। সাম্ৰাজ্যবাদীক, শোষকক, 'চোৰ', 'ভয়াতুৰ', 'কাপুৰুষ' বুলি তিৰস্কাৰ কৰি কবিয়ে কৈছে ঃ

গাভৰুৰ গালত চুমা এটা দিবৰ বেলাও

সিহঁতে আকাশ পাতাল গুণে!

পথাৰৰ বেৰ ভেদ কৰিও যেন

কাৰোবাৰ সজাগ চকুৱে সিহঁতক ধৰা পেলাব।

কাপুৰুষ ।

প্ৰেমতো ভয়।

সেইদৰে, জন-দৰদী 'মই' ৰূপী কবিয়ে 'বেদুইন-চৰ্দাৰৰ জীয়েকজনী'ৰ সৈতে তেওঁৰ (কবিৰ) মিলনৰ ছবি আঁকিছে এনেদৰে —

তাই চাৰাব দিলে —

তাই মোক দেখি হাঁহিলে।

তাইৰ ওঁঠবোৰ হৰিণা পছৰ তেজৰ নিচিনা ৰঙা।

..........................................

গালৰ ওপৰত গাল ৰাখি তাই ক'লে —

'আহা' —

..........................................................

সউ পুৱতী তৰাটো যেতিয়া নিস্তেজ হৈ আহিল,

তেতিয়া তাই মোৰ বুকুৰ পৰা ওলাই গ'ল ।

তাই কোনোবা বেদুইন চৰ্দাৰৰ স্ত্ৰীয়েক।

এই ধৰণৰ যৌনধৰ্মী ৰোমান্টিকতা প্ৰগতিশীল জয়ন্তীগোষ্ঠীৰ কবিতাত পোৱা নাযায়। আমি ইতিমধ্যে উল্লেখ কৰি আহিছোঁ যে আব্দুল মালিকে নিজৰ গল্পত এই ধৰণৰ ৰোমান্টিক প্ৰণয়ৰ চিত্ৰ অংকন কৰা কাৰণে প্ৰগতিশীল জয়ন্তী ক্ষুব্ধ হৈ পৰিছিল।

অৱশ্যে 'বেদুইন' কবিতাৰ মুখ্য বিষয় ৰোমান্টিক প্ৰণয় নহয়। প্ৰণয় এই দীঘলীয়া কবিতাটিৰ গৌণ বিষয়হে, যেন প্ৰসংগক্ৰমেহে কবিয়ে প্ৰণয়-কথাও কবিতাটিত সংযুক্ত কৰিছে। কবিতাটোৰ মুখ্য কথা হ'ল— শ্ৰেণী-বৈষম্যত জৰ্জৰিত জনতাৰ সুখ-দুখ আৰু সংগ্ৰাম।

দুৰ্ভিক্ষ-জৰ্জৰিত সমাজৰ সাধাৰণ মানুহৰ চিন্তাৰ প্ৰধান বিষয় হ'ল — অন্ন বস্ত্ৰ-বাসস্থান। ধৰ্ম বা ঈশ্বৰ চিন্তাৰ ইচ্ছা তেওঁলোকৰ নাই। এই কথা কবি অমূল্য বৰুৱাই 'কুকুৰ' কবিতাত সুন্দৰ প্ৰতীকী ভাষাৰে প্ৰকাশ কৰিছে ঃ 'যুধিষ্ঠিৰৰ লগত স্বৰ্গযাত্ৰা কৰাৰ মৰসাহ সিহঁতৰ নাই'। কবি মালিকেও অনুভৱ কৰে যে ঈশ্বৰ-চিন্তা ধনী শ্ৰেণীৰ কাৰণেহে, দৰিদ্ৰৰ চিন্তাৰ বিষয় হ'ল - 'ৰুটি', 'পানী' আৰু 'ছাঁ' ঃ

'আল্লাহ আকবৰ' - ?

আমাৰ জগতত নহয়।

ধনীৰ জগতত!

ধনীৰ আল্লাহ ডাঙৰ।

দস্যুদলৰ আল্লাহ ডাঙৰ।

আমাৰ কাৰণে ডাঙৰ

এডুখৰি ৰুটি, এঢোকা পানী,

অকণমান ছাঁ।

সংগ্ৰামী জনতাৰ একাংশই দস্যুৰূপী শোষক ধনী শ্ৰেণীৰ বিৰুদ্ধে সংগ্ৰামৰ পথ এৰি 'মায়া ফুলনিত পৰি' সংগ্ৰামৰ পৰিপন্থী কাৰ্যত জৰিত হৈ পৰা দেখি কবিৰ অন্তৰ ক্ষোভেৰে ভৰি পৰিছে। 'নিৰ্লজ্জ জাৰজৰ দল / অকৃতজ্ঞ দস্যুপদ লেহী' বুলি তিৰস্কাৰ কৰি কবিয়ে কৈছে- 'ক্ষুদ্ৰ স্বাৰ্থৰ গোলাম'ইঁতৰ 'নিজৰ শক্তিৰ ওপৰত বিশ্বাস নাই'।

ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰাৰ প্ৰায় আঠ মাহ পাছত ৰচিত 'বেদুইন' পঢ়ি এইটো অনুমান কৰিব পাৰি যে দেশৰ নৱলব্ধ স্বাধীনতাই সাম্যবাদীসকলৰ দৰে কবিক মুঠেই আশাবাদী কৰা নাই। কবিতাটিৰ সামৰণিত কবিয়ে জনতাক নিজৰ অধিকাৰ সাব্যস্ত কৰিবলৈ সংগ্ৰামৰ বাবে আহ্বান জনাই লিখিছে যে গোটেই পৃথিৱীৰে সমাজ-ব্যৱস্থাৰ পৰিবৰ্তনৰ যুগ সমাগত। গতিকে জনতা জাগ্ৰত হৈ পৰি নিজৰ মুক্তিৰ বাবে সংগ্ৰামৰ পথত অগ্ৰসৰ হ'ব লাগে ঃ

উঠা বেদুইন —

সৰ্বহাৰা,

ৰিক্ত —

দিগন্ত পোহৰ হৈ আহিছে।

এই পোহৰে আজি প্ৰতীক্ষা কৰিছে —

তোমাৰেই চেতন প্ৰাণৰ

আহ্বান অভিবাদন।

ৰাতিপুৱাৰ ........

## পাদ-টীকা ঃ

১. আমাৰ দৃষ্টিকোণ, জয়ন্তী, ৬ষ্ঠ বছৰ, ৩য় সংখ্যা, ১৯৪৪। '.....' এইদৰে ৰখা ঠাইৰ শব্দবোৰ উবলি যোৱাত উদ্ধৃত কৰিব পৰা নগ'ল।

২. 'সঞ্চয়ন'ত দত্তৰ জন্ম চন ১৯১৯ বুলি দেখুৱা হৈছে। দত্তৰ পত্নী অধ্যাপিকা নীলিমা দত্তই 'ৰতনপুৰৰ ৰত্ন ভবানন্দ দত্ত' কিতাপত উল্লেখ কৰা চন-তাৰিখ শুদ্ধ বুলি ধৰিছোঁ।

৩. চক্রেশ্বৰ ভট্টাচাৰ্য্য -'ভবানন্দ দত্ত', ৰামধেনু, ৫ম বছৰ ১২শ সংখ্যা।

৪. চক্রেশ্বৰ ভট্টাচাৰ্য্য -'ভবানন্দ দত্ত', ৰামধেনু, ৫ম বছৰ ১২শ সংখ্যা।

৫. অসমীয়া কবিতাৰ কাহিনী (ৰচনা কাল- ১৯৫৪), দ্বিতীয় প্ৰকাশ, ১৯৮৮, পৃ. ১-২

৬. পাউদাৰ, যতিনাৰায়ণ শৰ্মা সম্পাদিত 'আধুনিক অসমীয়া কবিতা' ১৯৪৬, পৃ. ৯৬.

৭. পূৰেৰুণ, যতিনাৰায়ণ শৰ্মা সম্পাদিত প্ৰাগুক্ত গ্ৰন্থ, পৃ . ৯৮।

৮. তেৱেঁ প্ৰথমতে অসমীয়া কবিতাৰ পদ্ধতিগত সমালোচনাৰ পাতনি মেলে পঞ্চাশৰ দশকত। আলোচনীত প্ৰকাশ পোৱা তেওঁৰ সেই সম্পৰ্কীয় প্ৰবন্ধবোৰ পৰবৰ্তী কালত 'অসমীয়া কবিতাৰ কাহিনী'ত অন্তৰ্ভুক্ত হয়।

৯. জয়ন্তী, ৬ষ্ঠ বছৰ, ৫ম সংখ্যা, ১৯৪৪।

১০. জয়ন্তী, ৭ম - ৮ম সংখ্যা, ১৯৪৪।

১১. জয়ন্তী, ৬ষ্ঠ বছৰ, ৫ম সংখ্যা, ১৯৪৪।

১২. স্বপ্ন ৰহস্য, জয়ন্তী ৬ষ্ঠ বছৰ, ৩য় সংখ্যা, ১৯৪৪।

১২.(ক) হোমেন বৰগোহাঞি, প্ৰাগুক্ত প্ৰবন্ধ।

১৩. অসমীয়া সাহিত্যৰ ক্ষেত্ৰত ৰঙিয়াৰ অৱদান, স্মৃতি গ্ৰন্থ, অসম সাহিত্য সভাৰ ৰঙিয়া অধিবেশন, পৃ. -৫২।

১৪. সংবাদ-সাহিত্য সেৱাত ৰঙিয়া, ঐ, পৃ . -৯৫।

১৫. জয়ন্তী, ষষ্ঠ বছৰ, তৃতীয় সংখ্যা, জানুৱাৰী, ১৯৪৪।

১৬. 'ৰাস-লীলা', আধুনিক অসমীয়া কবিতা, সম্পা ঃ যতিনাৰায়ণ শৰ্মা, পৃ. ৩৯।

১৭. 'হেম বৰুৱা', পছোৱা, প্ৰথম বছৰ, দ্বিতীয় সংখ্যা, জুলাই, ১৯৪৮।

১৭.(ক) ছাত্ৰাৱস্থাত চক্ৰেশ্বৰ ভট্টাচাৰ্য্য কংগ্ৰেছৰ সদস্য আছিল আৰু স্বাধীনতা সংগ্ৰামতো যোগদান কৰিছিল। উল্লেখযোগ্য যে ৰঘুনাথ চৌধাৰী সম্পাদিত জয়ন্তীত (১৯৩৮-৪২) তেওঁ গল্পৰ উপৰিও ৰোমান্টিক সুৰৰ কবিতা আৰু কথা-কবিতা লিখিছিল। দ্ৰষ্টব্য ঃ 'ৰাজপথৰ শিল' (১৯৭১)।

১৮. 'অখণ্ড ভাৰত' জয়ন্তী আৰ্ট প্ৰেছৰ পৰা প্ৰকাশিত আৰু কেশৱকান্ত বৰুৱাৰ দ্বাৰা সম্পাদিত দেওবৰীয়া (সাপ্তাহিক) কাকত।

১৯. 'নবীন চন্দ্ৰ বৰদলৈ', অখণ্ড ভাৰত, প্ৰথম বছৰ, ৩৪ শ সংখ্যা, ১৪ ডিচেম্বৰ, ১৯৪৭।

২০. 'নবীন চন্দ্ৰ বৰদলৈ' ৩২ শ সংখ্যা, ৩০ নৱেম্বৰ, ১৯৪৭।

২১. পছোৱা, প্ৰথম বছৰ, দ্বিতীয় সংখ্যা, জুলাই, ১৯৪৮।

২২. শ্ৰীমন্ত, দৈনিক অসম, ১৩ ছেপ্তেম্বৰ, ১৯৬৯; এই কবিতাটিৰ ৰচনা-কাল সঠিককৈ জনা নাযায়। অনুমান হয় মৃত্যুৰ (২৯ এপ্ৰিল, ১৯৬৯) কিছুদিন আগতে কবিয়ে এই কবিতা লিখিছিল।

২৩, ২৪ জয়ন্তী, ৬ষ্ঠ বছৰ, ৫ম সংখ্যা, ১৯৪৪

২৫. অসমীয়া কবিতাৰ কাহিনী, দ্বিতীয় প্ৰকাশ, ১৯৮৮, পৃ- ৮০-৮১

২৬. জয়ন্তী, ৬ষ্ঠ বছৰ, ৭ম-৮ম সংখ্যা, ১৯৪৪

২৭. হেম বৰুৱাৰ কবিতা (সংকলন), LBS, ১৯৯৪, পৃষ্ঠা-হী. গো. ৩

২৮. জয়ন্তী, ৬ষ্ঠ বছৰ, ১০ম-১১শ সংখ্যা, ১৯৪৪

২৯. জয়ন্তী, ৬ষ্ঠ বছৰ, ৭ম-৮ম সংখ্যা, ১৯৪৪

৩০. হেম বৰুৱাৰ কবিতা (সংকলন), LBS, ১৯৯৪, পৃষ্ঠা-৯

৩১. মই, জয়ন্তী, ৭ম বছৰ, ৩য় সংখ্যা, ১৯৪৫

৩২. 'গুৱাহাটী ঃ ১৯৪৪' জয়ন্তী, ৭ম বছৰ, ২য় সংখ্যা, ১৯৪৫

৩৩. সামাজিক প্ৰগতি, পছোৱা, ১ম বছৰ, ৮ম সংখ্যা, জানুৱাৰী, ১৯৪৯

৩৪. পৃথিৱী, পছোৱা, প্ৰথম বছৰ, চতুৰ্থ সংখ্যা, ছেপ্তেম্বৰ, ১৯৪৮

৩৫. নন্দ তালুকদাৰ, 'হেম বৰুৱা' (LBS, 1978)

৩৬. পছোৱা, ১ম বছৰ, ৬ষ্ঠ সংখ্যা, নৱেম্বৰ, ১৯৪৮

৩৭. পছোৱা, ১ম বছৰ, ৯ম সংখ্যা, ফেব্ৰুৱাৰী, ১৯৪৯

৩৮. অমূল্য বৰুৱা ঃ জীৱন আৰু কবিতা, (অৱনী চক্ৰৱৰ্তী সম্পাদিত), ১৯৯০, পৃ-১১৮

৩৯. ৰাজেন্দ্ৰ নাথ হাজৰিকা, 'অমূল্য বৰুৱা' / অমূল্য বৰুৱা ঃ জীৱন আৰু কবিতা, পৃ-২৮

৪০. অসমীয়া কবিতাৰ কাহিনী, ১৯৮৮, পৃষ্ঠা - ৯০

৪১. অমূল্য বৰুৱা ঃ কবি-পৰিচয়, অচিনাৰ পাতনি, পৃ- xvii

৪২. আব্দুছ ছাত্তাৰ, অমূল্য বৰুৱা ঃ জীৱন আৰু কবিতা, (সম্পাদনা ঃ অৱনী চক্ৰৱৰ্তী), পৃষ্ঠা - ৯১

৪৩. অমূল্য বৰুৱা ঃ জীৱন আৰু কবিতা, পৃষ্ঠা-২৯

৪৪. দৈনিক অসমীয়া (সম্পাদক-দেৱকান্ত বৰুৱা), ২৩ মেই, ১৯৪৬, পৃষ্ঠা-৩

৪৫. জয়ন্তী (৬ষ্ঠ বছৰ ১২শ সংখ্যা) আলোচনীত 'দুয়ো দলৰ জাত একেই' — এই শাৰিটোৰে কবিতাটি শেষ হৈছে। পৰৱৰ্তী কালত প্ৰকাশিত যতিনাৰায়ণ শৰ্মা সম্পাদিত 'আধুনিক অসমীয়া কবিতাত (১৯৪৬) আৰু নন্দ তালুকদাৰ সম্পাদিত 'অচিনা'ত (১৯৬৪) এই শাৰিৰ পৰিবৰ্তে আছে ঃ 'দুয়ো দলৰ নাম কুকুৰ'।

৪৬. বিপ্লৱী, জয়ন্তী, ৭ম বছৰ, ২য় সংখ্যা, ১৯৪৫

৪৭. 'সিহঁত তেতিয়া জীৱ' কবিতাটি প্ৰথমতে 'ভ্ৰমৰ' আলোচনীত ওলাইছিল।

৪৮. ভূমিকা, সুকান্ত সমগ্ৰ, পৃষ্ঠা-১৭।

৪৯. জনতার মুখে ফোটে বিদ্যুৎবাণী, সুকান্ত-সমগ্র, পৃ-১০০

৫০. ভাৰতীৰ মুক্তিৰ স্বপ্ন, (মৰণোত্তৰ প্ৰকাশ) পছোৱা, প্ৰথম বছৰ, সপ্তম সংখ্যা, ১৯৪৮

৫১. আজি আমাৰ বিহু, জয়ন্তী, ৭ম বছৰ, ৬ষ্ঠ সংখ্যা, ১৯৪৬, উদ্ধৃতিৰ উৎস- 'অচিনা'

৫২. নন্দ তালুকদাৰ, 'অচিনা'ৰ পাতনি।

৫৩. ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই আমাক এই কথা কৈছিল।

৫৪. ৰাজেন্দ্ৰ নাথ হাজৰিকা, অমূল্য বৰুৱা ঃ জীৱন আৰু কবিতা, (সম্পাদনা ঃ অবনী চক্ৰবৰ্তী), পৃষ্ঠা - ৩০

৫৫. 'মৌ', অসম প্ৰকাশন পৰিষদ, (১৯৮৬), পৃ- ৮৩-৮৪

৫৬. অচিনা, ১৯৬৪, পৃ-vii

৫৭. পদুম বৰুৱালৈ লিখা চিঠি, অমূল্য বৰুৱা ঃ জীৱন আৰু কবিতা, পৃ-১১৯

৫৮. অমূল্য বৰুৱাৰ কবি-মানস, নতুন সাহিত্য চিন্তা, পৃ-৬৯

৫৯. লক্ষ্মীধৰ শৰ্মা ৰচনাৱলী, প্ৰথম খণ্ড, ১৯৮৭

৬০. জ্যোতিপ্ৰসাদ ৰচনাৱলী, পৃষ্ঠা ৬২৫, ( ১৯৭ নং গীত, দ্বিতীয় সংস্কৰণ,১৯৮৬)

৬১. ভনীয়েক লাৱণ্য দাসলৈ লিখা চিঠি, 'অচিনা'ৰ ভূমিকা, পৃষ্ঠা-x

৬২. 'কবি সুকান্ত', পৃষ্ঠা-২৯

৬৩. ভূমিকা, সুকান্ত-সমগ্র, সপ্তম সংস্কৰণ, ১৩৮১ (বাংলা)

৬৪. জয়ন্তী, ৬ষ্ঠ বছৰ, ৬ষ্ঠ সংখ্যা, ১৯৪৪

৬৫. অবনী চক্ৰবৰ্তী সম্পাদিত 'অমূল্য বৰুৱা ঃ জীৱন আৰু কবিতা' গ্ৰন্থত সংকলিত যতিনাৰায়ণ শৰ্মাৰ প্ৰবন্ধ ঃ অমূল্য বৰুৱাৰ শেষ দিন কেইটা, পৃষ্ঠা - ২০

৬৬. আধুনিক কবিতা, জ্যোতিপ্ৰসাদ ৰচনাৱলী (১৯৯৬) পৃষ্ঠা- ৬৯২-৬৯৩

৬৭. খেজেনা সধাত এটা ডফলাৰ খং, ৰচনাৱলী (১৯৯৬), পৃষ্ঠা- ৭২৮

৬৮. জ্যোতিপ্ৰসাদ ৰচনাৱলী, পৃষ্ঠা - ৭৩১

৬৯. সাবধান সাৱধান, জ্যোতিপ্ৰসাদ ৰচনাৱলী, পৃষ্ঠা - ৭৫৭

৭০. ১৯০ নং গীত, জ্যোতিপ্ৰসাদ ৰচনাৱলী, পৃষ্ঠা- ৬২২

৭১. মহন্তদেৱক সাক্ষাৎ কৰোঁতে (১২-৪-৯৮) আমাক তেখেতে এই কথা কৈছিল।

৭২. উদ্ধৃতিৰ উৎস, যতিনাৰায়ণ শৰ্মা সম্পাদিত 'আধুনিক অসমীয়া কবিতা' (১৯৪৬), পৃষ্ঠা - ৩৬

৭৩. যতিনাৰায়ণ শৰ্মা সম্পাদিত "আধুনিক অসমীয়া কবিতা", পৃষ্ঠা-৩৫

৭৪. মহন্তদেৱে আমাক এই কথা জনাইছিল।

প্ৰাসংগিক টোকা ঃ আমি অশেষ চেষ্টা কৰিও অসমৰ বিভিন্ন ঠাইত বিচাৰ-খোচাৰ কৰিও মহন্তদেৱৰ 'আমাৰ পৃথিৱী' গ্ৰন্থখন উদ্ধাৰ কৰিব নোৱাৰিলোঁ। কবিৰ হাতঁতো ইয়াৰ কপি নাই। 'যোৰহাটৰ পিনৰ এজন ব্যক্তিয়ে' প্ৰকাশ কৰা এই গ্ৰন্থ ক'ত পাব পৰা যায় তাকো তেখেতে নাজানে। অৱশ্যে তেখেতৰ মতে 'সেইবোৰ কবিতাত ঐতিহাসিক গুৰুত্বৰ বাহিৰে বিশেষ একো নাই।'

৭৫. আধুনিক অসমীয়া কবিতা (১৯৮০), পৃষ্ঠা- ৮৯

৭৬. জয়ন্তী, ৬ষ্ঠ বছৰ, ১২শ সংখ্যা, ১৯৪৪।

৭৭. হাতুৰি, আধুনিক অসমীয়া কবিতা, সম্পাদক- যতিনাৰায়ণ শৰ্মা, পৃষ্ঠা -১৬

৭৮. তীখা, আধুনিক অসমীয়া কবিতা (সম্পাদনা - যতিনাৰায়ণ শৰ্মা, পৃষ্ঠা -১৭

৭৯. উদ্ধৃতিৰ উৎস - নতুন কবিতা, সম্পাদনা - মহেন্দ্ৰ বৰা।

৮০. হোমেন বৰগোহাঞিয়ে কুৰি শতিকাৰ অসমীয়া সাহিত্যৰ পঞ্চাশ দশকটো 'জিজ্ঞাসু দশক' বুলি অভিহিত কৰিছে। দ্ৰষ্টব্য ঃ অসমীয়া গল্প সংকলন, ২য় খণ্ডৰ পাতনি, পৃষ্ঠা -৮

৮১. মাধৱ বেজবৰুৱা সম্পাদিত বাঁহী, ৩১শ বছৰ ৪ৰ্থ - ৫ম সংখ্যা, ১৯৪৪।

৮২. সোণৰ কথা, নতুন অসমীয়া, ১৮আগষ্ট, ১৯৬৭; পুনৰ মুদ্ৰণ ঃ অমূল্য বৰুৱা ঃ জীৱন আৰু কবিতা।

৮৩. জয়ন্তী, ৭ম বছৰ, ৪র্থ সংখ্যা, ১৯৪৫ ; পুনৰ মুদ্রন ঃ আধুনিক অসমীয়া কবিতা (১৯৪৬), সম্পাদনা - যতিনাৰায়ণ শৰ্মা।

৮৪. জয়ন্তী, ষষ্ঠ বছৰ, ষষ্ঠ সংখ্যা, ১৯৪৪।

৮৫. আমাৰ পৃথিৱী, জয়ন্তী, ষষ্ঠ বছৰ নৱম সংখ্যা, ১৯৪৪।

৮৬. সাগৰ দেখিছা (১৯৮৭), পৃষ্ঠা - ১৩

৮৭. অসমীয়া কবিতাৰ কাহিনী, পৃষ্ঠা - ৮১

৮৮. যতিনাৰায়ণ শৰ্মা সম্পাদিত 'আধুনিক অসমীয়া কবিতা, পৃষ্ঠা - ৭৪-৭৫

৮৯. বুদ্ধ পূর্ণিমা, পছোৱা, প্রথম বছৰ দ্বিতীয় সংখ্যা, জুলাই, ১৯৪৮।

৯০. যোগসূত্র, পছোৱা, ১ম বছৰ ৪র্থ সংখ্যা, ছেপ্তেম্বৰ, ১৯৪৮

৯১. অপ্‌টিমিজম্‌, পছোৱা, ১ম বছৰ, ৬ষ্ঠ সংখ্যা, নৱেম্বৰ, ১৯৪৮

৯২. চাওঁতালী নাচ, পছোৱা, প্রথম বছৰ অষ্টম সংখ্যা, জানুৱাৰী, ১৯৪৯

৯৩. পছোৱা, (সীমা দত্ত ছদ্মনামত লিখা) প্রথম বছৰেকীয়া সংখ্যা (৯ম সংখ্যা) ফেব্রুৱাৰী, ১৯৪৯

৯৪. ডায়েৰী, জয়ন্তী, ৬ষ্ঠ বছৰ, ৫ম সংখ্যা, ১৯৪৪

৯৫. শতাব্দীৰ সমিধান, আধুনিক অসমীয়া কবিতা, সম্পাদনা - যতিনাৰায়ণ শৰ্মা, পৃষ্ঠা - ৮৮

৯৬. ৰাজপুত্না, পছোৱা, ১ম বছৰ ৫ম সংখ্যা, অক্টোবৰ, ১৯৪৮

৯৭. 'অপথেদি', পছোৱা, প্রথম বছৰ, ৯ম সংখ্যা ( প্রথম বছৰেকীয়া সংখ্যা) ফেব্রুৱাৰী, ১৯৪৯

৯৮. অনাগত দিনৰ ইতিহাস, যতিনাৰায়ণ শৰ্মা সম্পাদিত 'আধুনিক অসমীয়া কবিতা' পৃষ্ঠা - ৪৩

৯৯. বেদুইন, (১৯৪৮)

# তৃতীয় অধ্যায়

## অনেকজনৰ অৱদান ঃ প্ৰগতিশীলতাৰ জোৱাৰ

ইতিমধ্যে আলোচনা কৰি অহা কবিসকলৰ উপৰিও আৰু অনেকজন কবি আছে — যিসকলে চল্লিছৰ অসমীয়া প্ৰগতিশীল কাব্য-আন্দোলনলৈ বৰঙণি আগবঢ়াইছিল। এই কবিসকলৰ ভিতৰত ডিম্বেশ্বৰ নেওগ, মহেশ্বৰ নেওগ, ভৱপ্ৰসাদ ৰাজখোৱা, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, নলিনীধৰ ভট্টাচাৰ্য, হৰি বৰকাকতি, বিষ্ণুপ্ৰসাদ ৰাভাৰ উপৰিও বৰ্তমানৰ সাধাৰণ পাঠকৰ কাৰণে অচিনাকি মহেশ চন্দ্ৰ দেৱগোস্বামী, অমৃত ডেকা, মথুৰা গোস্বামী, আব্দুছ ছাত্তাৰ, ঘনকান্ত চেতিয়া ফুকন, ইব্ৰাহীম আলি, জীৱকান্ত বৰুৱা, বুদ্ধীন্দ্ৰ নাথ বৰুৱা আৰু যতিনাৰায়ণ শৰ্মা উল্লেখযোগ্য। এই কবিসকলে আলোচ্য দশকটোত কোনো কালজয়ী কাব্য-কৃতি সৃষ্টি কৰিব পৰা নাছিল, কিন্তু অসমীয়া আধুনিক কবিতাৰ বিশেষকৈ প্ৰগতিশীল কবিতাৰ বিকাশত এওঁলোকৰো বৰঙণি আছিল। এই কবিসকলৰ ভিতৰত দুজনমানৰ বাহিৰে বাকী সকলোৱেই আছিল প্ৰগতিশীল জয়ন্তীৰ কাব্য-স্কুলৰ ছাত্ৰ। মন কৰিবলগীয়া কথাটো হ'ল ডিম্বেশ্বৰ নেওগৰ দৰে লব্ধ-প্ৰতিষ্ঠিত, প্ৰবীণ ৰোমাণ্টিক কবিয়েও সেই স্কুলত যোগদান কৰিছিল। কবি-গুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে জীৱন কালৰ শেষৰ পিনে সময়ৰ আহ্বানৰ প্ৰতি সঁহাৰি জনাই অলীক ৰোমাণ্টিকতাৰ পৰা মুক্তহৈ বাস্তৱবাদী ভাব-ভংগীৰে কবিতা ৰচনা কৰিবলৈ লোৱাৰ দৰে ডিম্বেশ্বৰ নেওগেও নিজৰ কাব্য-ধাৰাৰ পৰিবৰ্তন কৰি বাস্তৱবাদলৈ উত্তৰণৰ প্ৰয়াস কৰিছিল।

কবিতা ৰচনাৰ কৌশল সম্পূৰ্ণৰূপে আয়ত্ব কৰিব নোৱাৰিলেও উক্ত কবিসকলে যুগৰ পৰিবৰ্তনৰ কথা বুজি পাইছিল। অসমীয়া কবিতাক সময়ৰ লগত খোজ মিলাই আগবঢ়াই নিবলৈ হ'লে যে অলীক ৰোমাণ্টিক ভাব-ভংগীৰ পৰা

মুক্ত কৰি বাস্তৱবাদী ৰূপ প্ৰদান কৰিব লাগিব, তাকো তেওঁলোকে বুজি পাইছিল। তাকে কৰিবলৈ গৈ তেওঁলোকৰ ভিতৰৰ দুজনমান ৰোমাণ্টিক কবিৰ প্ৰতি কিছু কঠোৰ হৈও পৰিছিল ঃ ব্যঙ্গ বিদ্ৰূপেৰে ৰোমাণ্টিক কবিসকলক থকাসৰকা কৰিবলৈ লৈছিল। কিয়নো তেওঁলোকে ভাবিছিল — ৰোমাণ্টিক কবিসকল তেওঁলোকৰ আগত 'ষ্টাম্বলিং ব্লক'![1] অৱশ্যে তৰুণ কবিসকলে এনে কাৰ্যৰ শিকনি লৈছিল জয়ন্তীৰ পৰা।[2] কিন্তু ৰোমাণ্টিক কবিক ব্যংগ - বিদ্ৰূপ কৰাটোয়ে তেওঁলোকৰ প্ৰধান কাৰ্য নাছিল। তেওঁলোকৰ প্ৰধান কাৰ্য আছিল কবিতাত সমসাময়িক সমাজখনৰ সুখ-দুখৰ চিত্ৰ অংকন কৰা আৰু শোষিত নিষ্পেষিত জনতাক মুক্তি পথৰ সন্ধান দিয়াতো। নিঃসন্দেহে ক'ব পৰা যায় — এই কামো এই কবিসকলে কৰিবলৈ লৈছিল জয়ন্তীয়ে দেখুওৱা আৰ্হি অনুসৰণ কৰি। এতিয়া আমি উক্ত কবিসকলৰ কবিতাৰ বিষয়ে আলোচনা কৰিম।

'মালিকা' (১৯২২), 'সফুঁৰা' (গীত , ১৯২৩), 'থুপিতৰা' (১৯২৫), 'ইন্দ্ৰধনু'(১৯৩০), 'মেঘদূত' (১৯৪২)আদি ৰোমাণ্টিক কাব্যগ্ৰন্থৰ কবি ডিম্বেশ্বৰ নেওগে (১৯০০-'৬৬)জয়ন্তী যুগত নিজৰ কাব্য-ধাৰাৰ পৰিবৰ্তন কৰি বাস্তৱবাদী কবিতা লিখিবলৈ লোৱাৰ প্ৰমাণ আছে জয়ন্তীৰ পাতত। যুদ্ধ-বিধ্বস্ত সমাজৰ ক্ষয়িষ্ণু ৰূপৰ চিত্ৰ অংকন কৰিছে কবিয়ে 'মানুহ' শীৰ্ষক দীঘলীয়া কবিতাত। চন্দ্ৰকুমাৰ আগৰৱালাই তেওঁৰ 'মানৱ বন্দনা' আৰু 'বীণ-বৰাগী' কবিতাত 'মানুহেই দেৱ' বুলি কোৱাৰ দৰে নেওগৰো অনুভৱ ঃ 'মানুহতকই শ্ৰেয়; পৱিত্ৰ কল্পনা আকাশৰ তলত নোপোৱা'। ৰোমাণ্টিক কবি চন্দ্ৰকুমাৰে ঈশ্বৰৰ অস্তিত্ব আৰু 'মাহাত্ম্য' সম্পৰ্কত কোনো ধৰণৰ সন্দেহ প্ৰকাশ কৰা নাই। ডিম্বেশ্বৰ নেওগৰ অন্তৰত কিন্তু এই সন্দেহ ঘনীভূত হোৱাৰ প্ৰমাণ আছে ঃ

মানুহ ঈশ্বৰে স্ৰজা।
ঈশ্বৰ স্ৰজিলে কোনে? নিশ্চয় মানুহে।
'নৰ-ৰূপে নাৰায়ণ' জানা।
মানুহতকই শ্ৰেয়ঃপুত কোনো লোক

অসম্ভৱ সৃষ্টিৰ বুকুত।
তেন্তে লই কল্পনাৰ নতুন সোপান
দেৱতাক নমোৱা বেগাই;

........................................................

'দেৱৰ বাঞ্চনি এই মানুহ জীৱন';
বহু যত্নে বহু পুণ্য সাঁচি দেৱতাই
লভে দেহি নৰ-তনু।[৩]

দেশৰ অতীত ঐতিহ্য সোঁৱৰণৰ জৰিয়তে দেশপ্ৰেম প্ৰকাশ কৰি কুৰি আৰু ত্ৰিশৰ দশকত ৰোমাণ্টিক কবিতা লিখি খ্যাতি অৰ্জা ডিম্বেশ্বৰ নেওগে যুদ্ধ-বিধ্বস্ত চল্লিছৰ সমাজৰ বিভৎস ৰূপ দেখি স্তম্ভিত হৈ পৰিছে। অন্ন -বস্ত্ৰ-বাসস্থানৰ সমস্যাত জৰ্জৰিত সমাজৰ মানুহে গঠনমূলক কৰ্মৰে সেই সমস্যাৰ সমাধান বিচৰাৰ পৰিবৰ্তে ধ্বংসাত্মক কৰ্মত নিয়োজিত হৈ পৰিছে। সমাজত সাম্প্ৰদায়িকতাৰ বিষবাষ্প বিয়পাই হাজাৰ হাজাৰ মানুহক হত্যা কৰিছে। যিটো সময়ত সমাজৰ সিংহভাগ মানুহেই দুবেলা দুমুঠি খাবলৈ নাপায় হাহাকাৰ কৰিব লাগিছে, সেই সময়তে একাংশ মানুহে দুৰ্নীতি, অনীতিৰ জৰিয়তে প্ৰচুৰ সম্পত্তিৰ গৰাকী হোৱাৰ প্ৰতিযোগিতাত নামি পৰিছে। চল্লিছৰ দশকৰ এই ভয়াবহ অৱস্থাৰ চিত্ৰ কবিয়ে এনেদৰে অংকন কৰিছে ঃ

হায়, হায়! জ্বলে ভউ ভউ সউ
নৰকৰ জুই !! কাৰ কাণ্ড ইটো?
কোন তই ? কি চাব ইদৰে?
কি কথা কৰিলি ? তই কি বুধি পাতিলি?
দুচকুত সৌৱা তোৰ নাচিছে পিশাচ!
দুহাতত দৈত্যৰ বল! পেটত ৰাক্ষস!!

কবিয়ে সমসাময়িক সমাজৰ দুৰৱস্থাৰ বাস্তৱসম্মত চিত্ৰ তুলি ধৰিছে যদিও সেই অৱস্থাৰ পৰিবৰ্তনৰ বাবে কোনো বিপ্লৱৰ পথ দেখুওৱা নাই। নেওগ কোনো

বৈপ্লৱীক ৰাজনৈতিক দৰ্শনৰ দ্বাৰা তেনেকৈ প্ৰভাৱান্বিত হোৱা নাছিল; সেই কাৰণে তেওঁ সমস্যা-জৰ্জৰ সমাজৰ মুক্তিৰ সঠিক পথ দেখুওৱাত ব্যৰ্থ হৈছে। তেওঁ ৰোমাণ্টিকতাৰ আৱেশৰ পৰা সম্পূৰ্ণৰূপে মুক্ত হ'ব পৰা নাছিল। সেই কাৰণে সমাজৰ দুৰৱস্থাই তেওঁক হতাশ কৰি তুলিছিল ঃ

ক'ত মৰো গই!
পেটত লুকাল হাত ভৰি।
ত্ৰাহি ত্ৰাহি শ্ৰীমধু সূদন!

মানৱতাবাদী কবিয়ে অৱশ্যে বিপথগামী মানুহক প্ৰাৰ্থনা জনাইছে যে তেওঁলোকে অসৎ কাৰ্য পৰিহাৰ কৰিব লাগে আৰু সমাজৰ মংগলৰ বাবে সৎ কামত নিয়োজিত হ'ব লাগে। ৰামায়ণখ্যাত হনুমানে নিজৰ নেজৰ জুই নিজ মুখেৰে নুমুৱাৰ দৰে মানুহে সৃষ্টি কৰা সমস্যাৰ সমাধান কেৱল মানুহেই কৰিব পাৰিব ঃ

নমো নৰহৰি ! হে নৰ দেৱতা,
সামৰা তোমাৰ ই হেন বিকট ৰূপ
দানৱ আকাৰ —চিৰকাললৈ ।

---

আপোনাৰ মুখৰ অগনি
নিজমুখে নুমুৱা পুনৰ।

ধৰ্ম আৰু অলৌকিক শক্তিত বিশ্বাসী মানুহক কবিয়ে যুগ-পৰিৱৰ্তনৰ বিষয়ে ইংগিত দি ব্যংগাত্মক ভাবে কৈছে যে আজিৰ পৃথিৱীত ঈশ্বৰৰ গুণ সদ্ মানুহৰ গাতো দেখা যাব পাৰে ঃ

মানুহ, অকল মানুহ;
নিৰ্বিকাৰ নিৰঞ্জন নিৰ্গুণ মানুহ;

গতিকে, সমাজৰ মানুহে নিজৰ 'মানুহ' ৰূপৰ পৰিচয় দি, 'মানুহৰ ধৰম' পালন কৰি পৃথিৱীৰ পৰা 'পিশাচ খেদোৱা'ৰ ব্যৱস্থা কৰিব লাগে; তাৰ বাবে 'ঈশ্বৰক ধিয়াই' বহি থকাটো যুগ-বিৰোধী কথা ঃ

উঠা জাগা; জয় গান গোৱা মানুহৰ;
সাধা সবে মানুহৰ ধৰম,
খেদোৱা পিশাচ মানে পৃথিৱীৰ পৰা
নামানি ঈশ্বৰ আদি কাৰণ সৃষ্টিৰ।
নমো নৰ, ঈশ্বৰ কাৰণ!!

উল্লেখযোগ্য যে কুৰি আৰু ত্ৰিছৰ দশকৰ ৰোমাণ্টিক কবি ডিম্বেশ্বৰ নেওগে তাৰ পৰৱৰ্তী দশকৰ পৰা অৰ্থাৎ চল্লিছৰ দশকৰ পৰা সাহিত্য-সমালোচনাত নিমজ্জিত হয়, আৰু কবিতাৰ জগতৰ পৰা ক্ৰমে আঁতৰি যায়। সেইবাবেই নেওগৰ কাব্য সংকলন 'অসমা'ৰ (১৯৪৭) পাতনিত ডাঃ বেণীমাধব বৰাই মন্তব্য কৰিছিল যে সমালোচক আৰু ভাষাতত্ত্ববিদ ডিম্বেশ্বৰে কবি ডিম্বেশ্বৰক হত্যা কৰে।[৪] গতিকে, চল্লিছৰ দশকতে কবি নেওগৰ ৰোমাণ্টিকতাৰ পৰা বাস্তৱবাদলৈ উত্তৰণৰ সম্ভাৱনা দেখা দিছিল যদিও সি বাস্তৱত পৰিণত হ'বলৈ নাপালে। সম্ভৱতঃ প্ৰগতিশীল জয়ন্তীত কবিৰ মাত্ৰ এটা কবিতাহে ('মানুহ') প্ৰকাশ পাইছিল।

যিয়ে নহওঁক 'মানুহ' কবিতাই এইটো প্ৰমাণ কৰে যে লব্ধ প্ৰতিষ্ঠিত ৰোমাণ্টিক কবি ডিম্বেশ্বৰ নেওগৰ কাব্য-ভাৱনা চল্লিছৰ দশকত ক্ৰমে বাস্তৱবাদলৈ উত্তৰণৰ পথত অগ্ৰসৰ হৈছিল। কাব্যিক সৌন্দৰ্যৰ বিচাৰত 'মানুহ' উৎকৃষ্ট সৃষ্টি নহয়। কবিয়ে সহজ ভাষাৰে গদ্যত কাহিনী বৰ্ণোৱাৰ দৰে বিষয়-বস্তু উপস্থাপন কৰা কাৰণে তাৰ ৰচনা শৈলী শিথিল হৈ পৰিছে। প্ৰতীক-অলংকাৰ আদিৰ ব্যৱহাৰো তেনেকৈ কৰা নাই। কবিতাটিৰ আকৰ্ষণীয় দিশটো হ'ল তাত আৰোপিত ব্যঙ্গ। ব্যংগ দৃষ্টিৰে কবিয়ে আধুনিক মানুহৰ অমানবীয় ৰূপক এনেদৰে কটাক্ষ কৰিছে :

হৰি, হৰি! লেলিহান জিভা তাৰ —
স্বৰগ মৰত দুইকো চুমিছে!
কি ভীষণ অপূৰ্ব চুম্বন !!
নহয়, নহয় ! মিনতি বচন মোৰ —
সামৰা সামৰা এই ৰূপ ;

০০০ ০০০ ০০০

সুমঙ্গল জ্যোতি আত্মাৰ —

দেখিছোঁ কেনিবা অহা জিলিঙনি মেলি।

কি যে দীপ্তি - প্ৰীতি, শান্তিময় !

চল্লিছৰ দশকত প্ৰগতিশীল কবিতাৰ চৰ্চা কৰা আন এগৰাকী কবি ভৱপ্ৰসাদ ৰাজখোৱাৰ (১৯১৭—) কবিতাত শ্ৰেণী-বৈষম্যৰ চিত্ৰ অংকিত হৈছে। সমাজ সচেতন কবিয়ে দৰিদ্ৰ শ্ৰেণীৰ দুখৰ সমভাগী হৈ তেওঁৰ কবিতাত ফুটাই তুলিছে কৃষক - শ্ৰমিকৰ সংগ্ৰামী জীৱনৰ আৰ্তি। 'পৰিচয়' কবিতাত দৰিদ্ৰ কৃষকৰ পৰিচয় তেওঁ এনেদৰে দিছে ঃ

খেতি কৰো, কৰো খেতি ওৰেটি বছৰ ...

দ' খেতি আহু - শালি, বাম খেতি মাহ সৰিয়হ,

ভবা নাই দুখ-সুখ, ভবা নাই জাৰ আৰু জহ,

খেতিতেই দিন যায় তথাপিও নুগুছে অভাৱ জীৱনৰ।

কঠোৰ পৰিশ্ৰম কৰিও কিন্তু কৃষকে অভাৱৰ পৰা মুক্ত হ'ব নোৱাৰে। জগতৰ 'সভ্যলোক' সকলক খাদ্যৰ যোগান ধৰি 'তুষ্ট' কৰে যদিও নিজে কিন্তু অসন্তুষ্ট হৈ থাকিবলগীয়া হয়। সম্ভ্ৰান্তসকলে খেতিয়কৰ পৰিশ্ৰমৰ মৰ্যাদা দিব নিবিচাৰে; দৰিদ্ৰ কৃষকৰ সুখ-দুখৰ সম্পৰ্কত তেওঁলোক সচেতন নহয়। শ্ৰেণী-বৈষম্যৰ এই সঁচা চিত্ৰ কবিয়ে এনেদৰে অংকন কৰিছে —

আমিয়ে খুৱাওঁ খায়, — চিনাটোৱে পাপ,

নিজে নিজে চিনো মাথোঁ দুখীয়া কৃষক।

সভ্যলোকে খাব লাগে খায়, — খেতিয়ক অসভ্যলৈ ঘূৰিকে নাচায়,

কবি অমূল্য বৰুৱাই লক্ষ্য কৰিছিল যে ধনী শ্ৰেণীৰ আভিজাত্যৰ কাৰণেও সৃষ্টি হৈছে — দুখীয়াৰ 'বৰ্বৰ' জীৱন ঃ

সেই দলৰ খাবলৈ পোৱাৰ সভ্যতাত

গঢ়ি উঠিছে

এই দলৰ খাবলৈ নোপোৱা বৰ্বৰতা;

প্ৰগতিশীল কবি ৰাজখোৱায়ো ভাবে — আকাশীলতাই যিদৰে আশ্ৰয়দাতা গছৰ কোনো উপকাৰ নকৰি কেৱল নিজে আশ্ৰয়দাতা গছৰ ৰস পান কৰি থাকে, অভিজাতসকলেও কৃষকৰ উৎপাদিত বস্তুৰ ওপৰত নিৰ্ভৰশীল হৈ লাহ্-বিলাহত দিন কটায়, কিন্তু কৃষকৰ প্ৰতি এবাৰো ঘূৰি নাচায় ঃ

নাভাবে তলৰ গছে কত দুখ পায়, ওপৰৰ আকাশীলতাই
সভ্যতাৰ মেৰপাক মূৰত ভৰণ লই দিনে দিনে জয় কৰে কৃষক
সোপায় —

শাসকসকলো কৃষকৰ প্ৰতি সহানুভূতিশীল নহয়। খেতিয়কেনো কিমান উৎপাদন কৰিছে তালৈ নাচাই শাসকে কেৱল মাটিৰ খাজনা আদায়তহে গুৰুত্ব দিয়ে। কৃষকৰ সামৰ্থৰ তুলনাত খাজনাৰ পৰিমাণো বেছি। তাৰ উপৰি আছে মহাজনসকলৰ শোষণ। খেতিয়কে অশেষ কষ্ট কৰি পথাৰত খেতি কৰে। অৱশেষত কিন্তু মহাজনৰ (মাটিৰ মালিক) হাতলৈহে সৰহ ভাগ শস্য যায়। খেতিয়কৰ জীৱন-যুদ্ধৰ এই মৰ্মস্পৰ্শী চিত্ৰ কবিয়ে এনেদৰে অংকন কৰিছে ঃ

ৰুই দিও দায় লই যায় — দুখৰ তলিত হোৱা সুখৰ সম্ভাৰ
'অশিক্ষিত খেতিয়ক', পৰিচয় এয়েই আমাৰ।

ৰাজখোৱাই 'পৰিচয়' কবিতাৰ দ্বাৰা পৰাধীন ভাৰতৰ কৃষকৰ জীৱন-সংগ্ৰামৰ ছবি এখন পাঠকৰ আগত দাঙি ধৰিছে। এই ছবি কিমান বাস্তৱসন্মত, সেই সময়ৰ ভাৰতৰ সমাজৰ ইতিহাস পঢ়িলে বুজা যায়। 'পৰিচয়' কবিতাত কবিয়ে কেৱল শোষিত কৃষকৰ করুণ জীৱন-সংগ্ৰামৰ ছবিহে আঁকিছে। কৃষকৰ মুক্তিৰ বাবে কোনো পথৰ সন্ধান দিয়া নাই। পছোৱাত প্ৰকাশিত 'সাৱধান ধনীৰ দুলাল' শীৰ্ষক কবিতাত কবি আৰু এখোজ আগুৱাই গৈছে। শোষকৰ বিৰুদ্ধে শোষিতৰ প্ৰত্যক্ষ বিদ্ৰোহৰ কথা কৈছে। সাম্যবাদী কবিৰ অনুভৱ হৈছে যে শ্ৰেণী-সংগ্ৰামৰ জৰিয়তেহে দৰিদ্ৰৰ দুখ আঁতৰাব পৰা যাব। দুখীয়াক শোষণ কৰি ধনী হোৱা সকলক কবিয়ে সাৱধান বাণী শুনাইছে এইদৰে ঃ

সাৱধান ধনীৰ দুলাল নিকিনিবা নোৱাৰা কিনিব
দুখীয়াৰ দুখেভৰা প্ৰাণ
বেচিবানে ধনৰ কাৰণে দয়াময়ে দিয়া দয়া কৰি
অন্তৰৰ হিতাহিত জ্ঞান?[৭]

ৰোমাণ্টিক কবিতাৰ আৰ্হিত ত্ৰিপদীকা ছন্দত (১০+১০+১০) লিখিলেও এই কবিতাটিৰ বক্তব্য বিষয় চল্লিছৰ নতুন কবিতাৰ দৰে। কবিতাত সাম্যবাদী চিন্তা প্ৰকাশ কৰিছিল কাৰণেই আমি ভৱপ্ৰসাদ ৰাজখোৱাক প্ৰগতিশীল কবি বুলি চিহ্নিত কৰিছোঁ।

কিন্তু তেওঁৰ বেছিভাগ কবিতাৰে শৈলী আধুনিক বুলি ক'ব পৰা নাযায়। ৰোমাণ্টিক কবিৰ ছন্দ-সজ্জাক অনুকৰণ কৰিয়ে তেওঁ কবিতা লিখিছিল। মুক্তক আৰু স্পন্দিত গদ্য ছন্দ তেওঁ খুব কম সংখ্যক কবিতাত ব্যৱহাৰ কৰিছে। ৰোমাণ্টিক কবিৰ ছন্দ-সজ্জাক অনুকৰণ কৰিলেও তেওঁৰ কবিতা যিদৰে সৌন্দৰ্যবিহীন নহয়, সেইদৰে বক্তব্যতো দুৰ্বলতা ফুটি উঠা নাই। আন দহজন প্ৰগতিশীল কবিৰ দৰে কবি ৰাজখোৱাও সাহসী, নিষ্পেষিত জনতাৰ মুক্তিৰ বাবে প্ৰত্যক্ষ সংগ্ৰামত বিশ্বাসী।[৮] হেম বৰুৱাই পছোৱাৰ প্ৰথমটো সংখ্যাত 'Motto' হিচাপে ছপোৱা তেওঁৰ কবিতাৰ এই পংক্তিটোৰ আবেদন আৰু সৌন্দৰ্যই পাঠকৰ মন জয় কৰে ঃ

আজি এই আগলি বতাহে কৈ গ'ল আহিছে পছোৱা
সাৱধান ধনীৰ দুলাল,
ধন ঢালি মিছা সভ্যতাৰ মিছাৰেই সঁচা বন্দী কৰা
সজা ভাঙি পখীটি ওলাল।[৯]

এই অধ্যয়নৰ প্ৰথম অধ্যায়ত অসমীয়া কবিতাৰ ৰোমাণ্টিকতাৰ অৱক্ষয় সম্পৰ্কে আলোচনা কৰোতে আমি কবি ধীৰেন্দ্ৰ চন্দ্ৰ দত্তৰ কবিতাৰ কথা উনুকিয়াইছিলো। তাত আমি এইটো কথাও লিখিছোঁ যে দত্তৰ একমাত্ৰ কবিতা পুথি 'অভিযান'ৰ কবিতাবোৰ ১৯৩৪-৩৫ চনৰ ভিতৰত ৰচিত। এই হিচাপে তেওঁ ত্ৰিশৰ দশকৰ কবি বুলি চিহ্নিত হোৱাৰ যোগ্য। কিন্তু কবি দত্ত ত্ৰিশৰ পৰৱৰ্তী দশকবোৰত মৌন হৈ থকা নাছিল। তেতিয়াও তেওঁৰ কাব্য-বাণীৰ সাধনা অব্যাহত

আছিল। অৱশ্যে সৃষ্টিৰ পৰিমাণ কম আছিল। ধীৰেন্দ্ৰ চন্দ্ৰ দত্তই চল্লিছৰ দশকতো কেইটিমান কবিতা লিখিছিল। এই কবিতাকেইটিতো ফুটি উঠিছে কবিৰ প্ৰগতিশীল চিন্তা-ভাবনা।

১৯৪৩ চনত ৰচিত 'জয়া মৰা নাই' শীৰ্ষক কবিতাত কবিয়ে কৈছে যে মধ্যযুগত শাসকৰ অত্যাচাৰত যিদৰে নিৰ্দোষী নাৰী জয়াৰ মৃত্যু ঘটিছিল, সেইদৰে বৰ্তমান কালতো অত্যাচাৰী শাসকৰ হাতত নিৰীহ জনতা লাঞ্ছিত হ'বলগীয়া হৈছে। জাৰ্মানৰ অত্যাচাৰী শাসক 'ফেছিষ্ট দানৱ' হিটলাৰৰ আক্ৰমণত নিৰীহ জনতাই ত্ৰাহি মধুসূদন সুঁৱৰিব লগা হৈছে। হিটলাৰৰ অতপালি অকল তেওঁৰ নিজৰ দেশতে নহয়, ৰাছিয়া আদি দেশলৈকো বিয়পিবলৈ লৈছে।[১০] এই বাস্তৱ কথা কবিয়ে কবিতাত এইদৰে প্ৰকাশ কৰিছে ঃ

জয় সাগৰৰ ঢৌৱে
        এতিয়াও খলক লগাই
দৌলত বতাহ লাগি
        ৰিঙিয়াই মাতি মাতি কয় —
পশুবল শেষ হোৱা নাই
        শ্বহীদৰ খুন নুশুকায়।
০০০ ০০০ ০০০
আজিও আহিছে সেই ফেছিষ্ট দানৱ
        হিটলাৰৰ নৰপশু দল
ৰাছিয়াত আগবাঢ়ি যায়
        ভাঙি দিয়ে সোণৰ ফচল[১১]

প্ৰথম অধ্যায়ত প্ৰসংগ ক্ৰমে উল্লেখ কৰি আহিছোঁ যে ধীৰেন্দ্ৰ চন্দ্ৰ দত্ত প্ৰথম অৱস্থাত কংগ্ৰেছী আছিল যদিও ১৯৪৩ চনত তেওঁ কংগ্ৰেছ ত্যাগ কৰি ভাৰতৰ কমিউনিষ্ট পাৰ্টিত (CPI) যোগদান কৰে। ভাৰতৰ কমিউনিষ্ট পাৰ্টিয়ে প্ৰথমতে

(১৯৩৯-৪০) দ্বিতীয় মহাসমৰক অভিহিত কৰিছিল — দুই সাম্রাজ্যবাদী শক্তিৰ যুদ্ধ বুলি। গতিকে তেনে যুদ্ধৰ পৰা ভাৰতৰ জনগণ আঁতৰি থকা উচিত বুলি দোহাৰিছিল। কিন্তু হিটলাৰৰ নেতৃত্বৰ জাৰ্মান বাহিনীয়ে ১৯৪১ চনৰ জুন মাহত ৰাছিয়া আক্রমণ কৰাত মহাযুদ্ধ সম্পৰ্কত বাওঁপন্থী শিবিৰৰ দৃষ্টিভংগীৰ সলনি হয়। তেতিয়া বাওঁপন্থী শিবিৰে সেই যুদ্ধক 'জন-যুদ্ধ' (People's War) বুলি দোহাৰে আৰু হিটলাৰৰ অচিৰে পতন হোৱাতো কামনা কৰে। সেই যুদ্ধত ৰাছিয়াৰ হাতত হিটলাৰৰ জাৰ্মানীৰ পৰাজয় হয়।

সাম্যবাদী দলৰ সদস্য ধীৰেন্দ্ৰ চন্দ্ৰ দত্তই হিটলাৰৰ ৰাছিয়া আক্রমণৰ পটভূমিত ৰচনা কৰা 'জয়া মৰা নাই' শীৰ্ষক কবিতাত অসমৰ জয়া অৰ্থাৎ জয়মতীক ৰাছিয়াৰো আদৰ্শ নাৰী ('তানিয়া জয়া') ৰূপত কল্পনা কৰি লিখিছে ঃ

জয়া ! কম্পদ মিনাচ্ স্কায়া স্কুলৰ জীয়ৰী
বাঢ়িছিল ৰূপে ৰসে আপোন ৰঙত
দেখিছিল ভৱিষ্যৎ সোণৰ সপোন।

কবিতাটিত 'জয়া' প্রতীক হিচাপে উপস্থাপিত হৈছে। 'জয়া' যেন ৰাছিয়াৰ আদৰ্শ বীৰাংগনা। কবিৰ এই প্রতীক সাৰ্থক বুলি ক'ব পৰা নাযায়। অসমৰ পতিব্ৰতা ৰমণী জয়মতীয়ে দেশৰ সাধাৰণ জনতাৰ মংগলৰ কাৰণে অত্যাচাৰ সহ্য কৰি মৃত্যুক আকোৱালি লোৱা নাছিল, লৈছিল নিজৰ স্বামী আৰু ৰাজবংশৰ কোঁৱৰসকলক ল'ৰা-ৰজাৰ অত্যাচাৰৰ পৰা ৰক্ষা কৰিবৰ বাবে। এনেস্থলত, সাম্রাজ্যবাদী হিটলাৰৰ বিৰুদ্ধে যুদ্ধৰত সাম্যবাদী ৰাছিয়াৰ আদৰ্শ বীৰাংগনা ৰূপত জয়মতীৰ কল্পনা সাৰ্থক নহয়। জয়মতীৰ আত্মত্যাগক কবিয়ে আনকি সাম্যবাদীৰ সংগ্রামৰ লগতো অনুচিত ৰিজনি দিছে ঃ

আকাশৰ ৰঙা মেঘ
পৃথিবীৰ ৰঙা মাটি
পূবৰ সুৰুয ৰঙা
জেৰেঙাৰ লাল সূঁতি

এতিয়াও শেষ হোৱা নাই
এতিয়াও জয়া মৰা নাই।

এই ধৰণৰ কাব্যিক-ভুল (Poetic-blander) আছে যদিও কবিতাটি একেবাৰে সৌন্দৰ্য বিহীন নহয়। মাজে মাজে দুই এটা এনে মনোৰম পংক্তি আছে, যাৰ আবেদনে পাঠকক মুগ্ধ কৰিব পাৰে, যথা —

আমাৰ যি ভাষা হ'ব
সেই ভাষা কেৱে শুনা নাই
আমাৰ যি গান হ'ব
সেই গান কেৱে গোৱা নাই
আমাৰ যি ৰোষ হ'ব
তেনে বহ্নি কেৱে দেখা নাই।

সাম্যবাদত দীক্ষিত কবি ধীৰেন্দ্ৰ চন্দ্ৰ দত্ত আশাবাদী ঃ সাম্যবাদী সকলে অচিৰেই ভাৰতীয় সমাজ-ব্যৱস্থাৰ পৰিবৰ্তন ঘটাব আৰু সাম্যবাদৰ ভেটিত নতুন সমাজৰ সৃষ্টি কৰি জনতাৰ দুখ আঁতৰাব। এনে আশা প্ৰকাশ পাইছে 'কবিতা' শীৰ্ষক কবিতাত। বংগৰ প্ৰখ্যাত কবি নজৰুল ইছলামৰ প্ৰভাৱ এই কবিতাত স্পষ্টঃ

অট্টালিকা সৌ যায় উটি যায়,
থৈয়া-নথৈয়া চলিছে ৰণ।
দিন উটে সৌ, ভিকহু টোকাৰী
উচ্চ-নীচ জাত সকলো যায়।[১২]

দত্তৰ বহু আলোচিত 'কাঠ মিস্ত্ৰীৰ ঘৰ' শীৰ্ষক কবিতাটি ৰচিত হৈছিল ১৯৩৯ চনত। সেই বছৰৰে আসাম ছাত্ৰ-সন্মিলনৰ মুখপত্ৰ 'মিলন'ত ই ছপাও হৈছিল। এই কবিতাত কবিয়ে মেহনতি জনতাৰ জীৱন-সংগ্ৰামৰ ছবি আঁকিছে। কঠোৰ পৰিশ্ৰম কৰি শ্ৰমিকে বিলাসী ধনীৰ অত্যাৱশ্যকীয় সামগ্ৰীৰ উপৰিও লাহ-বিলাহৰ সা-সামগ্ৰীও সাজি দিয়ে। তাৰ বিনিময়ত তেওঁলোকে কিন্তু নিজৰ প্ৰাপ্যখিনিও নাপায়। ফলত, অতি কষ্টেৰে জীৱন-নিৰ্বাহ কৰিবলগীয়া হয় শ্ৰমিকে ঃ

হায় হতভাগা থাকে আন্ধাৰত
বিশ্বশিল্পী মহাবিশ্বৰ
কৰে হাঁহাকাৰ বিলয় বিকাৰ
প্ৰতিদান নাই কৰ্মৰ।
কাঠমিস্ত্ৰীৰ ঘৰ।[১৩]

বিপ্লৱী কবিয়ে মেহনতি জনতাৰ প্ৰতি ধনী শ্ৰেণীয়ে কৰা এই অন্যায়ৰ প্ৰতিবাদ হোৱাটো বিচাৰে। 'বাহুবল' প্ৰয়োগ কৰি হ'লেও খাটিখোৱা সাধাৰণ জনতাই নিজৰ অধিকাৰ সাব্যস্ত কৰিব লাগিব বুলি কবিয়ে ভাবে। সেইবাবেই মেহনতি জনতাৰ প্ৰতি উদাত্ত আহ্বান —

উঠা মিস্ত্ৰী, কঁহাৰ, কমাৰ
আন্ধাৰৰ শেষ আহিল তোমাৰ
লোৱা অধিকাৰ নিজ বাহুবলে
নিজে কৰা কৰ্মৰ,
কাঠমিস্ত্ৰীৰ ঘৰ।

ধীৰেন দত্তই চল্লিছৰ দশকত লিখা কবিতা মুঠিতো ফুটি উঠিছে এনে বিপ্লৱী-চেতনা। বিদ্ৰোহী কবিয়ে আনকি 'ভগৱানৰ' বিৰুদ্ধেও বিদ্ৰোহ কৰিছে। 'চয়তানী বিধান দিয়া আদিম যুগৰ বৃদ্ধ ভগৱান'ৰ ওপৰত চৰম প্ৰতিশোধ লোৱাৰো পোষকতা কৰে তেওঁ —

মই ঈশ্বৰ নকৰো ভয়
মোৰ ৰথৰ আগত উৰে বিজয় নিচান
চয়তানী বিধান দিয়া আদিম যুগৰ
সেই বৃদ্ধ ভগৱান গছকি গৰকা মাৰি
ল'ম তাৰ প্ৰাণ....।[১৪]

বংগৰ কবি নজৰুল ইছলামৰ দ্বাৰা প্ৰভাৱান্বিত ধীৰেন্দ্ৰ চন্দ্ৰ দত্তৰ কবিতাৰ ভাষা আড়ম্বৰহীন, কিন্তু শক্তিশালী। তেওঁৰ কবিতাত উপমা, অনুপ্ৰাস আদি

অলংকাৰৰ তেনেকৈ ব্যৱহাৰ হোৱা নাই। কবিতামুঠিত আৰোপিত বিপ্লৱী চেতনাই স্বাভাৱিক ভাৱে পাঠকৰ মন আকৰ্ষণ কৰে।

চল্লিছৰ দশকৰ অন্য এগৰাকী তৰুণ কবি মহেশ্বৰ নেওগৰ (১৯১৮-৯৫) হাততে জন্ম লাভ কৰে প্ৰথমটো অসমীয়া মুক্তক ছন্দৰ কবিতা অন্ত্যজা। ১৯৪১ চনৰ আহাৰ মাহৰ (জুন-জুলাই) বাঁহীত প্ৰকাশ পোৱা অন্ত্যজাত কবিয়ে ৰোমাণ্টিক কবিৰ দৰে ৰূপ-সৌন্দৰ্যৰ বন্দনা কৰিছে ঃ

চিত্ৰৰ পুতলী যেন
দেৱ-কন্যা ৰাজ-কন্যা ঋষি-কন্যাৰ
অজন্তাগিৰিৰ শিলৰ ৰেখাৰে অঁকা
অনিন্দ্য সৌন্দৰ্য্য তোৰ।

অৱশ্যে সৌন্দৰ্য-বন্দনাত ভাবাপ্লুত হৈ পৰি কবিয়ে বাস্তৱৰ কলুষ-কালিমাৰ কথা পাহৰি যোৱা নাই। 'অন্ত্যজা' ৰূপী ৰূপহীৰ দৰিদ্ৰতা আৰু 'জাতৰ নীচতা'ৰ প্ৰতিও কবি সচেতন ঃ

অথচ তাতেই তোৰ কোনোবাটি জনমৰ অভিশাপ ঃ
ক্লেদময় দৰিদ্ৰতা
সমাজৰ হেয় চকু পৰা 'জাত'ৰ নীচতা
পৃথিবীৰ অজ্ঞাত কোণৰ এই ঘোৰ অন্ধকাৰ।

সমসাময়িক সমাজৰ দৰিদ্ৰতা, কু-সংস্কাৰ আদি সম্পৰ্কত সচেতন, আৰু দৰিদ্ৰ আৰু নিৰ্যাতিতসকলৰ প্ৰতি সহানুভূতিশীল হ'লেও কবি মহেশ্বৰ নেওগে দৰিদ্ৰ আৰু নিৰ্যাতিতৰ দুখ-মোচনৰ কোনো উপায়ৰ কথা তেওঁৰ কবিতাত উপস্থাপন কৰা নাই। কবি যিহেতু কোনো বিপ্লৱী ৰাজনৈতিক - দৰ্শনৰ দ্বাৰা প্ৰভাৱান্বিত নহয়, সেইবাবে আন দহজন প্ৰগতিশীল কবিৰ কবিতাত থকাৰ দৰে নেওগৰ কবিতাত শ্ৰেণী-সংঘৰ্ষৰ কথাও নাই। তাৰ বিপৰীতে নেওগৰ কবিতাত আছে — ৰোমাণ্টিক কবিৰ দৰে দৰিদ্ৰতাক ঈশ্বৰ প্ৰদত্ত অলংকাৰ হিচাপে লৈ সান্ত্বনা লভাৰ প্ৰচেষ্টা ঃ

তোৰ ই ৰূপৰ উচ্ছল হাবিলাস

দেহজুৰি জ্বলি - পুৰি ভস্ম হৈ উঠা স্নেহ সৌৰভৰ
সুৰগা চৰায়
দৰিদ্ৰতা-সিক্ত তোৰ মলিন কাপোৰে
বিলৰ বোকাই পদুমৰ জেউতি চৰোৱাৰ দৰে।

এনে ৰোমাণ্টিক ভাবানুভূতিয়ে আড়ষ্ট কৰি থকা কাৰণে কবিয়ে দৰিদ্ৰ - ৰমণীৰ সৌন্দৰ্যত মুগ্ধ হৈ তাইক ধনহীন 'লখিমী গোসানী' বুলি অভিহিত কৰিছে ঃ

তই
শিশিৰৰ নিশা-সমাপ্তিৰ
বাস্তৱৰ পঙ্ক ভেদি উঠা ব্যথাক্লিষ্ট পদুম-সপোন
লক্ষ্মীহীন সৌন্দৰ্যৰ লখিমী গোসানী।

'ধনঞ্জয় ! ক'ত পশুপাত?' শীৰ্ষক কবিতাটিত সমাজ-সচেতন কবি নেওগে প্ৰকাশ কৰিছে মহাযুদ্ধৰ তাণ্ডৱ আৰু সাম্ৰাজ্যবাদীৰ শোষণ-নিৰ্যাতনৰ কথা। নিষ্ঠুৰ বাস্তৱৰ সংঘাতে কবিৰ ৰোমাণ্টিক চিন্তাত আউল লগাই তেওঁক ক্ৰমে বাস্তৱমুখী কৰিছে। অৱশ্যে তেওঁ তেতিয়াও বাস্তৱবাদলৈ উত্তৰণ কৰিব পৰা নাই। প্ৰগতিশীল কবিৰ দৰে সাহসেৰে বাস্তৱৰ মুখামুখি হৈ বস্তুবাদী দৃষ্টিভংগীৰে অৱস্থাৰ পৰিৱৰ্তনৰ চিন্তা কৰিব পৰা নাই। তাৰ বিপৰীতে তেওঁ জাতিৰ অতীত ঐতিহ্যৰ প্ৰতি নষ্টালজিক দৃষ্টি নিক্ষেপ কৰিছে আৰু ৰোমাণ্টিক যুগৰ লক্ষ্মীনাথ বেজবৰুৱা আদিৰ দৰে সেই ঐতিহ্যৰ দ্বাৰা উৎসাহিত হৈ বৰ্তমানৰ মুখামুখি হোৱাৰ প্ৰয়াস কৰিছে। যুদ্ধ-বিধ্বস্ত চল্লিছৰ ভাৰতীয় সমাজ-জীৱনলৈ নামি অহা ধুমুহা সদৃশ বিপদ-বিঘিনী দেখি কবি স্তম্ভিত হৈ পৰিছে আৰু 'আৰু ৰক্ষা নাই' বুলি মনৰ ব্যাকুলতা প্ৰকাশ কৰিছে ঃ

আজিযে আহিল ধুমুহা ইমান আৰুতো ৰক্ষা নাই
আৰুতো ৰক্ষা নাই
ৰক্ষা নাই—
ৰক্ষা নাই।[১৫]

শোষণ-নির্যাতনত জর্জৰিত সমাজৰ প্ৰতিনিধি স্বৰূপ কবিৰ শৰীৰ 'জীৰ্ণ'। সেই শৰীৰেৰে দায়িত্বশীল নাগৰিক হিচাপে কবিয়ে ৰক্ষা কৰিব বিচাৰে তেওঁৰ 'চেনেহী' ৰূপী অসমক। কবিয়ে জানে — 'শত বছৰ' দাসত্বত থাকি অৰ্থাৎ সাম্ৰাজ্যবাদী ইংৰাজৰ তলতীয়া হৈ থাকি অসম তথা ভাৰতীয় সমাজ পংগু হৈ পৰিছে। সাম্ৰাজ্যবাদীৰ ক'লা হাতোৰাৰ আঁচোৰত হেৰুৱাইছে নিজৰ ঐশ্বৰ্য-বিভূতি। শোষণ-নির্যাতনত জর্জৰিত এই জাতিটোৱেই আজি পুনৰ মুখামুখি হ'বলগীয়া হৈছে ধুমুহাৰূপী মহাযুদ্ধৰ ঃ

চেনেহী, তোমাৰ কোমল বুকু — ভয়ত কম্পিত বুকু —
জীৰ্ণ শৰীৰত মোৰ ধৰাহি চপাই
নহ'লে ৰক্ষা নাই।
আজি শত বছৰৰ দাসত্বৰ কত বেত্ৰাঘাত
——————————————
কৰণিত থকা মোৰ ককাদেউতাৰ পবিত্ৰ সাঁচিপাত
আজি তাত সিহঁতৰ, সেই সিহঁতৰ পদাঘাত
তেনে ৰক্ষা নাই
ৰক্ষা নাই।

আমি ইতিমধ্যে উল্লেখ কৰি আহিছোঁ যে কবি নেওগ কোনো বিপ্লৱী-প্ৰগতিশীল ৰাজনৈতিক দৰ্শনৰ দ্বাৰা প্ৰভাৱান্বিত হোৱা নাছিল।.তথাকথিত 'ৰাজনীতি নিৰপেক্ষ' ৰোমাণ্টিক কবিসকলৰ দৰে তেওঁৰ কবিতাত প্ৰকাশ পাইছিল প্ৰধানকৈ জাতীয়তাবাদী চিন্তা-চৰ্চা। এনে জাতীয়তাবাদেই তেওঁক উদ্বুদ্ধ কৰে — দুখৰ দিনত সমাজৰ লগত একেলগে থাকিবলৈ, দুখৰ ভাগী হ'বলৈ, একেলগে মৰিবলৈ ঃ

চেনেহী, তোমাৰ চকুৰ যত ৰুদ্ধ বেদনাৰ হিমালয় পমাই পমাই
শাওণৰ লুইতৰ ঢল নমাই আনিছে
সেই আটাই - পানীকে মোৰ বুকুত ঢালি

খাণ্ডৱ - দাহন আজি পেলোৱা শীতল

চল্লিছৰ দশকৰ অস্থিৰতা, ভয়াবহতা আৰু নাটনিৰ সময়ত সমাজৰ সাধাৰণ শ্ৰেণীৰ লোকে পছোৱাৰ প্ৰকোপত পৰা গছৰ হালধীয়া পাতৰ দৰে মৃত্যু পথৰ যাত্ৰীত পৰিণত হৈছে। অন্য এচাম লোকে অৱশ্যে যুদ্ধৰ সময়ত আত্মৰক্ষাৰ বাবে সাজু হৈছে। দেশপ্ৰেমত উদ্বুদ্ধ হৈ এই 'শৰাইঘাটৰ বীৰসকলে' 'হেলাৰঙে মৰণক বিদ্ৰূপ কৰিছে'। কাৰণ সাম্ৰাজ্যবাদীৰ পদানত হৈ জীয়াই থকাতকৈ মৰণেই শ্ৰেয় বুলি তেওঁলোকৰ বিশ্বাস জন্মিছে। চল্লিছৰ মহাযুদ্ধজনিত সংকট কালৰ এই ছবি কবিয়ে এনেদৰে অংকন কৰিছে ঃ

চোৱাচোন দলে দলে
তোমাৰ বুকুৰ পুতলীহঁতে
পছোৱাত উৰি ফুৰা ছিগি পৰা হালধীয়া পাতৰ নিচিনা
বতাহত কমাই ফুৰিছে।
সিহঁতৰ জীৱনত প্ৰলয়ৰ আহ্বান নামিছে।
আৰু চোৱা সেই শৰাইঘাটৰ গড়ৰ কাষতে
চিকিমিকি নাচিছে কৃপাণ
বতাহত নাচি উঠে যম-দণ্ড ম'হৰ টোকোন

মহাযুদ্ধৰ সময়ত দেশৰ সৰহ ভাগ লেখক-বুদ্ধিজীৱীয়ে ইংৰাজৰ নীতি সমৰ্থন কৰিছিল আৰু ফেছিষ্ট হিটলাৰৰ পতন কামনা কৰিছিল। কবি নেওগো আছিল তেনে এগৰাকী লেখক। হিটলাৰৰ সৈন্যৰ অসম আক্ৰমণক দেশৰ সৈন্যই বীৰত্বৰে প্ৰতিহত কৰিব নোৱাৰাটোক কবিয়ে কাপুৰুষালি বুলি ভাবে। সেই সময়ৰ সৰহভাগ লেখক-বুদ্ধিজীৱীৰ দৰে আমাৰ কবিয়েও আজাদ-হিন্দ ফৌজৰ বৃটিছ - ভাৰত আক্ৰমণকো সহজ ভাবে ল'ব পৰা নাছিল। তেওঁ এই আক্ৰমণক বদন বৰফুকনৰ সহযোগত হোৱা মানৰ অসম আক্ৰমণৰ লগত ৰিজাইছে ঃ

উঃ, ইহঁতেই মোৰ তেজ টোপা টোপে পিলে !
বুকুতে সোমাই বুকুতে উমাই বুকুতে কামুৰি দিলে !

নহলে ইমান ডকাইত, অতনা চোৰ-চাৰি
সিংহ দুৱাৰ মেলি কিয় সোমাবলৈ পালে !
বুজিছোঁ সকলো মোৰ বদনহঁতৰে ছলনা !
হায় বিধি ! তোমাৰ প্ৰতাৰণা !!

ৰোমাণ্টিক ভাৱ-ভংগীৰ পৰা কবি নেওগ তেতিয়াও মুক্ত হ'ব পৰা নাছিল। সেইবাবেই ৰোমাণ্টিক কবিৰ দৰেই চল্লিছৰ মহাযুদ্ধ সম্পৰ্কত তেওঁৰ শেষ সিদ্ধান্ত — এই যুদ্ধ 'মহাকাল' বা সময়েহে সৃষ্টি কৰিছে (যেন মানুহে সৃষ্টি কৰা নাই !)। মহাকালে যুদ্ধৰ পাছতে নতুন যুগৰ, 'সত্যযুগ'ৰ সৃষ্টি কৰিব। গতিকে, 'ইয়াত একো ভয় নাই' ঃ

চেনেহী
ভয়তে বাউলী তুমি !
নাই একো ভয় নাই।
সেয়া কামান নহয় — মহাকালে বজায় ডম্বৰু
সেয়া ধুমুহা নহয় — জাহ্নবীৰ পবিত্ৰ কল্লোল
সেয়া মাথোঁ নতুন যুগৰ অভিনৱ আহ্বান —
নৱ মিলেনিয়াম — সত্যযুগ যাক বোলে।

প্ৰগতিশীল জয়ন্তীত মহেশ্বৰ নেওগৰ কবিতা প্ৰকাশ পালেও তেওঁক জয়ন্তী স্কুলৰ কবি বুলি চিহ্নিত কৰিব পৰা নাযায়। কিয়নো চল্লিছৰ দশকত লিখা তেওঁৰ কবিতাবোৰত জয়ন্তীয়ে দেখুওৱা প্ৰগতিশীল ভাব-ভংগী প্ৰকাশ হোৱা নাছিল। তেওঁ তেতিয়া প্ৰধানতঃ নব্য ৰমন্যাসিক — যিয়ে কবিতাৰ আংগিকৰ পৰিবৰ্তন আনিবলৈ চেষ্টা কৰিছিল, কিন্তু ভাবৰ পৰিবৰ্তন আনিবলৈ চেষ্টা চলোৱা নাছিল। অৰ্থাৎ নতুন আংগিকত নেওগে চল্লিছৰ দশকত প্ৰধানকৈ ৰোমাণ্টিক কবিতা লিখিছিল। প্ৰগতিশীল জয়ন্তীৰ কাব্য-আন্দোলনে স্বকীয় ৰূপ লোৱাৰ সময়তো নেওগৰ কবিতাত ৰোমাণ্টিকতাৰ মাত্ৰা তেনেকৈ হ্ৰাস পোৱা নাছিল, তলৰ উদ্ধৃতিলৈ চালেই এই কথা বুজা যাব ঃ

তোমাৰ পদূলি পাওঁতেই মই, বলিল মলয়া
ছাটি হঠাতেই। গধূলিগোপালে ওৰণি গুচাই
কৰিলে কটাক্ষপাত। তীব্ৰগন্ধী হাচনা-হানাৰ
খোপাৰ মাজৰ আতৰৰ সাঁচতীয়া সঁফুৰাটি কাঢ়ি
সন্ধিয়াৰ দুষ্ট মলয়াই বাটে-পথে দিলে ছটিয়াই।
পদুলিৰ স্থল-পদ্ম পাহি মাটিলই পৰিল বাগৰি
চকুৰ আগতে মোৰ।[১৬]

মহেশ চন্দ্ৰ দেৱগোস্বামীয়ে চল্লিছৰ জয়ন্তীত প্ৰগতিশীল কবিতা লিখিছিল। দেৱগোস্বামী সমাজ আৰু সময় সচেতন কবি। তেওঁ তেতিয়া বুজি পাইছিল — অলীক কল্পনাৰ মায়াজাল গুঁথি কাব্য-চৰ্চা কৰাৰ দিন উকলি গৈছে। 'অন্নহীন দৰিদ্ৰৰ অন্তৰৰ কৰুণ-ক্ৰন্দন' আৰু মহাযুদ্ধজনিত অস্থিৰতা-অশান্তি-নাটনিৰ কৰাল গ্ৰাসত পৰি 'পিতৃহাৰা মাতৃহাৰা' হোৱা 'কত শত সন্তানেই যুগান্তৰৰ বুৰঞ্জী' জনোৱা শুনিও কবিসকলে অলীক ৰোমাণ্টিকতাৰ মায়া মোহৰ পৰা মুক্তহৈ বাস্তৱবাদী নোহোৱা দেখি তেওঁ ক্ষোভিত হৈ পৰিছে। কবিৰ এই ক্ষোভ প্ৰকাশ পাইছে — দেৱকান্ত বৰুৱাৰ 'অপ্ৰকাশ' কবিতাৰ পেৰডি ৰূপে ৰচনা কৰা একে নামৰ কবিতাটিত :

মোৰ বাবে কাব্য নেলেখিবা। মোৰ কথা শুনা; কাৰো বাবে
কাব্য নেলেখিবা,
অন্তৰৰ অলীক কল্পনা, কাব্যৰ ছন্দত গাঁথি
নষ্ট নকৰিবা।[১৭]

দেৱগোস্বামীয়ে ভাবে যে মানুহৰ সুখ-দুখৰ ছবি ফুটাই তুলি কবিতাক বাস্তৱবাদী কৰি তোলাতো কবিৰ সময়োচিত কৰ্তব্য। তাকে নকৰি কোনো কবিয়ে যদি পৰম্পৰাগত চিন্তা-ভাৱনাত উটি-ভাহি কবিতাৰ চৰ্চা অব্যাহত ৰাখিব বিচাৰে — তেন্তে তেওঁৰ সৃষ্টি সময়ৰ লগত খোজ মিলাব পৰা বিধৰতো নহয়ে, বৰং সি কবিতাৰ নামত 'কলংক-বিকাৰ'হে !

অন্তহীন অনুভূতি কাব্যত প্ৰকাশি তুমি পাৰা যদি

কৰা প্ৰতিকাৰ,
নোৱাৰিলে নকৰিবা মিছাকৈয়ে ছন্দবোৰ, কামৰেই
কলংক-বিকাৰ।

সময় সচেতন আছিল কাৰণে প্ৰগতিশীল জয়ন্তীৰ কাব্য-স্কুলৰ কবি দেবগোস্বামীৰ কবিতাত অলীক ৰোমাণ্টিকতা নাই। তেওঁ সমসাময়িক সমাজৰ মানুহৰ সুখ-দুখৰ ছবি তুলিবলৈ চেষ্টা চলাইছে তেওঁৰ কবিতাত। 'ক'ত ভগবান?' শীৰ্ষক কবিতাটিত কবিয়ে সহজ-সৰল ভাষাৰে এটি দৰিদ্ৰ পৰিয়ালৰ নিকৰুণ মৃত্যুৰ ছবি আঁকিছে ঃ মহামাৰীত পুত্ৰ - ভাৰ্যা হেৰুওৱা এক বৃদ্ধই তেওঁৰ জুপুৰীত নৰীয়া শিশু নাতিয়েকৰ সৈতে বাস কৰে। অমাৱস্যা ৰাতি ধুমুহা - বৰষুণত ঘৰ ভাঙি বুঢ়া আৰু নাতিয়েকৰ মৃত্যু হ'ল — এয়ে হ'ল কবিতাটিৰ বিষয়-বস্তু। প্ৰকৃতিৰ ভয়ানক ৰূপাংকনেৰে কবিতাটিৰ আৰম্ভণি কৰা হৈছে এইদৰে —

আঁউসীৰ ৰাতি।
গভীৰ আন্ধাৰ - ধুমুহা বৰষুণ শিল
জগত পোহৰ কৰা আৰু সন্ত্ৰস্ত কৰা
ক্ষন্তেকীয়া বিজুলীৰ ঘন ঘন ছাটি।
আৰু
চতুৰ্দিশে ত্ৰাসে কৰে উলঙ্গ নৰ্তন।[১৮]

প্ৰকৃতিৰ এই ভয়ংকৰ ৰূপৰ ত্ৰাসৰ পৰা ৰক্ষা পাবলৈ বৃদ্ধই ঈশ্বৰ আৰাধনা কৰিবলৈ ধৰে। কিন্তু দৰিদ্ৰক উদ্ধাৰ কৰিবলৈ ভগবানৰ শক্তি নাই। নিষ্ঠুৰ বাস্তৱৰ সম্মুখত ভগবানো তিষ্ঠি থাকিব পৰা নাই ! তেৰোঁ প্ৰকৃতিৰ ভয়ংকৰ ৰূপৰ ভয়ত পলাবলগীয়া হৈছে ! মানুহে বিশ্বাস কৰা ভগবান বোলা শক্তিটোৰ অস্তিত্ব সম্পৰ্কত কবিৰ মনত সন্দেহ উপজিছে। সেইবাবেই তেওঁ এনে ব্যঙ্গৰ অৱতাৰণা কৰিছে। আৰু, সেইবাবে কবিতাটিৰ নামকৰণ কৰা হৈছে — 'ক'ত ভগবান?'

আতুৰৰ থোকাথুকি মাতে
বুঢ়াই উঠে কৈ —

'ভগৱান ! ভগৱান !'
প্ৰকৃতিৰ তাণ্ডৱ নৃত্যত
ত্ৰস্ত ভগৱান কেনিবা পলায় !

নিষ্ঠুৰ বাস্তৱৰ কৱলৰ পৰা দৰিদ্ৰক ৰক্ষা কৰিবলৈ কোনো মানুহ আগবাঢ়ি আহিব নোৱাৰিলে। অলীক শক্তিৰ ওচৰত আত্ম-সমৰ্পন কৰিও তেওঁ উদ্ধাৰ নাপালে। ধুমুহা-বৰষুণে দৰিদ্ৰ বুঢ়াৰ সংসাৰ মহটিয়াই পেলালে :

ধুমুহা বিজুলী মেঘৰ গৰ্জন
একেলগে উঠে জাকি মাৰি।
গুৰি পচা বাহৰ খুটাৰ ঘৰ
সশব্দে বাগৰি পৰে চকুৰ পচাৰতে।
শান্ত হয় সকলোটি খন্তেক পিচতে।

কিন্তু অৰ্থনৈতিক আৰু সামাজিক সমস্যাই গ্ৰাস কৰি থকা সমাজখনৰ সকলো মানুহৰে এনে নিকৰুণ অৱস্থা নহয়। এই সমাজতে একাংশ এনে মানুহ আছে — যিয়ে সমাজৰ শত শত বিপদ - বিঘিনীৰ মাজতো নিশ্চিন্ত মনেৰে বিলাসী জীৱন যাপন কৰিব বিচাৰে। প্ৰচণ্ড আকাল আৰু অন্য দুৰ্যোগত পৰি মৃত্যুমুখত পৰা দৰিদ্ৰৰ মৃতদেহ যিটো সময়ত শিয়াল-কুকুৰৰ আহাৰত পৰিণত হৈছে, সেই শ্বাসৰুদ্ধ সময়তো অভিজাতসকলে ভোগ-বিলাসত মত্ত হৈ আছে। সমাজৰ এই নিষ্ঠুৰ অসাম্যৰ চিত্ৰ কবিয়ে কবিতাটিৰ শেষত এনেদৰে অংকন কৰিছে :

গুৰি পচা বাহৰ খুটাৰ ঘৰ
সশব্দে বাগৰি পৰে চকুৰ পচাৰতে।

——— ——— ———

শেষ ৰাতি —
আমিৰ ভোজত বহে।
শিয়ালৰ জাক —
সেই ভগা ঘৰৰ ভিতৰতে —

সদৰ্পে - নিৰ্ভয়ে।

মহেশ চন্দ্ৰ দেৱগোস্বামীৰ কবিতাৰ ভাষা সৰল-সহজ। তেওঁ উপমা আদি অলংকাৰ আৰু প্ৰতীক - চিত্ৰকল্পৰ তেনেদৰে ব্যৱহাৰ কৰা নাই। জয়ন্তী-স্কুলৰ অন্যান্য কবিৰ দৰে তেওঁৰ কবিতাতো সমাজ-চেতনা তীব্ৰ-ৰূপত প্ৰকাশ পাইছে।

মহেশ চন্দ্ৰ দেৱগোস্বামীৰ দৰে অমৃত ডেকাৰ কবিতাতো অংকিত হৈছে শ্ৰেণী-বৈষম্যৰ কৰুণ চিত্ৰ। চল্লিছৰ সাম্যবাদী সাহিত্য আন্দোলনৰ দ্বাৰা প্ৰভাৱান্বিত ডেকাই জয়ন্তীত নিজৰ নামৰ উপৰিও 'জীমুত' ছদ্মনামতো কবিতা লিখিছিল। 'ভিকহু' কবিতাত শ্ৰেণী-বৈষম্যৰ নিষ্ঠুৰ চিত্ৰ অংকিত হৈছে ঃ আন্ধাৰ নিশা শিল বৰষুণত পৰি ধনীৰ ঘৰলৈ আশ্ৰয় বিচাৰি যোৱা দৰিদ্ৰক ধনীয়ে আশ্ৰয় দিয়াৰ পৰিৱৰ্তে নিষ্ঠুৰ ভাবে খেদি দি পত্নীৰ সৈতে ৰোমাঞ্চত মত্ত হৈ পৰে ঃ

ঘোঁপমৰা আন্ধাৰ নিশা
বাহিৰত জিপ্‌জিপীয়া বৰষুণ,
— — —
ভিতৰত ধনীৰ বিলাস।
ধনীয়ে কয়, বঢ়িয়া বতৰ।
— — —
— বাবুজী ৰক্ষা কৰক —
বাহিৰৰ পৰা আহে কৰুণ মিঁনতি।
— ভাগ যা, ভাগ যা পাজি —
উত্তৰ মিলে তাৰ কপালত।[১১]

শিল বৰষুণত তিতি-বুৰি সেই নিশাই ভিকহুৰ মৃত্যু ঘটিল। ৰাতিপুৱা মৰা শ দেখিও ধনীৰ কোনো ধৰণৰ দুখবোধ নহ'ল। মৃতদেহলৈ লক্ষ্য কৰি আৰু এজাউৰি গালিহে সোধালে। শ্ৰেণী বিভক্ত সমাজৰ ধনী শ্ৰেণীক ধন-সম্পত্তিৰ অহংকাৰে কেনেদৰে অমানবীয় নিষ্ঠুৰ ৰূপ দান কৰে — তাৰ উজ্বল চিত্ৰ কবি ডেকাই 'ভিকহু'ত তুলি ধৰিছে। এই সমাজত কেৱল দৰিদ্ৰহে দৰিদ্ৰৰ প্ৰতি সহানুভূতিশীল — তাৰ

ইংগিতো কবিতাটিৰ শেষত দিয়া হৈছেঃ

বাতিপুৱা।
নৰ্দমাত বাগৰা - নিৰ্জীৱ দেহ
ভিকহুৰ।
অতদিনে মৰিও শেষ হ'ব নোৱাৰা
তাৰ সাংসাৰিক অস্তিত্বটোৰ
শেষ উলঙ্গ প্ৰকাশ।
ধনীয়ে কয় —
নৰকলৈ যা
মৰণটো মিলিল তোৰ ইয়াতেহে।
বাটেৰে দুখীয়াও যায় —
সিও কয় — হায়ৰে বেচেৰা।

সাম্প্ৰতিক কবিতা প্ৰধানতঃ নগৰীয়া - সভ্যতাৰ বিচাৰ - বিশ্লেষণ যদিও অমৃত ডেকাৰ কবিতাত গাঁৱলীয়া কৃষকৰ সংগ্ৰামশীল জীৱনৰ চিত্ৰও আছে। ডেকাই 'জীমুত' ছদ্মনামত জয়ন্তীত লিখা 'মই আৰু কবি' শীৰ্ষক কবিতাত খেতিয়ক আৰু কবিৰ সম্পৰ্কৰ কথা লিখিছে। কৃষকৰ লগত একাত্মা অনুভৱ কৰা প্ৰগতিশীল কবি ডেকাই প্ৰকাশ কৰিছে যে কৃষকে দুখময় জীৱন যাপন কৰিও 'নিৰ্জীৱ পথাৰ সজীৱ কৰি' 'বিৰাট প্ৰাণ' সৃষ্টি কৰে। কৃষকৰ সেই সৃষ্টিকে লৈ কবিয়ে 'বিশাল বিশ্বৰ অমৰ গান' ৰচনা কৰে ঃ

মই নিৰ্জীৱ পথাৰ
সজীৱ কৰি
সৃজন কৰোঁ বিৰাট প্ৰাণ
তুমি তাকে লৈ ৰচা
বিশাল বিশ্বৰ
অমৰ গান।[২০]

কবি ডেকাই বিশ্বাস কৰে যে কবিতাত সমাজৰ সুখ-দুখৰ প্ৰতিচ্ছবি ফুটি উঠিলেহে কবিৰ কাব্য-জীৱনে সাৰ্থকতা লাভ কৰে। জয়ন্তী-স্কুলৰ অন্যান্য সকলৰ দৰে ডেকাৰো বিশ্বাস — কলা কলাৰ বাবে নহয়, ই মানুহৰ বাবেহে। সেইবাবে তেওঁ ক'ব বিচাৰে যে কবি আৰু কৃষকৰ সম্পৰ্ক তেতিয়াহে সাৰ্থক সম্পৰ্কত পৰিণত হ'ব যেতিয়া কবিতাত কৃষকৰ সুখ-দুখৰ জীৱন্ত ছবি ফুটি উঠে। গতিকে, জনমুখী চিন্তা-চৰ্চা প্ৰকাশ কৰি কবিতাৰ চৰ্চা কৰিবলৈ লোৱা কবি সকলহে 'ধন্য' বুলি তেওঁ ক'ব বিচাৰে ঃ

মই দীন
মোৰ জীৱনৰ দীনতাই
কৰে হাহাকাৰ,
তুমি ধন্য
যদি মোৰ হাহাকাৰে
তোমাৰ অন্তৰ
কৰে তোলপাৰ।

সমাজ-সচেতন কবি অমৃত ডেকাই জানে যে পুঁজিবাদী সমাজত কৃষকৰ অৱস্থা সন্তোষজনক হ'ব নোৱাৰে। কৃষকে যি জীৱন ব্ৰত লৈ সৃষ্টিকৰ্মত নিয়োজিত হৈ পৰে, সমাজ-ব্যৱস্থাই প্ৰত্যক্ষ বা পৰোক্ষ ভাবে সৃষ্টি কৰা নানা সমস্যাত জৰ্জৰিত হৈ পৰি সেই কৰ্মৰ পৰাও ক্ৰমে তেওঁ আঁতৰি আহিবলৈ বাধ্য হৈ পৰে। অথবা, সেই সৃষ্টি-কৰ্মত নিয়োজিত হৈ থাকিলে আগৰ উৎসাহ-উদ্দীপনা হেৰুৱাই পেলায়। এনে অৱস্থাত কবিৰ দায়িত্ব আহি পৰে। জন-দৰদী কবিয়ে কৃষকৰ প্ৰকৃত অৱস্থা, কৃষকৰ জীৱন-সংগ্ৰামৰ ছবি কবিতাত ফুটাই তুলি সমাজক জাগ্ৰত কৰি তুলিব পাৰে — কৃষকৰ অধিকাৰ ৰক্ষাৰ হকে সংগ্ৰাম চলাবলৈ। তেতিয়াহে কবি প্ৰকৃততে জনতাৰ কবি বুলি যুগ-যুগলৈ চিহ্নিত হ'ব। কবিতাটিৰ সামৰণিত এনে ভাব প্ৰকাশ কৰি কবিয়ে লিখিছে ঃ

মোৰ বাস্তৱ সৃষ্টি

দুদিনৰ মাথোঁ
দুদিনতে মোৰ
জীৱন শেষ,
তোমাৰ-অমৰ ৰচনাই
দেশ-দেশান্তৰে
যুগ-যুগলৈ
তোমাক পিন্ধাই
আমাৰ বেশ।

অমৃত ডেকাৰ কবিতাৰ ভাষাও সৰল-সহজ। কবিতাৰ আংগিকৰ প্ৰতি তেওঁ কিছু সচেতন। জ্যোতিপ্ৰসাদ আগৰৱালাৰ অনুকৰণত 'মই আৰু কবি' শীৰ্ষক কবিতাত তেওঁ অন্ত্যানুপ্ৰাস অলংকাৰ প্ৰয়োগৰ প্ৰচেষ্টা চলাইছে।

মথুৰা গোস্বামীও চল্লিছৰ এগৰাকী প্ৰগতিশীল কবি। এওঁৰ 'চাহপাত' শীৰ্ষক কবিতাত প্ৰকাশ পাইছে শ্ৰমিকক পুঁজিপতি শোষকে কৰা বঞ্চনাৰ কথা। মহাযুদ্ধৰ অস্থিৰতাই অভাৱনীয় ভাৱে মূল্যবৃদ্ধি কৰাৰ সময়তো মাত্ৰ 'ছ-অনীয়া হাজিৰাটো'ৰে শ্ৰমিকে চাহ-বাগিছা 'সেউজীয়া' কৰি তোলে। কিন্তু সেই 'সেউজীয়া' বাগিছাৰ মালিকৰ কাৰণেহে 'সঁচা'; শ্ৰমিকৰ কাৰণে তেনেই 'মিছা' ঃ

সেউজীয়া চাহনিখন
ছ-অনীয়া হাজিৰাটোৰ
ৰঙ-চুৰা তেজ টোপালৰ,
প্ৰাণৰ মমতাত দিয়া
পৰশটোৰ সজীৱতাত
আৰু সজীৱ হৈ উঠে
সঁচা;

— — —

কোচত কেঁচুৱা বন্ধা
তিৰোতাজনীৰ

আদিম কালৰ গতানুগতিকতাত চলা
প্ৰাণটোৰ কাৰণে
সেউজীয়াখিনি
সঁচাকৈয়ে মিছা।[২৯]

শ্ৰমিকে-কঠোৰ শ্ৰম কৰিও উচিত দা-দৰমহা নাপায়। আনহাতে শ্ৰমিকৰ শ্ৰমৰ বিনিময়তে মালিকগোষ্ঠীয়ে বিপুল সা-সম্পত্তিৰ গৰাকী হৈ লাহ-বিলাহত দিন কটাবলৈ লৈছে। কবিতাটিত কবিয়ে শ্ৰেণী-বৈষম্যৰ এই নিষ্ঠুৰ ছবি আঁকিয়ে ক্ষান্ত আছে, শ্ৰমিকৰ মুক্তিৰ কোনো পথৰ ইংগিত তেওঁ দিয়া নাই। দৰিদ্ৰ শ্ৰমিকৰ প্ৰতি সমমৰ্মিতা প্ৰকাশ কৰি কবি অমূল্য বৰুৱাই যিদৰে তেওঁৰ কয়লা কবিতাত শ্ৰেণী - বৈষম্যৰ নিষ্ঠুৰতাৰ ছবি আঁকিছে, সেইদৰে মথুৰা গোস্বামীয়েও শ্ৰমিকৰ প্ৰতি সহানুভূতি প্ৰকাশ কৰি, শ্ৰেণী-বৈষম্যৰ ওপৰত আলোকপাত কৰিছে। কবিয়ে অনুভৱ কৰে চাহপাতৰ মদৰুৱা ৰস যেন শ্ৰমিকৰ মৰা-তেজৰহে অন্য ৰূপ ঃ

ৰ'লাৰৰ চেপা-খুন্দা খোৱা
চাহপাত কেইটাৰ
মদৰুৱা ৰস কেইটোপাল
সেই সৰু প্ৰাণটোৰ
মুক ব্যথাৰ
মৰা - তেজৰেই -ৰূপান্তৰ।

গোস্বামীৰ এই কবিতাটিৰ শৈলী আটিল। কবিৰ ব্যংগাত্মক দৃষ্টি কবিতাটিৰ অন্য এটি আকৰ্ষণীয় কথা। ওপৰৰ পংক্তিটোৰ উপৰিও কবিতাটিৰ শেষৰ পংক্তিটোৰ আবেদন মৰ্মস্পৰ্শী। এই পংক্তি দুটাৰ ব্যঞ্জনাই পাঠকৰ মন সহজে জয় কৰে ঃ

সীহৰ পাতত সজাই - পৰাই
বজাৰৰ শোভা বঢ়োৱা
ব্ৰুক-বণ্ড টী
শোষিতৰ ৰুচিৰ বলিত

আজিৰ সভ্যতাত
ক্লান্ত স্নায়ুৰ অৱসাদ দূৰ কৰা
সৰ্বশ্ৰেষ্ঠ ইন্‌ভিগৰেট্‌ৰ।

চল্লিছৰ আন এগৰাকী কবি আব্দুছ্ ছাত্তাৰৰ কবিতাতো ফুটি উঠিছে দৰিদ্ৰ জনতাৰ প্ৰতি দৰদ। মহাযুদ্ধ আৰু দেশৰ স্বাধীনতা সংগ্ৰামজনিত অস্থিৰতা-অশান্তি -আকালে যিদৰে সমাজৰ একাংশ মানুহক পথৰ ভিকহুত পৰিণত কৰে, সেইদৰে সেই সমাজতে সুবিধাবাদী সকলে অসৎ উপায় অবলম্বন কৰি অজস্ৰ ধন-সম্পত্তিৰ গৰাকী হৈ পৰে। এইদৰে ধনী হৈ পৰা শ্ৰেণীটোৰ সাধাৰণ শ্ৰেণীৰ প্ৰতি সামান্য সহানুভূতিও নোহোৱা হৈ পৰে। ধন-সম্পত্তিৰ পিছে পিছে দৌৰি তেওঁলোক যেন মানুহৰূপী যন্ত্ৰত পৰিণত হয়। সেইবাবে দৰিদ্ৰৰ দুখৰ কথা শুনাৰ পাছতো তেওঁলোকৰ মুখৰ পৰা যন্ত্ৰবৎ ওলাই আহে এটা মাথোন শব্দ — 'অ'-কে'। সমাজৰ ধনী শ্ৰেণীৰ এনে হৃদয়হীন আচৰণৰ ছবি আঁকিছে কবি ছাত্তাৰে তেওঁৰ 'অ'কে' শীৰ্ষক কবিতাত ঃ

বাবু তিনিদিন ভাত নাই
বুঢ়ীৰ আৰু মাত নোলায়
বাবুয়ে হাঁহি মাৰি কই —
'অ' কে'।।[২২]

'অ'-কে' কবিতাত কবিয়ে ব্যংগ দৃষ্টিৰে অংকন কৰিছে সমসাময়িক সমাজৰ অসাম্যৰ স্বৰূপ।[২৩] অন্ন-বস্ত্ৰ-বাসস্থানৰ অভাৱত সমাজৰ একাংশ মানুহে ত্ৰাহি মধুসূদন সুঁৱৰিবলৈ লোৱা অৱস্থাও হৃদয়হীন ধনীৰ কাৰণে — অ'কে (O.K.) অৰ্থাৎ সঠিক অৱস্থা। কবি ছাত্তাৰে মথুৰা গোস্বামীৰ দৰে ধনীৰ এনে নিষ্ঠুৰ ৰূপ আৰু দৰিদ্ৰৰ অসহায় অৱস্থাৰ চিত্ৰ সুন্দৰকৈ অংকন কৰিছে যদিও সেই অসাম্য আঁতৰোৱাৰ কোনো উপায়ৰ ইংগিত দিয়া নাই। দৰিদ্ৰ শ্ৰেণীয়ে যেন তেওঁলোকৰ ওপৰত চলা অন্যায় - অত্যাচাৰক সহজ ভাৱেই গ্ৰহণ কৰিছে — এনে ইংগিতহে আলোচ্য কবিতাটিত প্ৰকাশ পাইছে।

জয়ন্তীয়ে আৰম্ভ কৰা প্ৰগতিশীল কাব্য-আন্দোলনটো পছোৱাৰ সময়তো যিসকল কবিয়ে সজীৱ কৰি ৰাখিবলৈ চেষ্টা চলাইছিল, সেইসকলৰ ভিতৰত **নলিনীধৰ ভট্টাচাৰ্য্য** অন্যতম। পছোৱাৰ সময়ত ভাৰতবৰ্ষই বহু প্ৰতীক্ষিত আৰু আকাংক্ষিত স্বাধীনতা লাভ কৰিছে। অনেক অশান্তি, অঘটনৰ মাজেৰে আহিছে এই স্বাধীনতা। তথাপি তাকে লৈ সমাজৰ অন্যান্যসকলৰ লগতে কিছু সংখ্যক লেখক-বুদ্ধিজীৱীও আশ্বস্ত হৈছিল। অন্য কিছুমানে কিন্তু সামাজিক আৰু অৰ্থনৈতিক স্বাধীনতা অবিহনে ৰাজনৈতিক স্বাধীনতা অৰ্থহীন বুলি বিবেচনা কৰিছিল। গতিকে দেশৰ নৱলব্ধ স্বাধীনতাই তেওঁলোকক আশ্বস্ত কৰিব পৰা নাছিল। এই সকল লেখকৰ সৰহভাগেই আছিল — বাওঁপন্থী আৰু সমাজবাদী শিবিৰৰ। তেতিয়াৰ তৰুণ কবি নলিনীধৰ ভট্টাচাৰ্য্যও আছিল তেনে এগৰাকী কবি। পছোৱাত প্ৰকাশিত ভট্টাচাৰ্য্যৰ প্ৰথম কবিতা 'মোৰ দেশ'ত প্ৰকাশ পাইছে 'স্বাধীন' ভাৰতৰ সামাজিক আৰু অৰ্থনৈতিক অসাম্য আৰু অশান্তিৰ কথা ঃ

ভেদা-ভেদ, কলহ, তিক্ততা
দীনতা, হীনতা
আছে মাথোঁ চৌদিশ টৌৱাই
শস্য-শ্যামলা দেশৰ বুকুত।[২৪]

প্ৰগতিশীল কাব্য-স্কুলত দীক্ষা লোৱা নলিনীধৰ ভট্টাচাৰ্য্যই লক্ষ্য কৰিছে যে দেশে স্বাধীনতা পালেও দেশৰ মেহনতি জনতাৰ জীৱনলৈ কোনো ধৰণৰ পৰিবৰ্তন অহা নাই। তেওঁলোকৰ মন পৰাধীন যুগৰ দৰেই 'নিৰাশাৰ কুঁৱলীৰে ভৰা'। শ্ৰেণী-বৈষম্যৰ ক'লা হাতোৰাৰ চেপাৰ পৰা তেওঁলোক এতিয়াও মুক্ত হ'ব পৰা নাই। 'জুই লগা দেশ'খনত তেওঁলোকে এতিয়াও 'খণ্ড পৃথক জীৱন' যাপন কৰি থাকিব লগা হৈছে ঃ

সৌ মানুহটোৰ —
মাটিৰ মানুহটোৰ জীৱন আকাশ
নিৰাশাৰ কুঁৱলীৰে ভৰা;

........ ........ ........ ........ .........

জুই লগা দেশ—খণ্ড পৃথক জীৱন
হেৰাল সংহতি, ভাগি গ'ল সোণৰ সপোন।

দেশৰ এনে দুৰৱস্থাই কবিক অৱশ্যে নিৰাশ কৰিব পৰা নাই। কাৰণ তেওঁ লক্ষ্য কৰিছে যে শ্ৰেণী বিভক্ত সমাজ ব্যৱস্থাৰ পৰিৱৰ্তনৰ বাবে জনতা ক্ৰমে সংগ্ৰামৰ পথলৈ আগবাঢ়িবলৈ লৈছে। গতিকে সোনকালেই দেশৰ লাঞ্ছিত আৰু পদদলিত জনতাই প্ৰকৃত স্বাধীনতাৰ মুখ দেখিবলৈ পাব। কবিৰ এনে আশা প্ৰকাশ পাইছে কবিতাটিৰ শেষৰ পংক্তিটোত ঃ

তথাপিতো
তেজ-ৰঙা পথৰ মাজত
দেখো সমদল
জনতাৰ বিশাল বাহিনী
মৰি মৰি জী উঠে, আগবাঢ়ে
নাই বিভীষিকা — নাই ভয় দীপ্ত পদধ্বনি।

নলিনী ভট্টাচাৰ্য্যৰ 'লেম্প্ প'ষ্ট' শীৰ্ষক কবিতাতো প্ৰকাশ পাইছে শ্ৰেণী-বিভক্ত সমাজৰ অৰ্থনৈতিক অসাম্যৰ কথা। কবিয়ে অনুভৱ কৰিছে যে ৰাস্তাৰ কাষৰ লেম্প প'ষ্টটোৰ দৰেই সমাজৰ দৰিদ্ৰ জনতাৰ জীৱন নিৰাপত্তাহীন আৰু কণ্টকপূৰ্ণ। লেম্প প'ষ্টটোৰ দৰে অনেক অনাদৰ, অৱহেলা মূৰ পাতি লৈ আনৰ সুখ-শান্তিৰ বাবে মেহনতি জনতাই কৰ্ম কৰি যাব লাগে। 'পইচাৱালা'বোৰে 'ৰাতিৰ প্ৰহৰী' লেম্প প'ষ্টক উপেক্ষা কৰি গাড়ীৰে পাৰহৈ যায়। তেনে 'উপেক্ষা'ই মিলে মেহনতি জনতাৰ ভাগ্যত। গতিকে 'কাৰখানাৰ বনুৱা' আৰু 'লেম্প প'ষ্ট' — উভয়ে অৱহেলিত, উপেক্ষিত। সেইবাবেই সিহঁতৰ মাজত যেন গঢ়ি উঠে বন্ধুত্ব ঃ

আউসীৰ নিশা আন্ধাৰত
চাৰি আলিটোৰ চুকত অকাৰণতে থিয় হই
থাকে লেম্প প'ষ্টটো।

যেন সি পোহৰৰ এটা প্ৰেতাত্মাহে
ৰাতিৰ প্ৰহৰী।
কাযেদি পইচাবালাৰ গাড়ীখন তাক উপেক্ষা
কৰিয়েই গুচি যায়।
কাৰখানাৰ বনুৱাটো আহে।
সি সেইপিনেদি যাওঁতে
চাই ৰয় লেম্প প'ষ্টটোৰ ফালে।[২৫]

দৰিদ্ৰ শ্ৰমিকৰ জীৱন-সংগ্ৰামলৈ লক্ষ্য কৰি কবিয়ে অনুভ ব কৰিছে যে লেম্প প'ষ্ট আৰু শ্ৰমিকৰ মাজত বিশেষ পাৰ্থক্য নাই। লেম্প প'ষ্টটোৰ দৰেই শ্ৰমিকে বিনা প্ৰতিবাদে অন্যায়, অত্যাচাৰ, অবহেলা সহ্য কৰিও মালিকৰ সুখ-শান্তিৰ বাবে অহৰ্নিশে খাটিছে। গতিকে শ্ৰমিক জীয়া মানুহ হ'লেও লেম্প প'ষ্টটোৰ দৰেই 'নিষ্প্ৰাণ, নিস্পন্দ, বৈচিত্ৰ্যহীন তাৰ জীৱন' ঃ

তাৰ আৰু লেম্প প'ষ্টটোৰ মাজত
ব্যৱধান জানো কিবা আছে?
সি 'জীয়া' হ'লেও তাৰ দৰেই
নিষ্প্ৰাণ, নিস্পন্দ, বৈচিত্ৰ্যহীনতাৰ জীৱন।

ভট্টাচাৰ্য্যৰ এই কবিতাটিয়ে স্বাভাৱিকতে মনলৈ আনে হেম বৰুৱাৰ জয়ন্তীত প্ৰকাশিত কবিতা 'পূজা'ৰ স্মৃতি। 'পূজা' কবিতাত হেম বৰুৱাই প্ৰকাশ কৰিছিল যে বাটৰ কাষৰ লেম্প প'ষ্ট আৰু দৰিদ্ৰ জনতাৰ মাজত কোনো পাৰ্থক্য নাই। এই কবিতাৰ প্ৰভাৱ নলিনীধৰ ভট্টাচাৰ্য্যৰ কবিতাটিত স্পষ্ট। তলৰ উদ্ধৃতিয়ে এই কথা প্ৰমাণ কৰিব ঃ

আমি মৰিছোঁ চকু কণা হোৱা
বাটৰ ধূলি খায়।
ৰাস্তাৰ দাঁতিৰ ধূলিৰে ভৰা লেম্প প'ষ্টটোৰ
দশাই আমাৰ 'ছোট লোকৰ' দশা।

আমাৰ আৰু জীৰ্ণ-শীৰ্ণ লেম্প প'ষ্টটোৰ
মাজত কিটো পাৰ্থক্য?[২৬]

সমাজ সচেতন কবি নলিনী ভট্টাচাৰ্য্যই লক্ষ্য কৰিছে যে শ্ৰেণী-বৈষম্যই পীষ্ট কৰা সমাজে নাজানে যে দৰিদ্ৰৰ জীৱন ক্ৰমে অৰ্থহীন হৈ পৰিছে। তেওঁলোকৰ কাৰণে যেন জীৱন আৰু মৰণ একে হৈ পৰিছে। তথাপিও অভাবৰ তাড়নাত পৰি দৰিদ্ৰই কেতিয়াবা ভাবে — তেওঁৰ জীৱনৰ পৰা দুখ-যন্ত্ৰণা কেতিয়া আঁতৰি যাব? সভ্য মানুহৰ দৰে জীৱন তেওঁ কেতিয়া লাভ কৰিব ঃ

শেষ নিশা সাৰ পাই দেখে —
কুঁৱলী-আন্ধাৰ লেম্প প'ষ্টটো
নিৰ্ব্বিকাৰভাবে আগৰ দৰেই বৈ থাকে।
সি ভাবে —অন্ধকাৰ কেতিয়া আঁতৰিব?
দিনৰ পোহৰ সি কেতিয়া পাব?

জয়ন্তীগোষ্ঠীৰ কবিতাৰ দ্বাৰা প্ৰভাৱান্বিত নলিনী ভট্টাচাৰ্য্যৰ 'পূজা' শীৰ্ষক কবিতাতো প্ৰকাশ পাইছে শ্ৰেণী-বৈষম্যৰ কদৰ্য ৰূপ। কবিয়ে লক্ষ্য কৰিছে যে অৰ্থনৈতিক অসাম্যই সমাজৰ সিংহভাগ মানুহৰ জীৱন দুৰ্বিষহ কৰি তুলিছে। আঢ্যৱন্ত শ্ৰেণীৰ শোষণৰ কৱলত পৰি কক্‌বকাই থকা জনতাৰ দুখ আঁতৰাবলৈ শাসকৰ ইচ্ছা নাই, প্ৰচেষ্টা নাই। আনকি পূজাৰ 'গোসানী'ও ধনীৰ ফলীয়া হৈ পৰিছে ঃ

তোৰ জীৱনৰ যোৱাৰ বাটত আন্ধাৰ আহিছে নামি —
উৰুখা পঁজাৰ দুৱাৰ কোণত কান্দিলে কি হ'ব আজি ?
জীৱন যুঁজত ভাগৰি পৰিছ গৰল কৰিছ পান —
আজি তোৰ গোসানীয়ে তোৰ দুখলই কৰিছেনে বাৰু কাণ ?[২৭]

প্ৰগতিশীল কবি ভট্টাচাৰ্য্য অৱশ্যে আশাবাদী ঃ সমাজৰ পৰা অসাম্য আঁতৰি যাব আৰু সাম্যবাদ প্ৰতিষ্ঠা হ'ব। তেতিয়া দৰিদ্ৰ জনতাৰ ভাগ্যাকাশ মুকলি হ'ব। কবিৰ অনুভৱ— ধনীৰ 'পূজা'ৰ নায়িকা 'দশভূজা' 'জনতাৰ পূজা' ৰূপী সংগ্ৰামৰ

'নায়িকা' নহয়; জনতা নিজেই সেই পূজাৰ নায়ক। গতিকে নিৰাশ হোৱাৰ কাৰণ নাই —

"আজি দশভূজা নহয় নায়িকা নিৰাশ নহবি ভাই —
ডাবৰ ফালি ওলাব সূৰুয বেছি পৰ নাই।"

চল্লিছৰ দশকতে প্ৰগতিশীল কবিতা ৰচনা কৰিবলৈ লোৱা ভট্টাচাৰ্য্য বয়সত তেতিয়া নবীন যদিও তেওঁৰ কবিতাত পৈণত চিন্তাই প্ৰকাশ পাইছে। তেওঁৰ কবিতাৰ ভাষা শক্তিশালী। উপমা, ৰূপক আদি অলংকাৰৰ উপৰিও প্ৰতীকৰো ব্যৱহাৰ হৈছে তেওঁৰ কবিতাত। বলিষ্ঠ আশাবাদ তেওঁৰ কবিতাৰ সম্পদ স্বৰূপ।

প্ৰগতিশীল জয়ন্তীত গল্পৰ সাধনা কৰা **বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যই** পছোৱাত গল্পৰ উপৰি কবিতাও লিখিছিল। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যও জয়ন্তী-স্কুলৰ প্ৰভাৱেৰে প্ৰভাৱান্বিত। নলিনীধৰ ভট্টাচাৰ্য্যৰ দৰে তেওঁকো দেশৰ নৱলব্ধ স্বাধীনতাই আশ্বস্ত কৰিব পৰা নাই। 'মোৰ মুক্তি নাই' শীৰ্ষক কবিতাত কবিয়ে দোহাৰিছে যে দেশে দেশে সাম্ৰাজ্যবাদৰূপী পুঁজিবাদৰূপী 'দস্যুৰাজ' প্ৰতিষ্ঠিত হোৱাৰ কাৰণেই জনতাৰ দুখ কুলাই পাচিয়ে নধৰা হৈছে ঃ

বিশ্বজয়ী দস্যুৰাজ হ'ল প্ৰতিষ্ঠিত
দেশে দেশে নগৰে নগৰে
ঘৰে ঘৰে তুলি হাহাকাৰ।[২৮]

নিজ দেশৰ পিনে লক্ষ্য কৰি কবিয়ে কৈছে যে ভাৰতবৰ্ষই যি স্বাধীনতা পাইছে সিয়ে জনতাক 'স্বাধীন' কৰিব নোৱাৰে। স্বাধীন দেশৰ পৰাধীন নাগৰিক হিচাপে তেওঁলোকে পুনৰ অন্ন-বস্ত্ৰ-বাসস্থানৰ কাৰণে হাহাকাৰ কৰিবলগীয়া হৈছে ঃ

স্বাধীন দেশত আজি পৰাধীন মই,
মোৰ মুক্তি নাই,
খোৱা, পিন্ধা, থকা ঘৰ বিচাৰি নাপাই,
য'তে যাওঁ, ততে পাওঁ
মহাশূন্য এই জীৱনত।

দ্বিতীয় মহাযুদ্ধৰ সময়ত অভাৱনীয় ভাবে উৰ্দ্ধমুখী হোৱা দ্ৰব্য-মূল্য যুদ্ধৰ পৰৱৰ্তী কালতো নিম্নমুখী নহ'ল। সমাজৰ লাভখোৰ মহাজন-ব্যৱসায়ীসকলে জনতাক কৰা শোষণ কাৰ্য স্বাধীনতাৰ পাছতো অব্যাহত থাকিল। ফলত দেশৰ জনতাৰ জীৱন দুৰ্বিষহ হৈ পৰিল : এই নিষ্ঠুৰ সত্য প্ৰকাশ কৰি কবিয়ে লিখিছে :

বজাৰৰ বস্তুবোৰে ভয়লগা ভাবে নিতে
মূৰ তুলি চাই, দূৰতে নিষেধ কৰে
ঘূৰি যাবলৈ।
কয় মোক কাণে কাণে আহি
'ৰণৰ সুযোগ পাই ছগুণ বঢ়ালো।'
হুমুনিয়াহ এটি সৰি পৰে,
জীৱনো পৰিব খোজে, ভৱিষ্যতৰ আশংকাত ভাগি।

জন-দৰদী কবি ভট্টাচাৰ্য্যই পৰাধীন ভাৰতৰ দৰে স্বাধীন ভাৰততো দুৰ্নীতিৰ বেহা চলি থকা দেখি ক্ষোভিত আৰু ব্যথিত হৈ পৰিছে। ব্যথিত কবিয়ে আৰু লক্ষ্য কৰিছে — ধনীৰ দ্বাৰাই নিয়ন্ত্ৰিত হৈছে দেশৰ আইন-কানুন :

আইনো মোলান পৰে মৰমৰ কিৰণ ছাঁত।
যিবোৰে চলায় দেশ, সিবোৰৰ সতে
চলে কিনো গুপুত পীৰিতি।
সৰগত চলে হায় ধনী আৰু আধুনিক দেৱতাৰ মেল।

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যও আশাবাদী কবি। তেওঁ বিশ্বাস কৰে যে দেশৰ জনতাই সোনকালেই সংগ্ৰামৰ পথত অগ্ৰসৰ হ'ব — সমাজৰ পৰা অসাম্য আঁতৰাই দেশক প্ৰকৃতাৰ্থত স্বাধীন কৰিবলৈ। এই সংগ্ৰামত কবিয়ে মধ্যবিত্ত শ্ৰেণীকো জড়িত কৰাৰ পক্ষপাতি। কাৰণ, 'অভাবৰ তাড়নাত' মধ্যবিত্তৰো 'ক্ষত-বিক্ষত চিত্ত'। কবিৰ বিশ্বাস মধ্যবিত্ত শ্ৰেণীৰ সহযোগত পুঁজিবাদীৰ বিৰুদ্ধে চলা মেহনতি জনতাৰ সংগ্ৰাম সফল হ'ব :

লাখে লাখে জাগিছে বনুৱা,

গাঁৱে গাঁৱে জাগিছে কৃষক,
মই মধ্যবিত্ত
ক্ষত-বিক্ষত চিত্ত, অভাবৰ তাড়নাত মোৰ।
তথাপিতো সমুখত দেখিছোঁ মাথোন
এই ৰণতেই জ্বলা আশাৰ পোহৰ,
অভাবৰ অচিৰে মৰণ।

পছোৱাত বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ মাত্ৰ এইটো কবিতাই প্ৰকাশ পাইছিল। চল্লিছৰ দশকত তেওঁ গল্প ৰচনাতহে ব্যস্ত হৈ পৰিছিল। সেইবাবেই সেই সময়ছোৱাত ৰচিত তেওঁৰ কবিতাৰ সংখ্যা কম। 'মোৰ মুক্তি নাই' শীৰ্ষক দীঘলীয়া কবিতাটিৰ গাঠনি শিথিল; কিন্তু ভাষা শক্তিশালী। প্ৰগতিশীল কবি হিচাপে নিৰ্ভীক ভাবে তেওঁ সমসাময়িক ভাৰতীয় সমাজৰ অসাম্য-অনীতিৰ ছবি অংকন কৰিছে।

পছোৱাত প্ৰগতিশীল কবিতা ৰচনা কৰা আন এগৰাকী কবি হ'ল **ঘনকান্ত চেতিয়া ফুকন**। এওঁৰ 'পছোৱা', 'প্ৰহসন' আৰু 'যুগভেৰী' নামৰ কবিতা তিনিটা আলোচনীখনৰ ক্ৰমে ৪ৰ্থ, ৬ষ্ঠ আৰু ৮ম সংখ্যাত প্ৰকাশ পাইছিল। চেতিয়া ফুকনৰ কবিতাত প্ৰকাশ পাইছে — শোষণ-অত্যাচাৰ-অবিচাৰেৰে কলংকিত পৃথিৱীক নতুনকৈ গঢ়াৰ আকাংক্ষা। জন-বিপ্লৱৰ জৰিয়তে গঢ় দিব পৰা এই নতুন পৃথিৱীত 'শোষকৰ শাসনৰ অত্যাচাৰ অবিচাৰ' নাথাকিব ; সাম্যবাদৰ পোহৰত সমাজৰ সকলোৱে উপকৃত হ'ব আৰু মানৱতা হ'ব তাৰ আদৰ্শ স্বৰূপ ঃ

আজিও
পছোৱাৰ আৱশ্যক —
কত ভঙ্গা-গঢ়াৰ মাজেদি
পাম আমাৰ নতুন পৃথিৱী
য'ত শোষকৰ শাসনৰ —
অত্যাচাৰ অবিচাৰ
শেষ হই —

মানৱতাৰ শ্ৰেষ্ঠ আদৰ্শৰ হ'ব
নতুন প্ৰচাৰ।[২৯]

নলিনীধৰ ভট্টাচাৰ্য্য আৰু বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ দৰে ঘনকান্ত চেতিয়া ফুকনকো দেশৰ নৱলব্ধ স্বাধীনতাই আশাবাদী কৰি তুলিব পৰা নাছিল। সেইবাবে তেওঁ আৰু এটা বিপ্লৱৰ প্ৰয়োজনীয়তা অনুভৱ কৰিছিল — যাৰ দ্বাৰা শ্ৰেণী-বিভক্ত সমাজৰ পৰা অসাম্য আঁতৰাব পৰা যাব। এই সাম্যবাদী বিপ্লৱক শক্তিশালী পছোৱাৰ লগত তুলনা কৰি কবিয়ে লিখিছে যে এই বিপ্লৱৰ জৰিয়তে ধূলিস্যাৎ হ'ব পুঁজিবাদী কৃত্ৰিম সভ্যতা :

পছোৱা বতাহ —
অবাধ গতি যাৰ
——— ——— ———
শান্তিময়ী ধৰিত্ৰীত
সৃষ্টি কৰে ধুমুহা-তুফান;
ধূলিস্যাৎ হয় কত
কৃত্ৰিম সভ্যতা —

'প্ৰহসন' কবিতাতো চেতিয়া ফুকনৰ বিপ্লৱী কবি মনৰ প্ৰকাশ ঘটিছে। এই কবিতাটি যেন দেশৰ সাৰশূন্য স্বাধীনতাক বিদ্ৰূপ কৰি লিখা হৈছে : এই স্বাধীনতা যেন আগ্নেয়গিৰি ৰূপী সংগ্ৰামী জনতাৰ কাৰণে তেনেই অসাৰ্থক। উপমা আৰু প্ৰতীকৰ সহায়ত কবিয়ে সুন্দৰকৈ এই কথা প্ৰকাশ কৰিছে :

মিছা
বিচুবিয়াচৰ
ওপৰত থকা
সেউজীয়াখিনি —
প্ৰমাণ যাৰ
পম্পিয়াইৰ

প্ৰলয় কাহিনী।[৩০]

দেশৰ স্বাধীনতা যেন দৰিদ্ৰ জনতাৰ কাৰণে 'অভিজাত শ্ৰেণীৰ' 'কৃত্ৰিম আশ্বাস মৰম'। এই কথা 'অগণিত দলিত ক্ষুধিত পদ-দলিত ঘৃণিত' জনতাই বুজি উঠিছে। সেইবাবেই অভিজাত শ্ৰেণীৰ বিৰুদ্ধে সৰ্বশক্তিৰে বিদ্ৰোহ আচৰণ কৰিবলৈ ওলাইছে। আশাবাদী কবিয়ে অনুভৱ কৰিছে — এই বিদ্ৰোহৰ দ্বাৰা কলংকিত সমাজ ধ্বংস হ'ব আৰু নতুন সমাজৰ গঠন হ'ব ঃ

অভিজাতবোৰ/ সমাজৰ ওপৰত / খাই থকা ৰঘুমলা/ আৰু সিহঁতৰ/ কৃত্ৰিম আশ্বাস মৰম/ জ্বালামুখী 'এটনা'/ আচ্ছাদন কৰি থোৱা/ সেউজীয়া গছ্ গছনি/ কোমল দুবৰি।

---- ---- ---- ---- ---- ---- ---- ----

—উৰি যায়/ পৰ্বতৰ /ব্যৰ্থ আচ্ছাদন/ সেউজীয়া নগ্ন প্ৰহসন /
আগ্নেয়গিৰিৰ/ উদ্গীৰণ
ধ্বংসৰ পাছত/ সৃষ্টি নতুনৰ ------

সেইদৰে 'যুগভেৰী' কবিতাতো কবি চেতিয়া ফুকনে সাম্যবাদী আন্দোলনৰ শক্তিৰ কথা দোহাৰিছে। কবি প্ৰচণ্ড আশাবাদী — মেহনতি জনতাৰ সংগ্ৰামে সমাজ-ব্যৱস্থাৰ আমূল পৰিৱৰ্তন ঘটাই নতুন সৃষ্টিৰ পাতনি মেলিবলৈ সমৰ্থবান হ'বই ঃ

সিহঁতৰ
যুগভেৰী
ধ্বংস-সৃষ্টিৰ, 'চাইৰেণ'
পুৰণাৰ সমাপ্তি কৰি
এখন নতুন জগত গঢ়ি তোলাৰ
আশু-সূচনাৰ সংকেত ;[৩১]

ঘনকান্ত চেতিয়া ফুকন সাহসী কবি। তেওঁ কেৱল শ্ৰেণী-বৈষম্যৰ চিত্ৰ অংকন কৰিয়ে ক্ষান্ত থকা নাই, জনতাৰ মুক্তিৰ বাবে পথৰো নিৰ্দেশ কৰিছে। কবিয়ে নিৰ্দেশ কৰা এই পথ হ'ল মাৰ্ক্সবাদী বিপ্লৱৰ পথ। চেতিয়া ফুকনৰ কবিতাৰ ভাষা শক্তিশালী। কবিতাৰ আংগিকৰ প্ৰতিও তেওঁ সচেতন। কাব্যিক সৌন্দৰ্য-বৰ্ধক

অংলকাৰ আৰু প্ৰতীকৰ ব্যৱহাৰো তেওঁৰ কবিতাত দেখা যায়।

পছোৱাৰ অন্য এগৰাকী উল্লেখযোগ্য কবি হ'ল হৰি বৰকাকতি। বৰকাকতিক কিন্তু জনতাৰ কবি বা প্ৰগতিশীল কবি বুলি চিহ্নিত কৰিব পৰা নাযায়। এওঁ নৱকান্ত বৰুৱাই দেখুৱাই যোৱা পথেৰে আগবঢ়া প্ৰতীকবাদী কবিহে। বৰকাকতিৰ 'কোৱা ভাতুৰীয়া ওঁঠৰ তলত' আৰু 'আমাৰ ছবি' নামৰ কবিতা দুটি পছোৱাত ওলাইছিল। টি. এছ. এলিয়টৰ কবিতাৰ দৰে আধুনিক যুগৰ মানুহৰ জীৱন-যন্ত্ৰণাৰ ছবি অংকিত হৈছে দুয়োটি কবিতাত। জ্ঞান - বিজ্ঞানত আগবাঢ়ি আধুনিক মানুহে অন্তৰৰ সুখ-শান্তি হেৰুৱাইছে। প্ৰকৃত বা নিঃস্বাৰ্থ প্ৰেম আধুনিক মানুহৰ সমাজত পাবলৈ নাই। কেৱল ক্ষয়িষ্ণু ভাব-ভংগীৰে মানুহৰ মন-মানসিকতা ভৰি পৰিছে। লক্ষ্মীনাথ বেজবৰুৱাৰ 'প্ৰিয়তমাৰ সৌন্দৰ্য্য' কবিতাৰ এটি শাৰিৰ সহায়ত কবিয়ে আধুনিক সমাজৰ এই ক্ষয়িষ্ণুতাৰ ছবি আঁকিছে ঃ 'কোৱা ভাতুৰীয়া ওঁঠৰ তলত' শীৰ্ষক কবিতাটিত এনেদৰে —

কোৱা ভাতুৰীয়া ওঁঠৰ তলত
ফেটিগোম থাকে — কিন্তু শুই নহয়
জাগ্ৰত হই।
এই ওঁঠবোৰ কেৱল 'লিপষ্টিক'ৰ বোলেৰেই ৰঙা নহয়
সিহঁতৰ অস্বাভাৱিক ৰঙা ৰঙে
ৰাক্ষসী চামুণ্ডাৰ পূজা-নিৰ্মালিকো বিদ্ৰূপ কৰে।
সিহঁতৰ ওঁঠত কৰাল বান্ধি থকা তেজে যেন ৰিঙিয়ায় —
সাৱধান, অবুজ মানৱ
মৃত্যু তোৰ বেছি দূৰ নহয়।[৩২]

বৰকাকতিৰ 'আমাৰ ছবি' শীৰ্ষক কবিতাতো এলিয়টী ঠাঁচত অংকিত হৈছে আধুনিক যুগৰ ক্ষয়িষ্ণুতাৰ চিত্ৰ। আধুনিক মানুহৰ জীৱনৰো কোনো মূল্য নোহোৱা হৈ পৰিছে। 'মংগল গ্ৰহত সংগী'ৰ সন্ধান কৰিলেও চাৰিওফালৰ পৰা আগুৰি ধৰা অশান্তি অস্থিৰতাৰ পৰা পলোৱাৰ বাট বিচাৰি আধুনিক মানুহৰ মন যেন চিগাৰেটৰ

ধোঁৱাৰ দৰেই পাতল হৈ পৰে ঃ

আবেলিৰ শেৱালীৰ দৰেই আমি মূল্যহীন।
আমাৰ 'এনিমিক' কলিজাৰ তেজ
ছোৱালী হোষ্টেলৰ পৰ্দাবোৰতকৈও পাতল,
চিগাৰেটৰ ধোঁৱাবোৰৰ দৰেই
আমি বাট পাহৰি ঘূৰি ফুৰো।"[৩৩]

বয়সত নবীন হ'লেও বৰকাকতিৰ চল্লিছৰ দশকৰ কবিতাৰ প্ৰকাশ-ভংগী শক্তিশালী। যুগৰ অস্থিৰতা আৰু ক্ষয়িষ্ণুতা প্ৰকাশ কৰিবলৈ প্ৰতীকৰ ব্যৱহাৰ কৰি তেওঁ যিবোৰ পংক্তি নিৰ্মাণ কৰিছে, সিবোৰৰ আবেদন অন্তস্পৰ্শী। আধুনিক মানুহৰ মনৰ অস্থিৰতা প্ৰকাশ কৰিবলৈ কবিয়ে নিৰ্মাণ কৰা — চিগাৰেটৰ ধোঁৱাবোৰৰ দৰেই / আমি বাট পাহৰি ঘূৰি ফুৰো —এই ধৰণৰ পংক্তিৰ মাজেৰে ফুটি উঠা কাব্যিক-ব্যঞ্জনাই পাঠকৰ অন্তৰ চুই যায়। তেনে ধৰণৰ আৰু দুটামান আকৰ্ষণীয় পংক্তি হ'ল —

(ক) শেতা পৰা পৃথিৱীৰ হেনো
আমি কিছুমান সৰু সৰু 'ব্লাড বেংক'।

(—আমাৰ ছবি )

(খ) প্ৰাণ মাতোৱাৰা চিৰাজীৰ ৰাগীত
আমি পথাৰৰ আলতীয়া মাটিৰেই সাজোঁ
মৃত্যুঞ্জয়ী তাজমহল।

(— আমাৰ ছবি)

(গ) সিহঁতৰ এই 'ইণ্ডাক্টিভ লিপ'ত ইন্ধন যোগায়
বাটৰ কাষত পৰি থকা কুকুৰৰ দলে।

(— কোৱা-ভাতুৰীয়া ওঁঠৰ তলত)

কুৰি শতিকাৰ চল্লিছৰ দশকৰ কবি ইব্ৰাহীম আলি প্ৰধানতঃ জাতীয়তাবাদী কবি। 'পলৰীয়া' কবিতাত কবিয়ে জাপানীৰ অসম তথা ভাৰত আক্ৰমণ ব্যৰ্থ

হোৱাত আনন্দ প্ৰকাশ কৰিছে। মন কৰিবলগীয়া কথাটো হ'ল ৰোমাণ্টিক যুগৰ সৰহ সংখ্যক কবিৰ দৰে ইব্ৰাহীম আলিয়ে ইংৰাজক অসমৰ শত্ৰু বুলি ভবা নাই। তেওঁৰ মতে আক্ৰমণকাৰী মান সেনাৰ দৰেই অসমৰ শত্ৰু হ'ল হিটলাৰৰ জাপানী সৈন্য বাহিনী।[৩৪]

উল্লেখযোগ্য যে মহাযুদ্ধৰ সময়ত বহুতো অসমীয়া ডেকাই সুভাষ চন্দ্ৰ বসুৰ আজাদ হিন্দ ফৌজত যোগ দি সাম্ৰাজ্যবাদী ইংৰাজৰ কবলৰ পৰা অসম তথা ভাৰত উদ্ধাৰ কৰিবলৈ ইংৰাজৰ বিৰুদ্ধে যুদ্ধত জপিয়াই পৰিছিল যদিও অসমৰ সৰহ সংখ্যক প্ৰবীণ লেখক আৰু বুদ্ধিজীৱীয়ে তাৰ বিৰোধিতা কৰিছিল আৰু ইংৰাজৰ যুদ্ধ-যাত্ৰাক সমৰ্থন কৰিছিল। ইব্ৰাহীম আলিও আছিল তেনেধৰণৰ লেখক। আজাদ হিন্দ ফৌজ আৰু ইয়াৰ সমৰ্থকসকলক ব্যংগ কৰি তেওঁ লিখিছে ঃ

বিদেশী সিহঁত
তাকে ক'লে লাগে দায়
নীচ-মনা ঠেক-মনা
আৰু কত কি—
সিহঁতো আমাৰ হেনো
জনমৰ ভাই —

'ডেকা তেজৰ বান' শীৰ্ষক কবিতাত কবিয়ে মিত্ৰ বাহিনীৰ সমৰ-সজ্জা দেখি উৎফুল্লিত হৈ পৰি লিখিছে ঃ

সাত সাগৰৰ বুকুত উঠে
ডেকা তেজৰ বান
নিখিল বিশ্ব টৌৱাই নিয়ে
কৰি থান-বান।[৩৫]

ইব্ৰাহীম আলিৰ কবিতা সাহিত্যিক সৌন্দৰ্যৰ বিচাৰত সাৰ্থক বুলি ক'ব পৰা নাযায়। তেওঁৰ শব্দসজ্জা দুৰ্বল। তেওঁৰ কবিতাত উপমা, অনুপ্ৰাস আদি অংলকাৰৰ সুপ্ৰয়োগেৰে কাব্যিক ব্যঞ্জনা সৃষ্টি কৰি কবিতাক মনোৰম ৰূপ দিয়াৰ

প্ৰয়াস দেখা নাযায়। তেওঁৰ কবিতাত বিনন্দ চন্দ্ৰ বৰুৱা, ধীৰেন্দ্ৰ চন্দ্ৰ দত্ত আদি কবিৰ প্ৰভাৱ লক্ষ্য কৰা যায়।

"যুগে যুগে বঞ্চিতৰ কামনাৰ আশা / সেয়ে মোৰ কবিতাৰ ভাষা।"[৩৬] বুলি ঘোষণা কৰি কবিতা লিখা **জীৱকান্ত বৰুৱাৰ** কবিতাত শ্ৰেণী-চেতনা প্ৰকাশ পাইছে। জয়ন্তী যুগৰ ভৱানন্দ দত্ত, অমূল্য বৰুৱা, চক্ৰেশ্বৰ ভট্টাচাৰ্য আদি কবিৰ দৰে তেওঁৰ কবিতাতো শ্ৰেণী-বৈষম্যৰ ক'লা হাতোৰাত পীষ্ট সমাজৰ দৰিদ্ৰ শ্ৰেণীৰ প্ৰতি দৰদ ফুটি উঠিছে। কবি অমূল্য বৰুৱাৰ দৰে[৩৭] জীৱকান্ত বৰুৱায়ো ভাবে যে ধৰ্ম-কৰ্ম এতিয়া কেৱল সমাজৰ ধনীসকলৰ কাৰণেহে। দুখীয়াৰ যিহেতু ধন নাই গতিকে ধৰ্মও নাই। তথাপি নিজৰ দীনতাক ধনীৰ ঐশ্বৰ্যৰ লগত তুলনা কৰি দৰিদ্ৰ বেদনাহত হয় :

খান বাহাদুৰৰ ঘৰৰ পৰা ভাঁহি আহে তীব্ৰ গোন্ধ  
মছলাৰ — ঘিউৰ —ৰন্ধা মঙহৰ।  
ঈদৰ চান দেখি ফুটোৱা হিলৈ আৰু বন্দুকৰ গুলিয়ে  
অন্তৰলৈ আনি দিয়ে তুলনামূলক বেদনা।'[৩৮]

জীৱকান্ত বৰুৱা আশাবাদী কবি। তেওঁৰ বিশ্বাস— সমাজ-ৰথৰ চক্ৰ সদায় এটা পথেৰে ঘূৰি নাথাকে। বাৰিষাৰ ব্ৰহ্মপুত্ৰই স্থল ভাঙি জল আৰু জল গুচাই স্থল কৰাৰ দৰে জনতাৰ সংগ্ৰামী সত্বাই সমাজ ব্যৱস্থাৰো পৰিবৰ্তন কৰিবলৈ সমৰ্থবান হ'ব। এনে পৰিৱৰ্তনৰ ইংগিত কবিয়ে ইতিমধ্যে দেখিছে :

সূৰ্যৰ শেহৰ কিৰণত  
ৰঙা পৰা এচপৰা ডাৱৰ।  
(আমাৰ বুকুত ডোঙা বন্ধা তেজৰ চেকা।)  
ক'লা ডাৱৰৰ সংঘৰ্ষ। মেঘৰ গাজনি।  
(শিলত থুন্দা খোৱা তোমাৰ কোৱাল সোঁত।)  
আসন্ন ধুমুহাৰ আগজাননী।[৩৯]

বৰুৱাৰ কবিতাৰ ভাষা সৰল সহজ কিন্তু ব্যঞ্জনা সমৃদ্ধ। প্ৰতীক-চিত্ৰকল্পৰ

ব্যৱহাৰো বহু পৰিমাণে সাৰ্থক। জয়ন্তীৰ পৰৱৰ্তী কালৰ প্ৰগতিশীল কবি হিচাপে তেওঁৰ কবিতাত জয়ন্তীগোষ্ঠীৰ হেম বৰুৱা, অমূল্য বৰুৱা আৰু নৱকান্ত বৰুৱাৰ প্ৰভাৱ পৰিছে যদিও তাত কবিৰ মৌলিক প্ৰতিভাৰ প্ৰকাশো ঘটিছে।

সমাজ-সচেতন কবি বুদ্ধীন্দ্ৰনাথ বৰুৱাৰ কবিতাতো প্ৰকাশ পাইছে দৰিদ্ৰ জনৰ প্ৰতি দৰদ। আন দহ জন প্ৰগতিশীল কবিৰ দৰে তেওঁ বিচাৰে যুগৰ আহ্বানৰ প্ৰতি সঁহাৰি জনাই কবিসকলে অলীক ৰোমাণ্টিকতাৰ মায়াজালৰ পৰা মুক্ত হৈ বস্তুবাদক সাৱটি লোৱাতো। চল্লিছৰ যুগান্তকাৰী পৰিবৰ্তনৰ সময়তো কিছু সংখ্যক কবিয়ে অলীক ৰোমাণ্টিক ভাব-ভংগীৰে কবিতাৰ চৰ্চা অব্যাহত ৰাখিবলৈ চেষ্টা কৰা দেখি তৰুণ কবি ক্ষোভিত হৈছে। সেই ৰোমাণ্টিক কবিসকলক উদ্দেশ্য কৰি তেওঁ লিখিছে ঃ

তুমি —
ঊনৈশ শতিকাৰ কল্পনা-বিলাসী
পৌৰুষত্বহীন কামাতুৰ মাতাল প্ৰেমিক ;
কুৰি শতিকাৰ ভগ্নস্বাস্থ্য ক্লাউন।
০০০ ০০০ ০০০ ০০০
অন্নহীন, বস্ত্ৰহীন দৰিদ্ৰৰ আৰ্তনাদ,
প্ৰপীড়িত, দুৰ্দশাগ্ৰস্ত কৃষকৰ কৰুণ কান্দোন ;
ঊনৈশ শ বিয়াল্লিছৰ মুক্তি-বাণী,
পৃথিৱী বিয়পি যোৱা মহাসমৰৰ ধ্বনি —
তোমাৰ কবিতাত নাই।[৪০]

কবি বৰুৱাই ভাবে যে নিষ্ঠুৰ বাস্তৱৰ মুখামুখি হ'বলৈ সাহস নোহোৱাৰ কাৰণেই সেই সকল কবিয়ে পলায়নবাদী মনোভাব লৈ বাস্তৱলৈ পিঠি দিছে। তৰুণ কবিয়ে অনুভৱ কৰিছে যে এই নিৰাশাবাদী ৰোমাণ্টিক কবিসকল হ'ল প্ৰগতিশীল কবিসকলৰ আগত 'ষ্টাম্বলিং ব্লক'!

তুমি প্ৰগতিভিমুখী অসমীয়া আধুনিক

কবি দলৰ আগত 'ষ্টাম্বলিং ব্লক'।

চল্লিছৰ অসমীয়া কবিতাৰ উল্লেখযোগ্য সংকলন 'আধুনিক অসমীয়া কবিতা'ৰ (১৯৪৬) সম্পাদক যতিনাৰায়ণ শৰ্মায়ো কবিতা লিখিছিল। কবি অমূল্য বৰুৱাৰ অন্তৰংগ বন্ধু যতিনাৰায়ণৰ কবিতাতো প্ৰগতিশীল চিন্তাৰ প্ৰকাশ ঘটিছে। তেওঁ 'মানুহ আৰু ঈশ্বৰ' শীৰ্ষক কবিতাটো সম্ভৱতঃ নৱকান্ত বৰুৱাৰ 'প্ৰাৰ্থনা' কবিতাৰ দ্বাৰা উৎসাহিত হৈ ৰচনা কৰিছিল। নৱকান্ত বৰুৱাই তেওঁৰ কবিতাটোত ঈশ্বৰৰ জন্ম সম্পৰ্কত লিখিছে :

তুমি মাথোন আদিম মানুহৰ
অনুৰ্বৰ কল্পনাৰ
এটা জীৱন্ত সংস্কাৰ।[৪১]

ইয়াৰ প্ৰতিধ্বনি ফুটি উঠিছে যতিনাৰায়ণ শৰ্মাৰ কবিতাটিত :

বুৰঞ্জী-বিস্মৃত যুগৰ —
প্ৰাকৃতিক বিৰোধ আৰু সামাজিক বিৰোধত
ধৈৰ্য্য হেৰুৱাই আমি সৃষ্টি কৰিলোঁ
এক নিৰাকাৰ মহান ঈশ্বৰ!
আমি হ'লো
অদৃষ্টবাদী সহনশীল তেওঁৰে দাস
ঈশ্বৰৰ নামত বিসৰ্জন দিলোঁ
আত্ম নিৰ্ভৰশীলতা, চৈতন্যতা আৰু বাস্তৱতা ;[৪২]

কবিয়ে লক্ষ্য কৰিছে যে যুগৰ পৰিৱৰ্তনৰ লগে লগে ঈশ্বৰো ৰূপান্তৰ ঘটে : "মধ্য যুগৰ খেলি মেলি সমাজত / এক ঈশ্বৰে শত মূৰ্ত্তিত ৰূপায়িত হৈ / ঘৰে ঘৰে যশস্যা লভিলে।"

'মনালিছা' কবিতাত কবিয়ে সাম্প্ৰতিক কালৰ মনালিছাৰ অৰ্থাৎ যুৱতী নাৰীৰ 'অনাংকিত জীৱন চিত্ৰ' অংকন কৰাৰ চেষ্টা কৰিছে। কবিয়ে লক্ষ্য কৰিছে যে আজিৰ মনালিছাৰ 'বাহু বন্ধনত আছে স্বপ্নৰ প্ৰতীক/ বুভুক্ষিত গাভৰুৰ

স্নেহৰ পুতলী অজান বালক।" যুগৰ ক্ষয়িষ্ণুতাই যেন আজিৰ মনালিছাক 'কাঙালিনী'ত পৰিণত কৰিছে ঃ

শুষ্ক ওঁঠ, উষ্ণ বুকু, দৃষ্টি সকৰুণ ;
নিদ্ৰাহীনা দুচকুৰ লোটক বাগৰে
সমুজ্জল কপাল তিয়াই।
কাঙালিনী তাই।[৪৩]

কাব্যিক সৌন্দৰ্যৰ বিচাৰত শৰ্মাৰ কবিতা সাৰ্থক সৃষ্টি বুলি চিহ্নিত কৰিব পৰা নাযায়। তেওঁৰ কবিতাৰ ভাষা গদ্যগন্ধী। কবিয়ে প্ৰতীক আৰু চিত্ৰকল্পৰ ব্যৱহাৰ কৰিছে যদিও সেইবোৰ তেনেকৈ কাব্যিক ব্যঞ্জনা সমৃদ্ধ নহয়।

অসমীয়া প্ৰগতিশীল কবিতাৰ বিকাশত যতিনাৰায়ণ শৰ্মাই সংকলন আৰু সম্পাদনা কৰা 'আধুনিক অসমীয়া কবিতা'ৰ বিশেষ অৱদান আছে। সমাজ-সচেতন, প্ৰগতিশীল লেখক শৰ্মাই ছাত্ৰাৱস্থাতে এক সামাজিক দায়িত্ব হিচাপে লৈ এই সংকলন সম্পাদনা কৰি উলিয়াইছিল। এই গ্ৰন্থৰ 'ভূমিকা'ত শৰ্মাই লিখিছিল ঃ

> কালৰ চাকত পৰি জটিল হৈ যোৱা সমস্যাবিলাক সমাধান কৰিবলৈ আজিৰ মানুহে কিছুমান পুৰণি নীতি-নিয়মৰ বিৰুদ্ধে সংগ্ৰাম কৰিবলগীয়া হৈছে। এই সংগ্ৰাম স্বাভাৱিক আৰু অৱশ্যম্ভাৱী ; ... এই সংগ্ৰাম আধুনিক জগতৰ মানৱ জাতিৰ ৰাজনীতি, সমাজনীতি, সাহিত্য-শিল্প আদি সকলোতে পৰিস্ফুট হৈ উঠিছে। ... ইয়াৰ উদ্দেশ্য এক সমস্যাবিহীন, শ্ৰেণীবিহীন মানৱ সমাজ স্থাপন কৰি, মানুহ হিচাপে জগতত জীয়াই থাকিবলৈ অধিকাৰ লাভ কৰা।
>
> আধুনিক জগতত এই সংগ্ৰামৰ ধ্বনি সবাতোকৈ বেছি শুনা যায় গণ-সাহিত্যত। গণ-সাহিত্যৰ যোগেদিয়েই আজিৰ মানৱ জাতিয়ে জীৱনৰ সমস্যাবিলাক ব্যক্ত কৰিছে আৰু সেই সমস্যাবিলাক সমাধানৰ উপায়ো দেখুৱাই দিছে।

বিপ্লৱী গণশিল্পী **বিষ্ণুপ্ৰসাদ ৰাভাই** (১৯০৯-১৯৬৯) চল্লিছৰ দশকত

লিখা কেইবাটাও সুন্দৰ গীত আৰু কবিতা আছে — য'ত প্ৰকাশ পাইছে তেওঁৰ দেশৰ দৰিদ্ৰ জনতাৰ প্ৰতি দৰদ আৰু সামাজিক দায়বদ্ধতা। মাৰ্ক্সবাদী (RCPI) দলৰ কৰ্মী ৰাভাই তেওঁৰ কবিতাত প্ৰকাশ কৰিছে — সাম্যবাদী সমাজ স্থাপনৰ বাবে জনতাৰ সংগ্ৰামৰ কথা। এই সংগ্ৰামৰ বাবে জনতাক আহ্বান জনাই ১৯৪৫ চনত লিখা এটা কবিতাত তেওঁ লিখিছে ঃ

"ৰবৰ সময় নাই
কবৰ সময় নাই
সময় নাই উভতি চাবৰ
সময় যে এয়া বিপ্লৱৰ।
আৰামৰ সময় নাই
এহতীয়া দলিছাত ভাই
সময় যে এয়া আগুৱাবৰ
সময় যে এয়া খোজ ধৰিবৰ।[৪৪]

শিল্প-প্ৰাণ বিষ্ণু ৰাভাই এইটো ভালকৈ বুজি পাইছিল যে বিভিন্ন জনগোষ্ঠীৰে গঠিত অসমৰ বহল সমাজখন একত্ৰিত কৰিবলৈ অসমৰ সৰ্বকালৰ মহান পুৰুষ শংকৰদেৱৰ নীতি-আদৰ্শ উপযুক্ত হ'ব। সেইবাবে তেওঁ জাত-পাতৰ ভেদাভেদ আঁতৰাই এখন আদৰ্শ সমাজ স্থাপনৰ বাবে চেষ্টা চলোৱা শংকৰদেৱকো বিপ্লৱৰ আৰ্হি হিচাপে ল'ব বিচাৰিছে ঃ

শুনা শুনা শুনা
শুনা হেৰা ভাই
মহান কলাকাৰ শংকৰ— আমাৰ
হওঁক আমাৰ আৰ্হি—বিপ্লৱৰ,
হাতে হাতে ল জয়ৰ নিচান
পৰশু তিলক কপালত আঁকি
আমি হওঁ ধাৱমান

---- সময় নাই উভতি চাবৰ।[৪৫]

কবি বিষ্ণু ৰাভাই দেশ-মাতৃক পৰাধীন অৱস্থাৰ পৰা মুক্ত কৰাৰ সপোন দেখিছিল জন-সংগ্ৰামৰ জৰিয়তে। বিপ্লৱী জনতাই দেশ-মাতৃক 'মহান কৰিবলৈ' মৃত্যুপণ কৰাটোও তেওঁ বিচাৰিছিল ।এটা কবিতাত (১৯৪৪ চনত লিখা) দেশৰ স্বাধীনতা সম্পৰ্কে তেওঁ লিখিছে ঃ

আই অ' নাকান্দিবা
সময়ৰ বলুকাত
তোমাৰ পদচিহ্ন চুমি
আমি হৈছোঁ আগুৱান।
তোমাৰ চপল বুকুত
মূৰ গুজি মৰাৰ আগতে
আমি কৰিছোঁ মৃত্যুপণ
কৰিম বুলি তোমাক মহান।[৪৬]

'ট্ৰাইবেল! জাগ ট্ৰাইবেল !' এই শাৰিৰে আৰম্ভ হোৱা শিৰোনামাহীন দীঘলীয়া কবিতাটি ৰাভাই ১৯৪৯ চনত ৰচনা কৰে। এই কবিতাটিত কবিয়ে অসমৰ 'ভূমিপুত্ৰ' জনজাতীয় লোকসকলৰ জীৱন-বৃত্তান্ত অংকনৰ প্ৰয়াস কৰিছে। অসমৰ আদি বাসিন্দা হোৱা সত্বেও জনজাতীয় লোকসকল বিভিন্ন দিশত পিছ পৰি আছে। সেইবাবে জন-দৰদী কবি ক্ষোভিত হৈ পৰিছে আৰু নিজৰ প্ৰগতিৰ বাবে বিপ্লৱৰ পথত অগ্ৰসৰ হ'বলৈ জনজাতীয় লোকক উদাত্ত আহ্বান জনাইছে ঃ

জাগিব লাগিব তই কছাৰী মিকিৰ,
খাচী, ৰাভা, গাৰো, মিৰি, কুকি, নগা, বীৰ
খাম্‌টি, মিচিমি, আবৰ, লালুং, লুচাই,
চিংফৌ, চিন্‌টেং, মণিপুৰী, তাই,
টিপৰা, ডিমাছা, অকা, দফলা ককাই
চুতীয়া, মদাহী, দেউৰী, টোটোলা, কোচ

হাজং, বৰাহী
জাগিব লাগিব, তই জাগ[৪৭]

বিষ্ণু ৰাভাৰ কবিতামুঠিত জ্যোতিপ্ৰসাদ আগৰৱালাৰ প্ৰভাৱ স্পষ্ট। কবি-শিল্পী জ্যোতিপ্ৰসাদৰ দৰে বিষ্ণু ৰাভায়ো সাহিত্য-শিল্পক বিপ্লৱৰ অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰিব বিচাৰিছিল। কিন্তু কবিৰ এই বিপ্লৱক বাস্তৱবাদী বিপ্লৱ বুলি ক'ব নোৱাৰি। 'বীণ-বৰাগী'ৰ চন্দ্ৰকুমাৰ আগৰৱালাৰ দৰে ৰাভাৰ কবিতাত ফুটি উঠা বিপ্লৱৰ চিত্ৰও প্ৰধানতঃ ৰোমাণ্টিক। ৰাভা যদিও মাৰ্ক্সবাদী দলৰ সক্ৰিয় কৰ্মী আছিল, মাৰ্ক্সীয় বাস্তৱবাদক তেওঁ সম্পূৰ্ণৰূপে আয়ত্ব কৰিব পৰা নাছিল। সেইবাবে তেওঁ আধ্যাত্মিক চিন্তাতো[৪৮] মাজে-মধ্যে নিমজ্জিত হৈ পৰিছিল। এই চিন্তাৰ প্ৰতিধ্বনি তেওঁৰ কবিতাতো প্ৰকাশ পাইছিল ঃ

"হে সুন্দৰ
চিৰ-কাম্য, চিৰ আৰাধ্য
জগতৰ চিৰ সুন্দৰ
বিশ্বভৰা তোমাৰেই
সৃষ্টি মনোহৰ।[৪৯]

যাযাবৰী জীৱন কটোৱা ৰাভাই একাণপতীয়াকৈ কাব্য-বাণীৰ সাধনা কৰিব পৰা নাছিল। গতিকে কাব্যিক প্ৰতিভা থকা সত্বেও তেওঁ নিজৰ কবিতাক মনোৰম কৰি তুলিব নোৱাৰিলে।

চল্লিছৰ দশকত পদ্ম বৰকটকীয়েও কবিতা লিখিছিল। তেওঁৰ 'বন্দীৰ বাণী বন্দনা' শীৰ্ষক কবিতাটি যতিনাৰায়ণ শৰ্মা সম্পাদিত আধুনিক অসমীয়া কবিতাত সংকলিত হৈছে। বৰকটকীৰ এই কবিতাটিতো ফুটি উটিছে শ্ৰেণী-বৈষম্যৰ যন্ত্ৰণা। শ্ৰীপঞ্চমী তিথিত সমাজৰ আঢ্যৱন্তসকলে নিজৰ আভিজাত্য ৰক্ষা কৰি বিদ্যাৰ অধিষ্ঠাত্ৰী দেৱীৰ পূজা পাতিছে। দৰিদ্ৰক কিন্তু তালৈ নিমন্ত্ৰণ কৰা নাই। কিয়নো —

মধ্যযুগীয় নিৰক্ষৰতা-অস্পৃশ্যতাৰ কাৰাগাৰৰ

সি এটা বন্দী।
বাণী-পূজাৰ অধিকাৰ তাৰ নাই ;
এমুঠি অন্নৰ কাৰণে যি ভিক্ষাৰী, সি
বাণীৰ করুণা ভিক্ষাৰী হ'ব নোৱাৰে,
মন্ত্র সি পঢ়িব নাজানে মন্দিৰত
সি সোমাব নোৱাৰে ।

কবিয়ে লক্ষ্য কৰিছে যে দুৰ্ভিক্ষই জৰ্জৰিত কৰা সমাজত দেৱতাৰ সন্তুষ্টিৰ কাৰণে টকা-পইচা খৰচ কৰি পূজা-পাতল কৰাতো বিলাসিতাৰ নামান্তৰ মাত্ৰ। যিটো সময়ত দেশৰ লক্ষ লক্ষ মানুহে খাদ্যৰ অভাৱত মৃত্যুক সাৱটি ল'বলগীয়া হৈছে, সেই সময়তে অলীক দেৱতাৰ অৰ্থে পূজা-পাৰ্বনত অভিজাতসকলে খৰচ কৰিছে হাজাৰ হাজাৰ টকা। বিনা নিমন্ত্রণে পূজা থলীলৈ যোৱা দৰিদ্ৰই সেইবাবে অনুভৱ কৰে —

... ইমান বিলাক চাউল, মাহ, কল কুঁহিয়াৰ
মাটিৰ মূৰ্তি এটাৰ আগত থৈ দিয়াতকৈ যদি
তাৰ নিচিনাবোৰকে ..........

প্ৰশান্ত বৰুৱায়ো কবিতা ৰচনা কৰিছে মহাযুদ্ধ আৰু দুৰ্ভিক্ষৰ ফলত সৃষ্টি হোৱা সামাজিক স্খলন আৰু হাহাকাৰক কেন্দ্ৰ কৰি। আন দহজন প্ৰগতিশীল কবিৰ দৰে তেৱোঁ লক্ষ্য কৰিছে যে অৰ্থনৈতিক অসাম্যই দেশৰ সিংহভাগ জনতাৰ জীৱন দুৰ্বিষহ কৰি তুলিছে। কুৰি শতিকাৰ কিছুমান মানুহে বোমা-বাৰুদ সাজি যুদ্ধ-চিন্তাত মত্ত হৈ পৰিছে, অন্য কিছুমানে আকৌ 'এটুকুৰা হাড়ৰ কাৰণে' কুকুৰৰ লগত টনা-আজোৰা কৰিবলগীয়া হৈছে। প্ৰশান্ত বৰুৱাৰ কবিতাত অমূল্য বৰুৱাৰ কবিতাৰ প্ৰভাৱ স্পষ্ট ঃ

খাবলৈ নোপোৱাৰ বাবে,
যুঁজ কৰে কুকুৰৰ লগত
এটুকুৰা হাড়ৰ কাৰণে।[৫০]

প্ৰশান্ত বৰুৱাৰ কবিতাৰ শৈলী দুৰ্বল। পোনপটীয়া ভাৱে তেওঁ মনৰ ভাব

প্ৰকাশ কৰিব বিচৰা কাৰণে তেওঁৰ কবিতাত ব্যঞ্জনা সমৃদ্ধ পংক্তি তেনেকৈ পোৱা নাযায়। 'আধুনিক অসমীয়া কবিতা'ত সংকলিত 'পগলা ফাটেক' কবিতাত সমাজৰ পগলাসকলৰ প্ৰতি কবিৰ অনুকম্পা ফুটি উঠিছে। কিন্তু উকা বাক্যৰে ৰচিত হোৱাত, আৰু শব্দ নিৰ্বাচনত কবিয়ে গুৰুত্ব নিদিয়াৰ কাৰণে এই কবিতাটিও ৰসোত্তীৰ্ণ সৃষ্টিত পৰিণত নহ'ল।

উক্ত কবিসকলৰ উপৰিও আৰু অনেক কবি আছে — যি সকলে চল্লিছৰ দশকৰ অসমীয়া কবিতাৰ বিকাশত অৰিহণা যোগাইছিল। ত্ৰৈলোক্য ফুকন, ধীৰেন্দ্ৰনাথ বৰঠাকুৰ, ধৰণীধৰ দাস, মহম্মদ পিয়াৰ, ৰমা দাস আদিয়েও চল্লিছৰ দশকত কবিতা লিখিছিল। দশকটোৰ উল্লেখযোগ্য সংকলন 'আধুনিক অসমীয়া কবিতা'ত তেওঁলোকৰ কবিতা সংকলিত হৈছে। কিন্তু সাধনা আৰু 'সযত্ন Polishing'ৰ অভাৱত তেওঁলোকৰ সৃষ্টি সুখকৰ নহ'ল।

---

## পাদ-টীকা ঃ

১। বুদ্ধীন্দ্ৰনাথ বৰুৱা, এজন কবিলৈ, আধুনিক অসমীয়া কবিতা, যতিনাৰায়ণ শৰ্মা সম্পাদিত, পৃ ঃ ৯২

২। ৰোমাণ্টিক কবি আৰু কবিতাক জয়ন্তীয়ে বিদ্ৰূপ কৰা প্ৰসংগ আমি ইতিমধ্যে আলোচনা কৰি আহিছোঁ।

৩। মানুহ, জয়ন্তী, ৬ষ্ঠ বছৰ, ৬ষ্ঠ সংখ্যা, ১৯৪৪।

৪। ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ 'অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত', ১৯৯৬, পৃ- ৩২১

৫। আধুনিক অসমীয়া কবিতা, (যতিনাৰায়ণ শৰ্মা সম্পাদিত), ১৯৪৬, পৃ-৯৪

৬। কুকুৰ, অমূল্য বৰুৱা।

৭। সাবধান ধনীৰ দুলাল, পছোৱা ১ম বছৰ, ১ম সংখ্যা, জুন, ১৯৪৮

৮। কবিৰ বিদ্ৰোহী বিধবা, মুটীয়া, পৰিচয় আদি কবিতা দ্ৰষ্টব্য।

৯। পছোৱা, ১ম বছৰ, ১ম সংখ্যা, জুন, ১৯৪৮

১০। দ্বিতীয় মহাযুদ্ধৰ সময়ত, ১৯৪৩ চনত হিটলাৰে ৰাছিয়া আক্ৰমণ কৰে।

১১। জয়া মৰা নাই, অভিযান আৰু অন্যান্য কবিতা, ১৯৯২, পৃ-৪১

১২। কবিতা, অভিযান আৰু অন্যান্য কবিতা, ১৯৯২, পৃ- ৪৫

১৩। উদ্ধৃতিৰ উৎস ঃ আধুনিক অসমীয়া কবিতা (১৯৪৬), পৃ- ৬৮

১৪। কবিতা, অভিযান আৰু অন্যান্য কবিতা, ১৯৯২, পৃ- ৪৭

১৫। ধনঞ্জয়! ক'ত পাশুপাত? জয়ন্তী, ৭ম বছৰ, ৩য় সংখ্যা, আহাৰ, ১৮৬৭ শক (১৯৪৫ চন)।

১৬। অন্তৰৰ শান্তিফুল ৰঙা-কলা পৰি, সাদিনীয়া বাঁহী, ৩ ফেব্রুৱাৰী, ১৯৪৬।

১৭। 'অপ্রকাশ', জয়ন্তী, ৭ম বছৰ, ৩য় সংখ্যা, ১৯৪৫।

১৮। "ক'ত ভগবান?" জয়ন্তী, ৬ষ্ঠ বছৰ, ৯ম সংখ্যা, ১৯৪৪।

১৯। ভিকহু, জয়ন্তী, ৬ষ্ঠ বছৰ, ৫ম সংখ্যা, ১৯৪৪।

২০। মই আৰু কবি, জয়ন্তী, ৬ষ্ঠ বছৰ, ৭ম-৮ম সংখ্যা, ১৯৪৪।

২১। যতিনাৰায়ণ শৰ্মা সম্পাদিত আধুনিক অসমীয়া কবিতা, (১৯৪৬), পৃ- ১০০

২২। 'অ-কে', প্রাগুক্ত গ্রন্থ, পৃ - ১০৫

২৩। কবিতাটি ১৯৪৩ চনত ৰচিত হৈছিল।

২৪। মোৰ দেশ, পছোৱা ১ম বছৰ, ৩ য় সংখ্যা, আগষ্ট, ১৯৪৮।

২৫। লেম্প প'ষ্ট, পছোৱা, ১ম বছৰ, ৫ম সংখ্যা, অক্টোবৰ, ১৯৪৮।

২৬। হেম বৰুৱাৰ 'পূজা', জয়ন্তী, ৬ষ্ঠ বছৰ, ৫ম সংখ্যা, ১৯৪৪।

২৭। পূজা, পছোৱা ১ম বছৰ, ৭ম সংখ্যা, ডিচেম্বৰ, ১৯৪৮।

২৮। মোৰ মুক্তি নাই, পছোৱা, ১ম বছৰ, ১০ম সংখ্যা, মে', ১৯৪৯

২৯। 'পছোৱা', পছোৱা, ১ম বছৰ, ৪ৰ্থ সংখ্যা, ছেপ্তেম্বৰ, ১৯৪৮।

৩০। প্রহসন, পছোৱা, ১ম বছৰ, ৬ষ্ঠ সংখ্যা, নৱেম্বৰ, ১৯৪৮

৩১। যুগভেৰী, পছোৱা, ১ম বছৰ ৮ ম সংখ্যা, জানুৱাৰী ১৯৪৯

৩২। পছোৱা, ১ম বছৰ ৫ম সংখ্যা, অক্টোবৰ, ১৯৪৮

লক্ষ্মীনাথ বেজবৰুৱাৰ 'প্রিয়তমাৰ সৌন্দৰ্য' এনেদৰে আৰম্ভ হৈছে —

"কেনৈ লাগিছে সেন্দুৰীয়া গাল

ফৰিং প্রেমৰ জুই,

কোৱা ভাতুৰীয়া ওঁঠৰ তলত
ফেটি সাপ থাকে শুই।"

৩৩। পছোৱা, ১ম বছৰ ৮ ম সংখ্যা, জানুৱাৰী, ১৯৪৯
৩৪। 'পলৰীয়া', যতিনাৰায়ণ শৰ্মা সম্পাদিত আধুনিক অসমীয়া কবিতা, (১৯৪৬) পৃ - ২৪
৩৫। প্ৰাগুক্ত গ্ৰন্থ, পৃ- ২১
৩৬। লুইতৰ পাৰত, পছোৱা ১ম বছৰ ৭ ম সংখ্যা, ডিচেম্বৰ, ১৯৪৮
৩৭। "যুধিষ্ঠিৰৰ লগত স্বৰ্গ-যাত্ৰা কৰাৰ মৰসাহ আৰু সিহঁতৰ নাই।" — কুকুৰ
৩৮। ঈদৰ জোন, যতিনাৰায়ণ শৰ্মা সম্পাদিত আধুনিক অসমীয়া কবিতা, পৃ-৫০
৩৯। লুইতৰ পাৰত, পছোৱা ১ম বছৰ ৭ ম সংখ্যা।
৪০। এজন কবিলৈ, যতিনাৰায়ণ শৰ্মা সম্পাদিত আধুনিক অসমীয়া কবিতা, পৃ-৯২
৪১। জয়ন্তী, ৬ষ্ঠ বছৰ ৬ষ্ঠ সংখ্যা, ১৯৪৪
৪২। আধুনিক অসমীয়া কবিতা, পৃ ১০৯
৪৩। প্ৰাগুক্ত গ্ৰন্থ, পৃ- ১১১
৪৪। বিষ্ণুপ্ৰসাদ ৰাভা ৰচনা সম্ভাৰ; প্ৰথম খণ্ড, ১৯৮৯, ৮৫ নং কবিতা, পৃ-১৭৮ (এই কবিতাৰ কোনো শিৰোনামা নাই।)
৪৫। প্ৰাগুক্ত কবিতা।
৪৬। প্ৰাগুক্ত গ্ৰন্থ; ৮৬ নং কবিতা, পৃ- ১৭৮
৪৭। প্ৰাগুক্ত গ্ৰন্থ; পৃ-১৯০
৪৮। ৰাভাই শংকৰদেৱক 'ঈশ্বৰ অৱতাৰ' বুলি মানিছিল। দ্ৰষ্টব্য-ৰচনা সম্ভাৰত সংকলিত 'শংকৰদেৱ' আৰু '' শংকৰদেৱ' শীৰ্ষক চিত্ৰ-নাট্য।
৪৯। প্ৰাগুক্ত গ্ৰন্থ, ১০৪ নং কবিতা, পৃ-১৮৮
৫০। মানুহ , আধুনিক অসমীয়া কবিতা (১৯৪৬)

# চতুৰ্থ অধ্যায়

## কবিসকলৰ অৱদানৰ মূল্যায়ন

### (এক)

ড° সত্যেন্দ্ৰনাথ শৰ্মাই অসমীয়া সাহিত্যলৈ 'জোনাকী' আলোচনীৰ জৰিয়তে ৰমন্যাসবাদৰ আগমন সম্পৰ্কত মন্তব্য কৰিছে যে অসমীয়া সাহিত্য-ক্ষেত্ৰত ৰমন্যাসবাদৰ প্ৰৱেশ ঘটে ইংৰাজী আৰু বাংলা সাহিত্যৰ জৰিয়তে।[১] একে কথাকে ক'ব পৰা যায় আধুনিকতা তথা প্ৰগতিশীলতাৰ আগমনৰ ক্ষেত্ৰতো। অৰ্থাৎ ৰমন্যাসিকতাৰ দৰে আধুনিকতা আৰু প্ৰগতিশীলতাৰ অসমীয়া সাহিত্যলৈ আগমন ঘটে ইংৰাজী আৰু বাংলা সাহিত্যৰ প্ৰভাৱৰ জৰিয়তে।

পাশ্চাত্য শিক্ষাৰে শিক্ষিত অসমীয়া তৰুণ সাহিত্য-শিল্পীসকলে কুৰি শতিকাৰ ত্ৰিশৰ দশকৰ ইংৰাজী সাহিত্যৰ, সাম্যবাদৰ দ্বাৰা প্ৰভাৱান্বিত কবি ডব্লিও. এইচ. অডেন (১৯০৭-৭৩) আৰু তেওঁৰ পথৰ অনুসৰণকাৰী কবিসকলৰ দ্বাৰা প্ৰভাৱান্বিত হয়। সমসাময়িক বংগৰ প্ৰগতিশীল পৰিচয়গোষ্ঠীৰ ৰচনায়ো তেওঁলোকক আকৰ্ষণ কৰে। ৰুছদেশৰ সমাজ-ব্যৱস্থাৰ আমূল পৰিৱৰ্তন ঘটোৱা অক্টোবৰ বিপ্লৱৰ (১৯১৭) প্ৰতিও তৰুণ অসমীয়া কবিসকল আকৰ্ষিত হৈছিল। বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰে সাম্যবাদী ৰাছিয়া ভ্ৰমণ (১৯২৮) কৰি লিখা 'ৰাশিয়াৰ চিঠি' (১৯৩১)য়েও তেওঁলোকক সাম্যবাদৰ প্ৰতি দুৰ্বল কৰি তুলিছিল।[২] কল্লোল যুগৰ (১৯২৩-৩০) নতুন আংগিকৰ বাংলা সাহিত্যতো তেওঁলোকৰ আগত আছিলেই। দেশৰ স্বাধীনতা সংগ্ৰামে অন্তৰত দেশপ্ৰেম জগোৱা এই তৰুণ

লেখকসকলক ইংৰাজৰ শাসন-শোষণে ক্ষোভিত কৰি তুলিছিল। এই ক্ষোভ প্ৰকাশ কৰি সাহিত্য ৰচনা কৰিবলৈ যাওঁতে চকুৰ আগত থকা অসমীয়া ৰোমাণ্টিক সাহিত্যৰ ভাব-ভংগীৰ লগত তেওঁলোকে একাত্মা অনুভৱ কৰিব পৰা নাছিল। তেওঁলোকৰ অন্তৰৰ 'নতুন' ভাব প্ৰকাশ কৰিবলৈ 'নতুন' শৈলীৰো প্ৰয়োজন হৈছিল।

ৰমন্যাসবাদৰ দৰে আধুনিকতাও সাহিত্যৰ বিভিন্ন শাখাৰ ভিতৰত প্ৰথমে কবিতাত ফুটি উঠিবলৈ ধৰে। কল্লোলগোষ্ঠীৰ মোহিতলাল, নজৰুল আদি বিপ্লৱী কবিৰ দ্বাৰা প্ৰভাৱিত দুজনমান অসমীয়া কবিয়ে ত্ৰিশৰ দশকতে ৰোমাণ্টিকতাৰ বিৰোধিতা কৰি অসমীয়া সাহিত্যলৈ নতুন ভাবধাৰা আদৰি আনিবলৈ চেষ্টা চলাইছিল। কিন্তু পত্ৰিকা-প্ৰাণ অসমীয়া সাহিত্যৰ কাণ্ডাৰী স্বৰূপ প্ৰভাৱশালী সাহিত্য পত্ৰিকাবোৰৰ সম্পাদকসকলে সেই 'চেষ্টা'ক আদৰণি জনোৱা নাছিল। এই সম্পৰ্কে ড° মহেশ্বৰ নেওগে লিখিছে ঃ

> এই দশকৰ (ত্ৰিশৰ দশকৰ) অন্তলৈ প্ৰেম-কবিতাৰ ঢল চলিয়ে থাকে আৰু অনেক তৰুণ কবিয়ে তাত স্নান কৰে। এই সকলৰ ভিতৰত দয়াহীনা দয়িতাৰ অৰুন্তুদ মায়া প্ৰেমত আবদ্ধ গণেশ চন্দ্ৰ গগৈৰ কবিতা অস্তাচলৰ সূৰ্যৰ দৰে ৰোমাণ্টিক প্ৰেমৰ ৰক্তস্নাত বিদায়ৰ সুৰ হৈ উঠিল। ভাব প্ৰৱণতা, শব্দ বিলাস, আদিৰে কবিতা ৰোগাক্ৰান্ত হৈ পৰিল। অসমীয়া কাব্যবাণীয়ে যেন মুক্তি বিচাৰি চকুপানী টুকিলে। জৰ্জীয়, যুদ্ধোত্তৰ আদি ইংৰাজী কবিতাৰ আদৰ্শত দুই-এজনে নব্য প্ৰয়োগ বিচাৰি বিদ্ৰোহ কৰিব খুজিছিল, বঙ্গদেশৰ নতুন ভঙ্গীলৈ দৃষ্টি আকৰ্ষণ কৰিছিল; কিন্তু পত্ৰিকাগত প্ৰাণ অসমীয়া সাহিত্যই নতুনৰ আবেদন অগ্ৰাহ্য কৰিলে। অসম পংক্তিক অন্ত্যানুপ্ৰাসযুক্ত পদ আৰু মুক্তক ছন্দত মাত্ৰ কাব্যৰ নতুন মুক্তিৰ প্ৰথম গান বাজি উঠিল।[৩]

উক্ত 'দুই-এজন' কবিৰ ভিতৰত উল্লেখযোগ্য হ'ল প্ৰসন্নলাল চৌধুৰী (১৯০২-১৯৮৬) আৰু ধীৰেন্দ্ৰ চন্দ্ৰ দত্ত (১৯১০-৭২)। কাজী নজৰুল ইছলামৰ দৰে প্ৰসন্নলাল চৌধুৰীক 'বিদ্ৰোহী কবি' আখ্যা দিয়া হৈছে। পৰাধীন সমাজৰ অসাম্য,

দুৰবস্থা দেখি নজৰুলৰ দৰে প্ৰসন্নলালেও চিঞৰি উঠিছে ঃ

কোৰ মাৰি মাৰি চাহ বাগিছাত
মনুষ্যত্ব বেচা যায়,
বাঙ্কো তেজ ঢালি ৰঙা ৰাজআলি
ধনী ফুৰে 'হাৱা' খাই
হাৱাগাড়ী দৌৰাই;[৪]

সংগ্ৰামৰ জৰিয়তে দেশলৈ স্বাধীনতা আনিব বিচৰা প্ৰসন্নলালে সংগ্ৰামৰ প্ৰতি তেওঁৰ আস্থা এনেদৰে প্ৰকাশ কৰিছে ঃ

আজি কাঠ ভেদি কুঁহিপাত ফুলি উঠিবৰ উন্মেষ গোপন,
নিৰস ৰসত লাল ফুল ফুলিবৰ তীব্ৰ জাগৰণ,
শীত আছে সুপ্ত হৈ কুঁৱলী নিহালি মৃত্যু নয়নত,
অৱসন্ন অতীতৰ কঁপে কণ্ঠ সুৰ নিদ্ৰা মগনত।

(— পছোৱাৰ ডাক)

দেশৰ স্বাধীনতা সংগ্ৰামৰ পৰা প্ৰেৰণা লাভ কৰি লিখা প্ৰসন্নলাল চৌধুৰীৰ এই কবিতাৰ লগত ৰাজনৈতিক বন্দী হিচাপে কাৰাবাস খাটি থাকোঁতে নজৰুল ইছলামে লিখা 'সৃষ্টি সুখের উল্লাসে' শীৰ্ষক কবিতাটিৰ ভাব-ভংগীৰ মিল মন কৰিবলগীয়া ঃ

আজকে আমার রুদ্ধ প্রাণের পল্লবে
বান ডেকে ঐ জাগল জোয়ার দুরয়ায় -ভাঙা কল্লোলে।
আসল হাসি আসল কাঁদন, আসল মুক্তি আসল বাঁধন;
মুখে ফুটে আজ, বুক ফাটে মোর তিক্ত দুখের সুখ আসে,
রিক্ত বুকের দুখ আসে—
আজ সৃষ্টি সুখের উল্লাসে।[৫]

প্ৰসন্নলালৰ প্ৰথম কাব্য সংকলন 'অগ্নিমন্ত্ৰ'ৰ নামকৰণত নজৰুলৰ বিখ্যাত সংকলন 'অগ্নিবীণা'ৰ (১৯২২) প্ৰভাৱ নুই কৰিব নোৱাৰি।

ধীৰেন্দ্ৰ চন্দ্ৰ দত্তৰ কবিতা সংকলন 'অভিযান'ত (১৯৩৫) মুঠ ১৭ টা কবিতা সংকলিত হৈছে আৰু ইবোৰ ১৯৩৪-৩৫ চনৰ ভিতৰতে ৰচনা কৰা হয়। গতিকে, নজৰুল ইছলামৰ দ্বাৰা প্ৰভাৱিত দত্তই প্ৰসন্নলাল চৌধুৰীতকৈও আগতে বিষাদমুখী অসমীয়া ৰোমাণ্টিক কবিতাৰ পিনে পিঠি দি অসমীয়া কবিতাত নতুন সংগ্ৰামী সুৰ আৰোপ কৰিব বিচাৰিছিল বুলি ঠিৰাং কৰিব পাৰি। কিয়নো প্ৰসন্নলালৰ নতুন সুৰৰ কবিতাবোৰ প্ৰকাশ পাবলৈ ধৰে ত্ৰিশৰ দশকৰ শেষৰ পিনৰ পৰাহে।[৬] গতিকে, অসমীয়া তথা ভাৰতীয় সমাজৰ অসাম্য লক্ষ্য কৰি আৰু ইয়াৰ নিৰাময়ৰ উপায় চিন্তাৰ পৰিৱৰ্তে 'দৰিদ্ৰ কৃষকে' 'মুখত ধোদৰ হাঁহি'লৈ আৰু 'যুৱকসকল একেবাৰে জড় অচল' দেখি, 'মৰিব লাগিলে বীৰৰ দৰে মৰিম' বুলি —সমাজত দেখা দিয়া 'সকলো প্ৰকাৰ জড়তা দীনতা হীনতাৰ বিৰুদ্ধে'[৭] অভিযান চলাই কবিতা লিখা ধীৰেন্দ্ৰ চন্দ্ৰ দত্তই হ'ল প্ৰথম অসমীয়া প্ৰগতিশীল কবি।

নজৰুল ইছলামৰ ভাব-ভাষা অনুকৰণ কৰি এই দুগৰাকী অসমীয়া কবিয়ে কেনেদৰে অসমীয়া কবিতালৈ নতুনত্ব আনিবলৈ চেষ্টা চলাইছিল, তলৰ উদ্ধৃতিয়ে এটি আভাস দিব ঃ

তোদের বন্ধ কারায় আসা মোদের বন্দী হ'তে নয়,
ওরে ক্ষয় করতে আসা মোদের সবার বাঁধন - ভয়।[৮]

— শিকল-পরার গান/ নজরুল

অন্ধকাৰৰ গভীৰ গুহাত
পথ আছে তোৰ ৰুদ্ধ হৈ,
বন্ধ কাৰাত লুপ্ত চেতন
হৈ অচেতন বন্দী তই।

—ধুমুহা / ধীৰেন্দ্ৰ চন্দ্ৰ দত্ত

বন্ধ কাৰাৰ অন্ধকাৰত জুই লৈ কৰো খেল
মৃত্যু মেঘৰ নৃত্য সভাত পাতো জীৱনৰ গুপ্ত মেল।

—অগ্নিমন্ত্ৰ / প্ৰসন্নলাল চৌধুৰী

ৰঘুনাথ চৌধাৰী সম্পাদিত পযেকীয়া জয়ন্তী (১৯৩৮-৪২) বন্ধ হোৱাত

১৯৪৩ চনৰ নবেম্বৰ মাহৰ পৰা কমলনাৰায়ণ দেৱ আৰু চক্রেশ্বৰ ভট্টাচাৰ্য্যৰ সম্পাদনাত মাহেকীয়া হিচাপে নতুন ৰূপত জয়ন্তী প্ৰকাশ পায়। লগে লগে নতুন লেখকগোষ্ঠী এটিৰ সৃষ্টি হ'ল — য'ত আছিল ভবানন্দ দত্ত, অমূল্য বৰুৱা, হেম বৰুৱা, কেশৱ মহন্ত, মহেশ চন্দ্ৰ দেৱ গোস্বামী, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য, উগ্ৰ কটকী (আনন্দেশ্বৰ শৰ্মাৰ ছদ্মনাম) আদিৰ উপৰিও দুয়োগৰাকী সম্পাদক।

এই লেখকগোষ্ঠীয়ে অতি ক্ষোভেৰে লক্ষ্য কৰিলে — অসমীয়া তথা ভাৰতীয় সমাজৰ মুমূৰ্ষু, পয়ালগা অৱস্থা। সমাজৰ এই দুৰৱস্থাৰ ছবি আঁকিবলৈ যাওঁতে তেওঁলোকে আৰ্হি হিচাপে ল'লে — ইংৰাজী সাহিত্যৰ ত্ৰিশৰ দশকৰ ডব্লিও. এইচ. অডেন (W. H. Auden, 1907-73) আৰু তেওঁৰ দ্বাৰা প্ৰভাৱিত স্পেন্দাৰ (Stephen Spender, 1909-), মেক্‌নিচ (Louis Macneice, 1907-'63), দে লুইছ (Cecil Day Lewis, 1904-) আদি সাম্যবাদী কবিসকলৰ কবিতা। বংগৰ কল্লোলগোষ্ঠী আৰু পৰৱৰ্তী কালৰ প্ৰগতিশীল পৰিচয় (১৯৩৬—) গোষ্ঠীৰ প্ৰেমেন্দ্ৰ মিত্ৰ, সমৰ সেন, বিষ্ণু দে আদি বাওঁপন্থী কবিসকলৰ কবিতাৰ দ্বাৰাও জয়ন্তীগোষ্ঠী প্ৰভাৱিত হৈছিল।

উল্লেখযোগ্য যে এই শতিকাৰ কুৰিৰ দশকত (তৃতীয় দশকত) প্ৰতীক আৰু চিত্ৰকল্পবাদী কবিতা লিখি ইউৰোপীয় সাহিত্যত খলকনি লগোৱা, তথা ১৯২৫ চনত নোবেল পুৰস্কাৰ লভি পৃথিৱী বিখ্যাত হৈ পৰা টি. এছ. এলিয়টৰ (১৮৮৮-১৯৬৫) আধুনিক নিৰাশাবাদী কবিতাক 'ব্যক্তি কেন্দ্ৰিক decadent জীৱনৰ বিলাপী'[৯] কবিতা বুলি জয়ন্তীগোষ্ঠীয়ে ইচ্ছাকৃত ভাবে তেনে ধাৰাৰ কবিতা ৰচনাৰ পৰা বিৰত আছিল। আধুনিক কবিতাৰ ভাবাদৰ্শ কেনে হ'ব লাগিব — এই সম্পৰ্কত তেওঁলোকৰ ধাৰণা বা সিদ্ধান্ত স্পষ্ট আছিল। 'সত্যকাম' ৰূপী কমলনাৰায়ণ দেৱে লিখিছে :

> প্ৰথমতঃ আধুনিক কবিতাৰ দৃষ্টি ভঙ্গী হৈছে নেতিবাচক। এই সমাজ নিৰন্তৰ ক্ষয়িষ্ণু, জীৱনৰ আশা ইয়াত নাই, আদৰ্শ আজি বিষময়, সুন্দৰ আজি লাঞ্ছিত। সমাজৰ ঘুণে খোৱা ভিতৰুৱা অংশ আৰু তাৰ আসন্ন

> পৰিবৰ্ত্তনৰ প্ৰয়োজনীয়তাক ফুটাই তোলাটোৱেই আধুনিক কবিতাৰ উদ্দেশ্য। কিন্তু সামাজিক দৃষ্টি অকল ইয়াত শেষ হ'ব নোৱাৰে। ধ্বংস-স্তুপৰ মাজতে সাম্য ৰাজ্যৰ সঙ্কেত বুৰঞ্জীয়ে আমাক দিব, এই কথাটো কবিতাৰ ভিতৰেদি ব্যক্ত কৰিব লাগিব। ... কবিৰ লগত সমাজৰ সম্বন্ধ অঙ্গাঙ্গী। এই হেতুকে কবিবিলাকে এই সমাজ সৃষ্টিৰ বাবে মাৰ্ক্সৰ সমাজবাদৰ আশ্ৰয় গ্ৰহণ কৰিবই লাগিব।[১০]

এই দৰ্শনৰ পোষকতা কৰিছিল কাৰণেই তেওঁলোকে টি. এছ. এলিয়টৰ কাব্য-ধাৰা অনুকৰণ কৰা নাছিল। একে কাৰণতে আধুনিক জীৱনৰ নিসংগতাবোধ আৰু হতাশাৰ চিত্ৰ অঁকা, এলিয়ট - পন্থী জীবনানন্দ দাশ আৰু a rebel - without any political design[১১] 'বন্দীর বন্দনা'ৰ বুদ্ধদেব বসুৰ কবিতাৰ প্ৰতিও তেওঁলোক আকৰ্ষিত হোৱা নাছিল। আকৰ্ষিত হৈছিল — 'ধনী ও ভাগ্যবানদেব শোষণে নিৰ্যাতিত শ্ৰমজীবীর দুঃখ - দুৰ্দশাময় ব্যৰ্থ জীবন[১২] প্ৰত্যক্ষ কৰি কবিতা লিখা প্ৰেমেন্দ্ৰ মিত্ৰ, 'জনতার জীবনের সঙ্গেই পরম মিতালি'[১৩] পতা সমৰ সেন, মহাযুদ্ধৰ সময়ত মাৰ্ক্সবাদী দলৰ লগত জৰিত হৈ পৰা বিষ্ণু দে ইত্যাদি কবিসকলৰ প্ৰতি। বংগৰ এই সকল কবি আৰু হিন্দী সাহিত্যৰ চল্লিছৰ দশকৰ প্ৰগতিশীল কবিসকলৰ পিনে লক্ষ্য কৰি জয়ন্তীৰ সম্পাদক কমলনাৰায়ণ দেৱে মন্তব্য কৰিছেঃ

> মাৰ্ক্সৰ সাম্য দৃষ্টি আৰু অৰ্থ দৃষ্টিক ভাৰতীয় প্ৰগতিশীল সাহিত্যিকসকলে আয়ত্ব কৰি লৈছে। কিন্তু আত্মাৰ অস্তিত্বক অস্বীকৃত কৰিবৰ শক্তি এতিয়াও হৈ উঠা নাই। মাৰ্ক্সৰ দেহাত্মবাদ এতিয়াও তেওঁলোকৰ বুদ্ধিত প্ৰবিষ্ট হোৱা নাই। অধুনা বঙালী আৰু হিন্দী সাহিত্যত ইয়াৰ ক্ষীণ আভাস দেখা দিছে।[১৪]

এইখিনিতে আমি উল্লেখ কৰি থব খোজো যে জয়ন্তীগোষ্ঠীয়ে বাংলাৰ উপৰিও ভাৰতৰ অন্যান্য ভাষাৰ সাহিত্যৰ লগতো সততে যোগাযোগ ৰাখিছিল। জয়ন্তীৰ কবিতা অন্য ঠাইৰ, অন্য ভাষাৰ কাকত-আলোচনীত অনূদিত হৈ প্ৰকাশ পাইছিল ঃ

ৰাইজে শুনি সুখ পাব যে যোৱা সংখ্যাত প্ৰকাশিত শ্ৰীযুত কেশৱ মহন্তৰ 'তেওঁ আৰু মই' শীৰ্ষক কবিতাটো কাশ্মীৰৰ জম্মুৰ পৰা ওলোৱা হিন্দী সাপ্তাহিক গুলাবত অনূদিত হৈ প্ৰকাশ পাইছে। তদুপৰি অধ্যাপক শ্ৰীযুত হেম বৰুৱাদেৱৰ যোৱা সংখ্যাত প্ৰকাশ হোৱা 'মৰুভূ' আৰু ৭ম-৮ম সংখ্যাত প্ৰকাশ হোৱা 'দৌল পূৰ্ণিমা' কবিতা দুটা মাদ্ৰাজৰ পৰা ওলোৱা সুবিখ্যাত ইংৰাজী আলোচনী ত্ৰিবেণীত প্ৰকাশ হোৱাটো সঁচাকৈয়ে আনন্দৰ কথা।[১৫]

সৰ্বভাৰতীয়, সমসাময়িক সাহিত্য-আন্দোলনৰ লগত জয়ন্তীগোষ্ঠীয়ে যে যোগাযোগ ৰক্ষা কৰি নিজ ভাষাৰ সাহিত্য-আন্দোলনটি চলাই নিবলৈ উঠি- পৰি লাগিছিল উক্ত কথাই তাকে প্ৰমাণ কৰে। হিন্দী আদি সাহিত্যৰ অনূদিত ৰচনাও জয়ন্তীত প্ৰকাশিত হৈছিল।[১৬]

ভাৰতীয় সাহিত্যৰ ভিতৰত বাংলা সাহিত্যৰ লগত অসমীয়া সাহিত্য-শিল্পীৰ সম্পৰ্ক অধিক ঘনিষ্ঠ কাৰণে সেই সাহিত্যৰ প্ৰভাৱ অসমীয়া সাহিত্য-শিল্পীৰ ওপৰত তুলনামূলক ভাবে বেছি। এই কথাৰ প্ৰমাণ আছে ঊনবিংশ শতিকাৰ অসমীয়া ৰোমাণ্টিক সাহিত্যতো। কুৰি শতিকাৰ পঞ্চম দশকত আৰম্ভ হোৱা প্ৰগতিশীল সাহিত্য-আন্দোলনৰ পিনে চকু দিলেও বুজিব পৰা যায় — জয়ন্তীগোষ্ঠীৰ সাহিত্য-শিল্পীসকল বাংলা সাহিত্যৰ প্ৰগতিশীল সাহিত্যিক-কবিসকলৰ দ্বাৰা কেনেদৰে প্ৰভাৱিত হৈছিল।

জয়ন্তীগোষ্ঠীৰ পথ নিৰ্দেশক কবি ভবানন্দ দত্ত ইউৰোপীয় আধুনিক সাহিত্যৰ উপৰিও আধুনিক বাংলা সাহিত্যৰো চিৰিয়াছ পাঠক আছিল। বিশ্বকবি ৰবীন্দ্ৰ নাথ ঠাকুৰে সাহিত্যিক-জীৱনৰ অন্ত্যপৰ্বত (১৯৩৮-৪১) 'মৃত্তিকার মানুষের সংগে মিতালি' পাতি, 'কাব্যে জনতাকে যৌব-রাজ্যে অভিষিক্ত' কৰি আৰু 'যুদ্ধবাজ ফ্যাসিশক্তির বিরুদ্ধে মারণ মন্ত্র উচ্চারণ'[১৭] কৰি ৰচনা কৰা কবিতালানিৰ উপৰিও প্ৰগতিশীল বঙালী কবিসকলৰ কবিতাবোৰৰো তেওঁ মনোযোগী পাঠক আছিল। কবিগুৰুৰ কবিতা - ধাৰাৰ উত্তৰণ সম্পৰ্কত জয়ন্তীত তেওঁ লিখিছিল :

ৰাছিয়াৰ অভিজ্ঞতাৰ পৰা তেওঁ বুজিলে যে শোষিত, সৰ্বহাৰাবৰ্গ শক্তিহীন অচেতন হৈনাথাকে। বৰং নিস্পেষণ আৰু অত্যাচাৰৰ মাজেদি সিহঁত ঐক্যবদ্ধ হৈ গোটেই ধনতান্ত্রিক সভ্যতাৰ বিৰুদ্ধে এদিন মূৰ তুলি থিয় দিয়ে নিজৰ ন্যায্য দাবি পূৰণ কৰিবলৈ। সাম্যবাদৰ আদৰ্শত অনুপ্রাণিত হোৱা অগণন শোষিত জনগণৰ জাগৰণৰ কলৰৱ তেওঁৰ কাণত বাজিল। তেওঁ বুজি পালে যে ক্ষুধাতুৰ আৰু ভূৰিভোজীসকলৰ নিদাৰুণ সংঘাতত পুৰণি সভ্যতাৰ বিলাসৰ কাৰেং এদিন ধূলিত বিলীন হৈ যাব, আৰু সেই ধ্বংসৰ ভেটিত এক নতুন মানৱ সমাজ গঢ়ি উঠিব। এইআগন্তুক নতুন মানৱতাক উদ্দেশ্য কৰি তেওঁ 'নবজাতক'ত গাইছে —

"নবীন আগন্তুক,
নব যুগ তব যাত্রার পথে
চেয়ে আছে উৎসুকে"

.... বিশ্বকবিৰ মনোজগতত নতুন জন্ম হ'ল। ঊনবিংশ শতাব্দীৰ ভাব বিলাসী ৰোমাণ্টিক কবিয়ে বিংশ শতাব্দীৰ বিপ্লৱী যুগৰ বিদ্রোহী কবি হ'ল।[১৮]

## (দুই)

কুৰি শতিকাৰ চল্লিছৰ দশকটো অসমীয়া সাহিত্যৰ ক্রান্তি আৰু সংঘৰ্ষৰ দশক হিচাপেও চিহ্নিত হোৱাৰ যোগ্য। এই 'ক্রান্তি' আছিল অলীক ৰোমাণ্টিকতাৰ পৰা মুক্ত হৈ বাস্তৱবাদলৈ উত্তৰণ, আৰু তাৰ বাবে পৰম্পৰাৰ বিৰুদ্ধে 'সংঘৰ্ষ'ত লিপ্ত হৈছিল চল্লিছৰ তৰুণ লেখকগোষ্ঠী। ৰোমাণ্টিক ভাবাবেগৰ পৰা অসমীয়া সাহিত্যক মুক্ত কৰিবলৈ চেষ্টা চলোৱা তৰুণ লেখকসকলে অনুভৱ কৰিছিল যে সময়ৰ লগত খোজ মিলাই চলিবৰ বাবে অসমীয়া সাহিত্যই ৰোমাণ্টিক চিন্তাৰ পৰিৱৰ্তে বাস্তৱবাদক আকোৱালি ল'বই লাগিব। কিয়নো দেশ ব্যাপি চলা অশান্তি, হতাশা-ক্ষয়িষ্ণুতাৰ বিৰুদ্ধে থিয় দিবলৈ ৰোমাণ্টিকতাৰ সাধকসকলৰ সৃষ্টি উপযুক্ত

মাধ্যম নহয়। সেই সময়ৰ অসমীয়া সমাজ আৰু সাহিত্যৰ বিষয়ে আলোকপাত কৰি ড° মহেশ্বৰ নেওগে লিখিছে ঃ

> অসমলৈ যেতিয়া মিত্ৰশক্তিৰ সমৰ সজ্জা ধুমধামেৰে আহিল, দক্ষিণৰ মণিপুৰত যেতিয়া জাপানী বোমা ফুটিল, অসমীয়া সাহিত্য আৰু সাহিত্যিকে তেতিয়া যঃ পলায়তি স জীৱতি কৰিলে। 'অসমীয়া জাতিৰ এই ঘোৰ বিপদ-ক্ষণত অসমীয়া সাহিত্যৰ মুৰব্বিসকলৰ বেছি ভাগেই আজি অন্তৰ্ধান আৰু একেই পথৰ পথিক অসমীয়া সাহিত্যিক অনুষ্ঠানবোৰো আজি নিমাত।' ইংৰাজ আৰু মাৰ্কিন সৈন্যৰ সমৰ-উদ্যোগত অসমৰ ইমূৰৰ পৰা সিমূৰলৈ উদুলি-মুদুলি লাগিল।... আহিল আৰ্থিক দুৰৱস্থা, খাদ্য বস্তুৰ অভাৱ, মহাৰ্ঘতা, চোৰাং বজাৰ। .... এই সকলোবোৰে নৈতিক মূল্যবোধক ধ্বংসোন্মুখ কৰি তুলিলে। ইয়াৰ মাজত সাহিত্যৰ নাম লোৱাটো হ'ল যেন ভীৰু আৰু অকৰ্মণ্যৰ কাম।[১৯]

অৱশ্যে সেই মৰ্মন্তুদ অৱস্থাৰ চাকনৈয়াত পৰি পৰম্পৰাগত মূল্যবোধত বিশ্বাসী আমাৰ ৰোমাণ্টিক যুগৰ সাহিত্যিকসকলে একে বাৰে সন্ন্যাস গ্ৰহণ কৰিছিল বুলি ভাবিলে ভুল হ'ব। তেতিয়াও অনিয়মীয়াকৈ প্ৰকাশ পাই থকা আগৰ তিনি দশকৰ শক্তিশালী বাঁহী, আৱাহন আৰু ৰঘুনাথ চৌধাৰী সম্পাদিত জয়ন্তীৰ (১৯৩৮-৪২) পাত লুটিয়ালে এই কথাৰ প্ৰমাণ পোৱা যায়। ৰোমাণ্টিক ভাবাদৰ্শৰে সাহিত্য-সেৱা অব্যাহত ৰাখিব বিচৰা আমাৰ প্ৰবীণ লেখকসকলৰ ৰচনা এই আলোচনী কেইখনত ওলাইছিল। এই আলোচনী কেইখনত বিজ্ঞাপন আকাৰে প্ৰকাশ পোৱা অসমীয়া কিতাপৰ তালিকাৰ পৰাও অনুমান কৰিব পাৰি যে চল্লিছৰ সেই শ্বাসৰুদ্ধ মৰ্মান্তিক পৰিবেশতো তেওঁলোক পৰম্পৰাবাদী হৈয়ে আছিল। মহাযুদ্ধৰ সময়ত ৰোমাণ্টিক কবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ চিন্তাৰ ক্ৰমে বাস্তববাদলৈ উত্তৰণ ঘটিছিল। সেই সময়ত তেওঁ লিখা অনেক কবিতাত প্ৰকাশ পাইছিল সামাজিক বাস্তৱতাৰ চিত্ৰ- দেশৰ দৰিদ্ৰ জনতাৰ মুক্তিৰ সপোন, সৰ্বনাশকাৰী মহাযুদ্ধৰ বিৰুদ্ধে বজ্ৰ-নিনাদ। সেই কাৰণে কোৱা হয় ঃ তেওঁৰ জীৱন-কালৰ শেষৰ বছৰ তিনিটাৰ (১৯৩৮-

৪১) সৃষ্টিহে ৰবীন্দ্রনাথৰ শ্রেষ্ঠ সৃষ্টি, চূড়ান্ত সৃষ্টি ঃ

> তাঁহার জীবনের শেষ তিনি বৎসরের এই অভিনব রূপান্তর আধুনিক সমালোচকের অভিনন্দন লাভ করিয়াছে। কেহ কেহ মনে করেন যে ১৯৩৮-১৯৪১ , এই তিন বৎসরই রবীন্দ্র কাব্যের শ্রেষ্ঠ বিকাশ, চূড়ান্ত সৃষ্টি। কারণ তিনি ঐতিহাসিক পরিপ্রেক্ষিতকে স্বীকার করিয়া প্রত্যহের জীবনবেগের সৃষ্টিশীলতাকে মানিয়া লইয়াছেন, পূর্বতন কাব্যকে বরবাদ করিয়া এই তিনি বৎসরের কাব্যে জনতাকে যৌব রাজ্যে অভিষিক্ত করিয়াছেন, এবং যুদ্ধ বাজ ফ্যাসি শক্তির বিরুদ্ধে মারণমন্ত্র উচ্চারণ করিয়াছেন।[২০]

দুৰ্ভাগ্যৰ কথা, ৰবীন্দ্রনাথৰ দৰে দূৰদৰ্শী, সাহসী আৰু জন দৰদী প্ৰবীণ সাহিত্যিক চল্লিছৰ দশকৰ অসমীয়া সাহিত্য-ক্ষেত্ৰত দেখা পোৱা নাযায়। বাস্তৱবাদী ৰূপে নিষ্ঠুৰ বাস্তৱৰ মুখামুখি হোৱাৰ পৰিৱৰ্তে পলায়নবাদী মনোবৃত্তি লৈহে তেতিয়া আমাৰ প্ৰবীণ সাহিত্যিকসকলে সাহিত্য চৰ্চা কৰি আছিল। চল্লিছৰ দশকতো প্ৰকাশ পাই থকা উক্ত আলোচনী কেইখনৰ পৰা দুটামান উদ্ধৃতি দি এই মন্তব্যৰ যথাৰ্থতা প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰা যাওঁক ঃ

ৰঘুনাথ চৌধাৰী সম্পাদিত জয়ন্তীলৈ পঠিওৱা উষা-অনিৰুদ্ধৰ প্ৰেম বিষয়ক কবিতা এটি 'সৌন্দৰ্য্য বিশ্লেষণ'ৰ সলনি 'সৌন্দৰ্য্যৰ স্বৰূপ' শিৰোনামাৰে প্ৰকাশিত হোৱাত ক্ৰোধিত হৈ কবি ৰত্নকান্ত বৰকাকতীয়ে বাঁহীৰ সম্পাদকলৈ এখন চিঠি লিখে — 'সম্পাদকৰ দৌৰাত্ম্য' শিৰোনামাৰে (২৭ শ বছৰ, বিশেষ সংখ্যা, ১৯৪০)। মূল বিষয়লৈ যোৱাৰ আগতে বৰকাকতীয়ে আগবঢ়োৱা দীঘলীয়া ভূমিকাৰ আৰম্ভণি এনেকুৱা ঃ

> পৃথিৱীত বোলে কোনেও কাকো ডাঙৰ হ'বলৈ এৰি নিদিয়ে; সেই কাৰণেই যুদ্ধ — কেৱল যুদ্ধ; কেৱল এটাৰ লগত আনটোৱেই নহয়, এটাৰে সৈতে গোটেইখনৰ -Each against all. এটাই প্ৰভাৱ বিস্তাৰ কৰা মানেই আন সকলো প্ৰভাৱ অলপ নহয় অলপ ক্ষুণ্ণ কৰা। তুমি

'হাকিম' হোৱা মানেই আন অসংখ্য মানুহৰ প্ৰতিজনকে ( বহুজন হয়তো হাকিম হ'বলৈকো তোমাতকৈ উপযুক্ত) অহাকিম কৰি অলপ নহয় অলপ ক্ষুণ্ণ কৰা। সেই দেখি পৃথিৱীত ইমান ৰজাতন্ত্ৰ, প্ৰজাতন্ত্ৰ, গণতন্ত্ৰ, ঘনতন্ত্ৰ (অৰ্থাৎ ঘনেপতি সলনি হোৱা তন্ত্ৰ) মনতন্ত্ৰ (অৰ্থাৎ মনেৰে যিটো তন্ত্ৰ পাতি লোৱা হৈছে) আদি বিস্তৰ তন্ত্ৰ-মন্ত্ৰ প্ৰচাৰিত আৰু প্ৰচলিত হোৱা সত্বেও সুবিধা পালে কোনেও কাৰো ওপৰত অত্যাচাৰ, উৎপীড়ন, উপদ্ৰৱ, দৌৰাত্ম্য কৰিবলৈ নেৰে, বা এৰা নাই। ৰাষ্ট্ৰৰ কথা এৰি দিলেও (কাৰণ এৰি দিবলৈ বাধ্যই — যিহেতু সি politics - monopoly থকা politician সকলে অনাধিকাৰ চৰ্চা কৰিলেতো শুদাই নেৰিব!) এনেয়েইনো দিনে নিশাই মানুহ জীৱনটোত কম অত্যাচাৰ, কম উৎপীড়ন নে বাৰু?[২১]

ৰোমাণ্টিক কবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ দ্বাৰা প্ৰভাৱান্বিত ৰত্নকান্ত বৰকাকতী এগৰাকী আগশাৰিৰ প্ৰবীণ কবি। এই উদ্ধৃতিত তেওঁৰ ভয়াতুৰ, পলায়নবাদী মানসিকতা স্পষ্ট হৈ পৰিছে। পৃথিৱীত 'কেৱল যুদ্ধ' আৰু 'ৰজাতন্ত্ৰ, প্ৰজাতন্ত্ৰ, গণতন্ত্ৰ' সম্পৰ্কে সজাগ হৈওঁ monopoly থকা politician সকল'ৰ ভয়তে তেওঁ বাস্তৱৰ পিনে পিঠি দিছে আৰু 'উষা-অনিৰুদ্ধৰ প্ৰেম'ৰ লেখীয়া কবিতা লিখাত ব্যস্ত হৈ পৰিছে — চল্লিছৰ অস্থিৰতা, অশান্তি, ক্ষয়িষ্ণুতাৰ মাজত থাকিও; 'আদৰ্শ কবি' ৰবীন্দ্ৰনাথ ঠাকুৰৰ কাব্য-ধাৰাৰ পৰিৱৰ্তন বা উত্তৰণ ঘটাৰ পাছতো।

১৯৪৪ চনৰ ২০ আগষ্ট তাৰিখে কলিকতাৰ টালিগঞ্জত থকা বাঁহীৰ কাৰ্যালয়ত শংকৰদেৱৰ তিথি উপলক্ষ্যে আগবঢ়োৱা বক্তৃতাত কবি যতীন্দ্ৰ নাথ দুৱৰাই কৈছিল ঃ

অতীত নাথাকিলে বৰ্তমান আৰু ভৱিষ্যত হ'ব নোৱাৰে। অতীতৰ ওপৰত ঠিয় দি বৰ্তমানে ভৱিষ্যতলৈ চায়। বৰ্ত মান অসমীয়া সাহিত্যৰ সৌষ্ঠৱ সম্পাদন কৰিবলৈ হ'লে আমি পুৰণি সাহিত্যলৈ পিঠি দিলে নচলিব। পুৰণি সাহিত্যক ভেটি কৰিহে আমাৰ উন্নতি বিধান কৰিব

লাগিব।[২২]

আনহাতে, অমূল্য বৰুৱাৰ বন্ধু ৰাজেন হাজৰিকাৰ ৰচনাৰ পৰা জনা যায় যে যতীন্দ্ৰ নাথ দুৱৰা আদি প্ৰবীণ লেখকে জয়ন্তীগোষ্ঠীয়ে আৰম্ভ কৰা বাস্তৱবাদী, প্ৰগতিশীল সাহিত্য-আন্দোলনক আদৰণি জনাব পৰা নাছিল। নিজৰ পৰম্পৰাবাদী ৰক্ষণশীল মনোবৃত্তিৰ বাবেই নতুন ধাৰাৰ কবিতা পঢ়ি তেওঁলোকে 'জিকাৰ খাই উঠিছিল'ঃ

> পূৰ্বসূৰী কবিসকলে অমূল্যৰ কবিতা পঢ়ি জিকাৰ খাই উঠিছিল। আনকি দুৱৰাদেৱক 'নিজৰা, ফুল আৰু শিলৰ সপোন' নেদেখি বাস্তৱতালৈ নামি আহিবলৈ কোৱাত তেখেতে বৰ আঘাত পাইছিল।[২৩]

নতুন জয়ন্তীৰ সম্পাদক দুজন পৰম্পৰাৰ উৰ্ধলৈ উঠিব পৰা চিন্তাশীল ব্যক্তি আছিল কাৰণে তেওঁলোকে অসমীয়া সাহিত্যক যুগোপযোগী ৰূপত গঢ় দিবলৈ বিচাৰিছিল। চল্লিছৰ ক্ষয়িষ্ণু কালত, পাশ্চাত্য সাহিত্যত ইতিমধ্যে আলোড়ন সৃষ্টি কৰা প্ৰগতিশীল ভাবধাৰাই অসমীয়া সাহিত্যলৈ যুগৰ উপযোগী পৰিৱৰ্তন আনিব বুলি তেওঁলোকৰ বিশ্বাস হৈছিল। সেইবাবে, আৰম্ভণিৰে পৰা প্ৰগতিশীল ভাব-ভংগীৰ কবিতা, গল্প, প্ৰবন্ধ আদি প্ৰকাশত তেওঁলোকে গুৰুত্ব দিলে। এই সম্পৰ্কত জয়ন্তীৰ এগৰাকী লেখক ড° মহেশ্বৰ নেওগৰ বিশ্লেষণ এনেকুৱা ঃ

> জয়ন্তীয়ে নিজকে প্ৰগতিবাদী বুলি ঘোষণা কৰিলে আৰু পোনৰে পৰা ৰোমাণ্টিক ধাৰাৰ কবি - সাহিত্যিকসকলক পোনপতীয়াকৈ আক্ৰমণ কৰিলে। 'আহিবা লাহৰী' - 'নাহিবা লাহৰী', 'মই অসমীয়া' — 'মই মোগল-পাঠান' গাই থলক লগোৱা প্ৰেম আৰু জাতীয় চেতনাৰ শেহৰ কবিতাবোৰলৈ 'জয়ন্তী'য়ে ইতিকিং আৰম্ভ কৰিলে আৰু যতীন্দ্ৰ নাথ দুৱৰা আৰু দেৱকান্ত বৰুৱাৰ দৰে সেই সময়ৰ শ্ৰেষ্ঠ জনপ্ৰিয় কবিৰ কাৰুণ্য আৰু প্ৰেমৰ সংবেদনক গলদশ্ৰুভাবুকতা আৰু 'ইৰোটোমেনিয়া' বা কামোন্মাদ বুলি সিবোৰৰ বুকুত আঘাত হানিলে, আৰু ৰোমাণ্টিছিজম বা ৰমন্যাসবাদক টি. এছ. ইলিয়টৰ কথাৰে ইচ্ছাকৃত মনোবিকৃতি আৰু

সাহিত্যিক ৰোগ বুলি সিদ্ধান্ত কৰিবলৈ বিচাৰিলে। এইখিনিতেই পুৰণি আৰু নতুনৰ বিচ্ছেদ ঘটিল, আৰু নিজৰ মান ৰাখি পুৰণি নীৰৱ হৈ পৰিল।[২৪]

ৰাছিয়াৰ সাম্যবাদী বিপ্লৱৰ সময়ত যেতিয়া ৰাছিয়ান সাহিত্য প্ৰগতিশীল ৰূপলৈ গতি কৰিছিল, পৰম্পৰাবাদী লেখকসকলে তাক সহজ ভাবে ল'ব পৰা নাছিল। তেওঁলোকৰ কিছুমান নীৰৱ হৈ পৰিছিল আৰু কিছু সংখ্যক দেশান্তৰিত হৈছিল। ১৯২৪ চনত ৰাছিয়াৰ প্ৰখ্যাত সমালোচক চেৰগেই ইচিনিনে (Sergei Esenin) লিখিছিল :

> During the years of the revolution, when the old way of life had been destroyed and the new had not yet been able to emerge in the whirlwind of events, creative writing in our country was as whirling and explosive as the age of the revolution itself. The realm of chaos had arrived. There were the most incredible rifts and remarkable unions. Innumerable groups and trends were formed. Writers and poets who had drwan their strength from the old order either went abroad or kept quiet, and those who accepted the revolution marched in step with it.[২৫]

ভাৰতৰ স্বাধীনতা সংগ্ৰামক সাম্যবাদী বিপ্লৱৰ লগত তুলনা কৰিব নোৱাৰি। কিন্তু স্বাধীনতা সংগ্ৰামে দেশৰ বহুতো চিন্তাশীল ব্যক্তিৰ লগতে কবি-সাহিত্যিক সকলকো আশাবাদী কৰি তুলিছিল : শোষক ইংৰাজ-শক্তিৰ কবলৰ পৰা মুক্ত হ'লে ভাৰততো 'স্বাধীনতা, সমতা আৰু ভ্ৰাতৃত্ব'ৰ বাণীৰ ভেটিত নতুন সমাজ ৰচিত হ'ব। প্ৰগতিশীল জয়ন্তীগোষ্ঠীৰ লেখকসকলকো দেশৰ স্বাধীনতা সংগ্ৰামে তেনেদৰে আশাবাদী কৰি তুলিছিল। সেইবাবে সেই সংগ্ৰামৰ প্ৰতি তেওঁলোকৰ

আছিল আকুণ্ঠ সমৰ্থন। নতুন সাম্যবাদী ভাৰতীয় সমাজ গঠনৰ স্বপ্ন এইদৰে বাস্তৱত পৰিণত হ'ব বুলি **ভাৰতীৰ মুক্তিৰ স্বপ্ন** শীৰ্ষক কবিতাত অমূল্য বৰুৱাই ব্যক্ত কৰিছিল ঃ

ছাই হৈ যাব এই পুৰণি পৃথিৱী
নতুন্ সৃষ্টিত হ'ব নতুন সূচনা।

আমাৰ পৰম্পৰাবাদী লেখকসকলো দেশৰ স্বাধীনতা সংগ্ৰামৰ দ্বাৰা প্ৰভাৱান্বিত হৈছিল যদিও প্ৰগতিশীল তৰুণ লেখকসকলৰ দৰে সাম্যবাদী সমাজ গঠনৰ কথা তেওঁলোকে তেনেকৈ চিন্তা কৰা নাছিল। সাহিত্যৰ ক্ষেত্ৰত ৰোমাণ্টিকতাই তেওঁলোকক এনেদৰে আচ্ছন্ন কৰি ৰাখিছিল যে সেই ভাব-ধাৰাৰ পৰা মুক্ত হৈ নতুন ধাৰাৰ সাহিত্য ৰচনা কৰাতো তেওঁলোকৰ পক্ষে অসম্ভৱ কথা আছিল।

নিজৰ আদৰ্শ-পথেৰে অসমীয়া সাহিত্যৰ সুঁতি বোৱাই নিবলৈ সংগ্ৰাম চলোৱা জয়ন্তীৰ প্ৰগতিশীল লেখকগোষ্ঠীয়ে 'যুগৰ অনুপযোগী' সাহিত্য-সাধক বুলি চিহ্নিত কৰি চল্লিছৰ ৰোমাণ্টিক লেখকসকলক তীব্ৰ ভাষাৰে আক্ৰমণ কৰিছিল। চৈয়দ আব্দুল মালিকৰ ৰোমাণ্টিক প্ৰেমৰ গল্পৰ প্ৰতি তীব্ৰ কটাক্ষ কৰাৰ প্ৰসংগ আমি ইতিমধ্যে উনুকিয়াই আহিছোঁ। এতিয়া, সমসাময়িক ৰোমাণ্টিক কবি আৰু কবিতাৰ প্ৰতি কৰা আক্ৰমণৰ দুটামান উদাহৰণ দিয়া যাওঁক —

(ক) দেৱকান্ত বৰুৱাৰ এটা জনপ্ৰিয় প্ৰেমৰ কবিতা হ'ল 'অপ্ৰকাশ'। এই কবিতাক কটাক্ষ কৰি আৰু কবিসকলক বাস্তৱবাদী হ'বলৈ আহ্বান জনাই মহেশ চন্দ্ৰ দেৱগোস্বামীয়ে একে শিৰোনামা দি জয়ন্তীত লিখে ঃ

মোৰ বাবে কাব্য নেলেখিবা। মোৰ কথা শুনা, কাৰো বাবে
কাব্য নেলেখিবা।
অন্তৰৰ অলীক কল্পনা, কাব্যৰ ছন্দত গাঁথি
নষ্ট নকৰিবা।

— — —

সূৰ্য উদয়ৰে পৰা মাজনিশালৈকে যত ভিক্ষাৰীৰ
আকুল আহ্বান

মাৰ গই আছে তাতে অন্নহীন দৰিদ্ৰৰ অন্তৰৰ
কৰুণ ক্ৰন্দন?[২৬]

(খ) জয়ন্তীৰ ষষ্ঠ বছৰ দ্বাদশ সংখ্যাৰ 'নাৰদৰ বেতাৰ বাতৰি'ৰ ভাষ্য আৰু তীব্ৰ ঃ

ভূতপূৰ্ব 'টি. এম.' ট্যাইম্যান (?) কবি-সাহিত্যিক শ্ৰীযুত অম্বেশ্বৰ চেতিয়া ফুকনদেৱে ষষ্ঠ বছৰৰ কাতি সংখ্যা 'বাঁহী'ত এটা বৰ আশাৰ কথা শুনাইছে। যি সকলে অসমৰ ভৱিষ্যত ভাবি আমাৰ নিচিনাকৈ ভয়তে হাত ভৰি লুকুৱাইছে অথবা নিৰুপায়ৰ উপায় ভগৱানৰ শৰণ লৈ ত্ৰাহি ত্ৰাহি লগাইছে, তেওঁলোকে শুনক আমাৰ কবিয়ে 'মই অসমীয়া' বুলি কি কয় ঃ

কোনে পাৰে কাঢ়ি নিব ধৰ্ম ভাষা আজি মোৰ
থাকোঁতে জাগৃত হই অসম ৰখীয়া?
মৰণৰ মুহূৰ্ত্ত তো ৰিঙিয়াই কই যাম
সিংহৰ পোৱালি এই মই অসমীয়া। ....

... বৰ সজ কথা। সিংহৰ পোৱালি আমাৰ অসম ৰখীয়া এই আন এগৰাকী 'মই অসমীয়া কবি'ৰ চুলিৰ সমান আয়ুস হওঁক। কবিৰ মনত ভাল নালাগিব পাৰে কিন্তু সি আধুনিক যুদ্ধৰ ষ্টেটেজিৰ কথা। নিজৰ আটাইখিনি বুধি শত্ৰুৰ আগত বেকত কৰা বৰ ভাল নহয়। সেই দেখাদেখিকৈ যুঁজা ভীষ্ম, অৰ্জুন অথবা হেক্টৰহঁতৰ দিন আৰু নাই। কাৰণ আজিতো মহাভাৰত বা ইলিয়াদৰ যুগৰ নিচিনাকৈ হাজাৰ বীৰ হ'লেও দেখাদেখিকৈ যুঁজিব নোৱাৰে। .......

(গ) 'প্ৰগতি' আৰু 'প্ৰতিক্ৰিয়াশীল'ৰ কথা ক'বলৈ গৈ চক্ৰেশ্বৰ ভট্টাচাৰ্য্যই লিখিছিল ঃ

প্ৰগতি সদায় প্ৰতিক্ৰিয়াশীলতাৰ শত্ৰু। প্ৰতিক্ৰিয়াশীলতাক বিনাশ কৰাই তাৰ ক্ৰুছেড, তাৰ ধৰ্মযুদ্ধ। ইয়াৰ বাবে মোক কোনো মন্ত্ৰ গুৰুৰ আৱশ্যক

নাই। ই মোৰ মানৱ হিচাপে জন্মাৰ যুক্তি, ই মোক মানৱৰ অতদিনীয়া সংস্কৃতিয়ে মধুৰ মুৰুলি বাঁহীৰে শুনোৱা সঙ্গীত। এইবাবে আমাৰ বিখ্যাত কবি সাহিত্যিক শ্ৰীযুত ৰত্নকান্ত বৰকাকতীৰ নিচিনাকৈ প্ৰগতি সাহিত্য মহতিয়াই 'অনেক বাদ - বিবাদৰ অধ্যয়নত সোমাই নিজৰ মনতে নিজে 'লেনিন কি, ষ্টেলিন' কিবা এটা হৈ চিন্তাৰাজ্যৰ নপতা ফুকনটো হৈ বহি থাকিবলৈ মোৰ সাহস নাই। মই ভালদৰে জানো আজি জগত জুৰি নিৰ্লজ্জ প্ৰতিক্ৰিয়াশীল দানৱৰ প্ৰচণ্ড প্ৰতাপ, বিৰাট ভোজ। সেই ভোজত কোৰবাণি হৈছে অগণন মানৱ জীৱন।[২৭]

এইদৰে চল্লিছৰ তৰুণ লেখকসকলে ৰোমাণ্টিক সাহিত্যৰ বিৰোধিতা কৰি বাস্তৱবাদী, প্ৰগতিশীল সাহিত্যান্দোলনৰ সূচনা কৰিছিল। ৰাছিয়াৰ প্ৰগতিশীল সাহিত্যৰ জয়যাত্ৰাৰ সময়ত সেই দেশৰ পৰম্পৰাবাদী সাহিত্যিকসকল নীৰৱ হৈ পৰাৰ দৰে অসমীয়া পৰম্পৰাবাদী, চল্লিছৰ প্ৰবীণ ৰোমাণ্টিক লেখকসকলে ক্ৰমে 'নিজৰ মান ৰাখি' নীৰৱ হৈ পৰে। আনহাতে, চৈয়দ আব্দুল মালিক আদি ডেকা লেখকসকল ক্ৰমে বাস্তৱবাদলৈ গতি কৰে।

## (তিনি)

আমি ইতিমধ্যে কৰি অহা আলোচনাৰ পৰা এইটো প্ৰতীয়মান হ'ল যে চল্লিছৰ দশকৰ সৰহ সংখ্যক কবিৰে কবিতাত প্ৰকাশ পাইছে প্ৰগতিশীল চিন্তা-চৰ্চা। এনে চিন্তা-চৰ্চাযুক্ত কবিতা ৰচনাৰ বাবে কবিসকলক সমল যোগালে প্ৰধানভাবে যুদ্ধ বিধ্বস্ত ভাৰতীয় সমাজৰ অৰ্থনৈতিক দুৰৱস্থাই। দৰাচলতে প্ৰগতিশীল কবিতা সৃষ্টিৰ মূলতে হ'ল সমাজৰ শ্ৰেণী-বৈষম্য। অসমীয়া সাহিত্যৰ ত্ৰিশৰ দশকৰ কবি ধীৰেন্দ্ৰ চন্দ্ৰ দত্ত আৰু প্ৰসন্নলাল চৌধুৰীয়ে এই বৈষম্যৰ ৰূপৰেখা তেওঁলোকৰ কবিতাত অংকন কৰিছিল যদিও ৰোমাণ্টিক ভাবাবেগৰ পৰা তেওঁলোক সম্পূৰ্ণৰূপে মুক্ত হ'ব পৰা নাছিল। চল্লিছৰ নতুন জয়ন্তীৰ (১৯৪৩-৪৬) জৰিয়তে তৰুণ

কবিগোষ্ঠীয়ে অসমীয়া সাহিত্যত প্ৰথমতে সামাজিক অসাম্যৰ ছবি বাস্তৱবাদী দৃষ্টিভংগীৰে অংকন কৰিবলৈ লয়। ৰোমাণ্টিক ভাব-ভংগীৰ সাহিত্য অধ্যয়নত অভ্যস্ত সমসাময়িক অসমীয়া শিক্ষিত সমাজৰ কাৰণে এই চিত্ৰ অভাৱনীয় আছিল আৰু বহুতে তাক 'অশ্লীল' বুলিও ভাবিছিল।[২৮] কিন্তু সময়ৰ পৰিবৰ্তনৰ লগে লগে আমাৰ সাহিত্যৰ পৰা অলীক ৰোমাণ্টিকতা ক্ৰমে আঁতৰিল, আৰু তৰুণ কবি-লেখকসকলে আৰম্ভ কৰা নতুন সাহিত্য আন্দোলনে অসমীয়া সাহিত্যক আধুনিক যুগত উপনীত কৰালে। যুগান্তকাৰী চল্লিছৰ এই সাহিত্য আন্দোলন সৃষ্টিত কবিতাৰ অৱদান আছিল আটাইতকৈ বেছি। ক'ব পৰা যায় — কবিতাৰ জৰিয়তেই এই আন্দোলন আৰম্ভ হৈছিল আৰু কবিতাৰ দ্বাৰাই সি পৰিপূৰ্ণতাও পাইছিল। কুৰি শতিকাৰ চল্লিছৰ দশকত অসমীয়া সাহিত্যৰ চেহেৰাৰ আমূল পৰিবৰ্তন সাধন কৰা কবিতাবোৰৰ কিছুমান বৈশিষ্ট্য লক্ষ্য কৰা যায় ঃ

১। অত্যধিক কল্পনা প্ৰৱণ ৰোমাণ্টিক চিন্তা পৰিহাৰ।

২। বাস্তৱবাদৰ প্ৰকাশ ঃ সৰ্বগ্ৰাসী দুৰ্ভিক্ষ আৰু সাম্প্ৰদায়িক হিংসাত জৰ্জৰিত জনতাৰ জীৱন-সংগ্ৰামৰ চিত্ৰাংকন।

৩। মাৰ্ক্সবাদৰ প্ৰভাৱ ঃ এই ৰাজনৈতিক দৰ্শনৰ সহায়ত সমাজ-ব্যৱস্থাৰ আমূল পৰিবৰ্তনৰ আশা।

৪। ভাৰতৰ স্বাধীনতা সংগ্ৰামজনিত বিপ্লৱী চেতনা আৰু আশাৰ প্ৰকাশ।

৫। পৰম্পৰাগত মূল্যবোধ আৰু বিশ্বাসৰ (বিশেষকৈ ঈশ্বৰ আৰু ধৰ্ম সম্পৰ্কীয়) প্ৰতি অনাস্থা আৰু নতুন মানবীয় দৃষ্টিৰে মানুহৰ সমস্যাৰ ওপৰত অৱলোকন।

৬। নগৰীয়া জীৱন-চেতনা।

৭। পৃথিৱীৰ বিভিন্ন দেশৰ সাহিত্য-সংস্কৃতিৰ পৰা কবিতাৰ উপাদান সংগ্ৰহ।

৮। ফ্ৰয়েদ, ফ্ৰেজাৰ, য়ুং আদি দাৰ্শনিকৰ দৰ্শনৰ প্ৰভাৱ।

৯। পৰম্পৰাগত কাব্য-ভাষা পৰিহাৰ, গদ্যগন্ধী ভাষাৰ ব্যৱহাৰ।

১০। ৰোমাণ্টিক কবিসকলে ব্যাপক ভাৱে ব্যৱহাৰ কৰা ফুল, তৰা, গান,

নৈ, নিজৰা, নাও, নাৱৰীয়া ইত্যাদি প্ৰতীকী শব্দৰ পৰিবৰ্তে কুকুৰ, বেশ্যা, বিধবা, ৰুটি, ৰাজপথ, ৰঙা-সুৰ্য, ৰঙা খাতা, লঠঙা ডাল, ডাষ্টবিন আদি প্ৰতীকী শব্দৰ সঘন ব্যৱহাৰ।

১১। প্ৰচলিত মিত্ৰাক্ষৰ ছন্দ-সজ্জা পৰিহাৰ; মুক্তক আৰু স্পন্দিত গদ্য-ছন্দৰ ব্যৱহাৰ।

১২। ব্যঙ্গাত্মক আৰু বিদ্ৰূপাত্মক ভংগীৰ ব্যাপক ব্যৱহাৰ।

চল্লিছৰ প্ৰগতিশীল কবিগোষ্ঠীয়ে অসমীয়া কবিতাত তেতিয়াও আলোড়ন সৃষ্টি কৰি থকা গণেশ চন্দ্ৰ গগৈ, যতীন্দ্ৰ নাথ দুৱৰা, ৰত্নকান্ত বৰকাকতী, দেৱকান্ত বৰুৱা আদিৰ ৰোমাণ্টিক ভাব-ভংগীৰ প্ৰতি কটাক্ষ কৰি কবিতাক ৰোমাণ্টিকতাৰ পৰা মুক্ত কৰি বাস্তৱবাদলৈ উত্তৰণৰ সচেতন প্ৰচেষ্টা চলায়। প্ৰগতিশীল কাব্য আন্দোলনৰ নেতৃত্ব দিয়া জয়ন্তীয়ে স্পষ্ট ভাষাত ঘোষণা কৰিলে — এই যুদ্ধ বিধ্বস্ত নিষ্ঠুৰ সময়তো অলীক ৰোমাণ্টিক ভাব-ভংগীৰে কবিতা ৰচনা কৰাৰ নিচিনা যুগ-বিৰোধী কাম কৰা অনুচিত।[২৯] সেইবাবে, প্ৰগতিশীল কবিসকলৰ ৰচনাত 'প্ৰেয়সীৰ এবুকু মৰম', 'নীলা আকাশৰ অকলশৰীয়া চৰাই', 'মই অসমীয়া, মই ভাৰতীয়' ইত্যাদি ৰোমাণ্টিক সুৰ শুনিবলৈ পোৱা নাযায়। তাৰ পৰিৱৰ্তে চকুৰ আগত দেখা — দৰিদ্ৰলোকৰ জীৱন-সংগ্ৰামৰ কৰুণ ছবিকে কবিতাত অংকন কৰিবলৈ ল'লে। এই কথাটো অমূল্য বৰুৱাৰ 'কুকুৰ' কবিতাৰ প্ৰসংগৰে স্পষ্ট কৰিব পৰা যায় ঃ মহাযুদ্ধৰ তাণ্ডৱে সৃষ্টি কৰা আকালৰ সময়ত, ১৯৪৩ চনৰ এদিনাখন তৰুণ কবি অমূল্যই যোৰহাটৰ বিষ্ণুৰাম বৰুৱা হলত ছাউনি পাতি থকা যুদ্ধৰ মিলিটেৰীয়ে ডাষ্টবিনত পেলোৱা ৰুটিৰ টুকুৰাকলৈ মগনীয়াৰূপৰ মানুহ আৰু কুকুৰৰ টনা-আজোৰাৰ দৃশ্য দেখি ৰচনা কৰিলে 'কুকুৰ' কবিতা। 'কুকুৰ' কবিতাৰ কথাখিনি কিমান বাস্তৱ সন্মত তাক জানিব পাৰি সেই সময়ৰ অসম তথা ভাৰতৰ অৰ্থনৈতিক দুৰৱস্থাৰ ওপৰত আলোকপাত কৰি। দ্বিতীয় মহাযুদ্ধৰ সময়ত হোৱা প্ৰচণ্ড মুদ্ৰাস্ফীতিৰ ফলত দেশৰ অৰ্থনীতি একেবাৰে ভাগি পৰে। এটা পৰিসংখ্যা মতে মহাযুদ্ধৰ কাৰণে সৃষ্টি হোৱা মুদ্ৰাস্ফীতিৰ পৰিমাণ হয়গৈ ১২৯৯ কোটি টকা; "অৰ্থাৎ উৎপাদিত বস্তু কিনিবলৈ যিমান টকা লাগে তাতকৈ ১২৯৯কোটি

টকা বেছি হৈ আছে (১৯৪৫-৪৬ চনত)।"[৩০]

এই ভয়াবহ মুদ্ৰাস্ফীতিৰ ফলত সমাজৰ দৰিদ্ৰ জনতাৰ যি অৱস্থা হ'ল তাক জানিব পাৰি চৈয়দ আব্দুল মালিকে ১৯৪২ চনত লিখা এটা প্ৰবন্ধৰ পৰা ঃ

> গোবৰ জাবৰ ধূলিৰে ভৰা ডাষ্টবিন — তাত আহি পৰা অভিজাতৰ পাতৰ উচ্ছিষ্ট। খোৱা-কামোৰা লাগি যায়, থপিয়াথপিত ডাষ্টবিন আগতকৈ চাৰি আঙুল দ হৈ যায়। কোনোৱে পায় এমুঠি, কোনোৱে আধামুঠি, কোনোৱে নেপায়। ডাষ্টবিনৰ কাষত মানুহ আৰু কুকুৰৰ যুদ্ধ — ছুৱাপাতৰ লগত অহা দুটা ভাতৰ কাৰণে। কুকুৰে ভাবে — সিহঁতে খাব, মানুহে ভাবে সিহঁতে। ডাষ্টবিনৰ পৰা কুকুৰৰ লগত যুদ্ধ কৰি এটা এটাকৈ বুটলি ভাত খাই জীয়াই থাকে — সিহঁতো মানুহ! আনৰ এৰা চুৱা ভাত এমুঠিৰ কাৰণে সিহঁতে কৰে কুকুৰৰ লগত যুদ্ধ — ইটো সিটোৰ যুদ্ধ — ভায়ে ভায়ে যুদ্ধ।[৩১]

অনুমান হয় কুকুৰ কবিতা লিখাৰ সময়ত অমূল্য বৰুৱা আব্দুল মালিকৰ এই প্ৰবন্ধৰ দ্বাৰাও প্ৰভাবান্বিত হৈছিল। উল্লেখযোগ্য যে সমাজ - সচেতন অমূল্যই সেই সময়ত জয়ন্তীৰ (ৰঘুনাথ চৌধাৰী সম্পাদিত) উপৰিও আৱাহন, বাঁহী আদি আলোচনীও নিয়মিতভাৱে অধ্যয়ন কৰিছিল।[৩২] যিটো সময়ত দেশত হোৱা অভূতপূৰ্ব দুৰ্ভিক্ষৰ কবলত পৰি চল্লিছ লাখ নিৰীহ লোকে প্ৰাণ হেৰুৱাইছিল, সেই সময়ৰ কবিসকলৰ কাপ-মৈলামৰ পৰা কুকুৰ, মাথোন এখন নোট, ঈদৰ জোন, ক'ত ভগবান?[৩৩] আদিৰ লেখীয়া কবিতাৰ সৃষ্টি হোৱাতো সময়োচিত কাৰ্য বুলি চিহ্নিত হ'ব।

চল্লিছৰ তৰুণ কবিসকল ৰাজনৈতিক ভাবে সচে তন আছিল। তেওঁলোকে এইটো বুজি পাইছিল যে স্বদেশ বিদেশী শক্তিৰ হাতৰ পৰা মুক্ত নহ'লে দেশৰ জনতাৰ দুৰৱস্থা আঁতৰোৱাতো অসম্ভৱ। কিন্তু জয়ন্তীগোষ্ঠীৰ সকলো কবিয়ে দেশ স্বাধীন হোৱাতো কামনা কৰিছিল যদিও সকলোৱে সেই কথা তেওঁলোকৰ কবিতাত প্ৰকাশ কৰা নাছিল। হয়তো পুঁজিপতি শাসকৰ দ্বাৰা লাঞ্চিত হোৱাৰ ভয়তে এই ডেকা কবিসকলে স্পষ্ট ভাষাৰে দেশৰ স্বাধীনতাৰ হকে মাত মতা নাছিল। অৱশ্যে দুই এজন কবিৰ কবিতাত ফুটি উঠিছে দেশৰ স্বাধীনতাৰ কথা। দশকটোৰ আটাইতকৈ

প্ৰতিভাবান কবি অমূল্য আছিল তীব্ৰভাবে সমাজ আৰু ৰাজনীতি সচেতন কবি। তেওঁ দেশৰ স্বাধীনতা সংগ্ৰামৰ প্ৰতি তেওঁৰ সমৰ্থনৰ কথা কবিতাত স্পষ্ট ভাষাৰে প্ৰকাশ কৰি গৈছে ঃ

পৰিবৰ্তনৰ নতুন তালত নাচি
হাঁহি আছে আদৰ্শৰ উদয়াচলত
সৃষ্টিকাৰী অন্তৰৰ ধ্যানৰত
চিন্তাৰত সৰ্বজিত মহাশক্তি মোৰ
অহিংসাৰ জোৰ লই মৰমৰ সুৰদি বাণীৰে
জগতৰ মুক্তিকামী দূত
আগত গৈছে সৌৱা
যোৱা বীৰ আগবাঢ়ি।[৩৪]

অৱশ্যে চল্লিছৰ এই তৰুণ কবিসকল জ্যোতিপ্ৰসাদ আগৰৱালা অথবা চুবুৰীয়া বাংলা সাহিত্যৰ সুকান্ত ভট্টাচাৰ্য আদিৰ দৰে সাহসী নাছিল — যিয়ে কবিতাৰ জৰিয়তে সাম্ৰাজ্যবাদী, পুঁজিবাদী ইংৰাজৰ অত্যাচাৰ-উৎপীড়নৰ প্ৰতিবাদ কৰিব পাৰে। ইয়াৰ কাৰণ দুটা। প্ৰথমতে, এই কবিসকলৰ কবিতাৰে এটি কাব্য আন্দোলনৰ সৃষ্টি কৰিবলৈ সক্ষম হোৱা প্ৰগতিশীল জয়ন্তীয়ে দেশৰ স্বাধীনতা-প্ৰসংগতকৈ শ্ৰেণী-বৈষম্য, সামাজিক-অবিচাৰ আৰু শ্ৰেণী-সংগ্ৰাম্ সম্পৰ্কত অধিক সৰব হৈ পৰিছিল। জয়ন্তী দেশৰ স্বাধীনতা সংগ্ৰামৰ সচেতন সমৰ্থক আছিল[৩৫] যদিও ইয়াক বিষয় বস্তু হিচাপে লৈ ৰচিত কবিতা জয়ন্তীত ওলোৱা নাছিল। হয়তো দেশৰ অৰ্থনৈতিক দুৰৱস্থা, শ্ৰেণী-বৈষম্য আৰু মহাযুদ্ধৰ তাণ্ডৱ-লীলাৰ প্ৰতি কবিসকল অত্যধিক আকৰ্ষিত হৈছিল কাৰণে এইবোৰে তেওঁলোকৰ কবিতাৰ বিষয়-বস্তু হৈ পৰিছিল। দ্বিতীয়তে, ফেচিষ্ট হিটলাৰৰ পতনৰ নিমিত্তে দেশৰ বাওঁপন্থী আৰু সমাজবাদী শিবিৰে মিত্ৰ শক্তিৰ লগত সহযোগ কৰাত ইংৰাজ শাসকগোষ্ঠীৰ প্ৰতি থকা বিদ্বেষ সাময়িকভাবে বহুখিনি কমি গৈছিল। দশকটোৰ অন্য এগৰাকী প্ৰতিভাশালী কবি হেম বৰুৱাৰ, যুদ্ধ বিধ্বস্ত সময়ৰ গুৱাহাটীৰ ছবি অংকিত কবিতা 'গুৱাহাটী ১৯৪৪'

ত ইংৰাজৰ প্ৰতি কোনো প্ৰকাৰৰ বিদ্বেষ ফুটি উঠা নাই বৰং মিত্ৰশক্তিৰ সৈন্যৰ প্ৰতি সহানুভূতিৰ মনোভাবহে ফুঠি উঠিছে ঃ

পুৰণি কলেজ প্ৰাঙ্গনত
ভগ্ন ৰুগ্ন কবিৰ জাক
আৰু বাৰান্দাত অহা যোৱা
বৃদ্ধা তৰুণী অৰ্ধ বৃদ্ধা
শকত ক্ষীণ
শুশ্ৰূষাকাৰিণী ফ্লৰেঞ্চ নাইটিংগেলৰ জীৱন্ত প্ৰেতাত্মা
মাৰ্কিন মিলিটেৰী যুৱকৰ ক্ষণিক-প্ৰিয়া;[৩৬]

দুই এগৰাকী কবিয়ে আনকি হিটলাৰ বাহিনীৰ সহযোগত ভাৰতৰ স্বাধীনতাৰ বাবে বীৰদৰ্পে যুদ্ধ কৰা আজাদ হিন্দ ফৌজৰ দেশ-প্ৰেমকো সন্দেহৰ চকুৰে চাইছিল। তেওঁলোকে সুভাষ বসুৰ INA (Indian National Army) ৰ পৰাজয়ক তুচ্ছ-তাচ্ছিল্য কৰি 'পলৰীয়া', 'অসমৰ ৰঘুমলা', 'অসমৰ বদন' আদি আখ্যা দিছে আৰু বৃটিছ তথা মিত্ৰশক্তিৰ সমৰ শক্তিক ভূয়সী প্ৰশংসা কৰিছে।[৩৭]

অৱশ্যে, পছোৱাৰ সময়ত কেবা গৰাকী প্ৰগতিশীল কবিয়ে ইংৰাজৰ শোষণৰ স্বৰূপ আৰু ভাৰতবৰ্ষই লাভ কৰা স্বাধীনতাৰ অসাৰতাৰ কথা সঠিক ভাৱে অনুধাবন কৰিব পাৰিছিল। সমাজ-জীৱন পংগু কৰি পেলোৱা শ্ৰেণী-বৈষম্য আঁতৰাব নোৱাৰিলে ৰাজনৈতিক স্বাধীনতা যে অৰ্থহীন এই কথাটো তেওঁলোকে বুজি পাইছিল। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য, ঘনকান্ত চেতিয়া ফুকন, নলিনীধৰ ভট্টাচাৰ্য্য আদি পছোৱাৰ প্ৰগতিশীল কবিসকলক দেশৰ নৱলব্ধ স্বাধীনতাই সেই কাৰণেই সুখী আৰু আশাবাদী কৰি তুলিব পৰা নাছিল।[৩৮]

জয়ন্তীগোষ্ঠীৰ কবিসকল প্ৰধান ভাবে মাৰ্ক্সবাদৰ দ্বাৰা প্ৰভাবান্বিত হৈছিল। ৰাছিয়াৰ সাম্যবাদী বিপ্লৱৰ প্ৰভাৱত পৃথিৱীৰ অন্যান্য দেশৰ লগতে ভাৰতবৰ্ষতো ক্ৰমে সাম্যবাদী আন্দোলনৰ সংগঠন হ'বলৈ ধৰে। জয়ন্তীৰ লেখকসকলৰ ভিতৰত অগ্ৰগণ্য ভবানন্দ দত্তই অসমত সাম্যবাদী আন্দোলন জোৰদাৰ কৰি তুলিবলৈ মাৰ্ক্সবাদ

সম্পৰ্কীয় পুস্তিকাও অনুবাদ কৰিছিল। দত্তৰ 'Communist manifesto'ৰ অসমীয়া অনুবাদ — 'সাম্যবাদী ঘোষণা পত্ৰ' ওলোৱাৰ পাছতে কেদাৰনাথ গোস্বামীৰো অনুবাদ প্ৰকাশ হোৱাত জয়ন্তীয়ে মন্তব্য কৰিছিল ঃ

> সাম্যবাদীৰ ঘোষণা ......... সুবিখ্যাত কমিউনিষ্ট মেনিফেষ্টোৰ ইও এখন অসমীয়া অনুবাদ। সুখৰ কথা আজি সাম্যবাদী সাহিত্যৰ প্ৰতি অসমীয়া পঢ়ুৱৈৰ আগ্ৰহ বাঢ়িছে। তাৰ ফলস্বৰূপে আমাৰ ভাষাত এই পুথিখনৰ দুটা অনুবাদ প্ৰকাশ হ'ল।[৩৯]

জয়ন্তীগোষ্ঠীৰ কবিসকলেও কামনা কৰিছিল, মাৰ্ক্সবাদী সংগ্ৰামৰ জৰিয়তে ভাৰতীয় সমাজ ব্যৱস্থাৰ আমূল পৰিবৰ্তন হোৱাতো। ভবানন্দৰ বাহিৰে অন্যসকলে ভাৰতীয় মাৰ্ক্সবাদী দলৰ সদস্য হোৱা নাছিল যদিও এই ৰাজনৈতিক দৰ্শনৰ ওপৰত তেওঁলোকৰ আস্থা আছিল। 'ভৱিষ্যতৰ সুস্থ ৰঙা সূৰ্য'ৰ প্ৰতি দৃষ্টি ৰাখিয়ে তেওঁলোকে কাব্য - চৰ্চা কৰিছিল ।

চল্লিছৰ তৰুণ কবিসকলে সমাজত পৰম্পৰাক্ৰমে চলি অহা বিশ্বাস আৰু ধাৰণাবোৰ বস্তুবাদী দৃষ্টিৰে পৰ্যবেক্ষণ কৰিবলৈ লয় আৰু সিবোৰৰ অসাৰতা সম্পৰ্কত সচেতন হৈ পৰে। জয়ন্তীৰ সম্পাদক কমলনাৰায়ণ দেৱ জাতত ব্ৰাহ্মণ আছিল যদিও গাৰ লগুণ অপ্ৰয়োজনীয় বুলি তাক দলিয়াই পেলাইছিল।[৪০] যুগ যুগ ধৰি মানুহে পৰম বিশ্বাস স্থাপন কৰি অহা ঈশ্বৰৰ অস্তিত্ব সম্পৰ্কেই তৰুণ কবিসকলৰ সন্দেহ হ'ল। বাস্তৱবাদী দৃষ্টিৰে পৰ্যবেক্ষণ কৰি তেওঁলোকে এইটো সিদ্ধান্তত উপনীত হ'ল যে ঈশ্বৰ বিশ্বাস হ'ল যুগ যুগ ধৰি মানৱ সমাজত গঢ় লৈ উঠা এটা অন্ধ-বিশ্বাস মাত্ৰ। নৱকান্ত বৰুৱাৰ ভাষাত —

> তুমি মাথোন আদিম মানুহৰ
> অনুৰ্বৰ কল্পনাৰ,
> এটা জীৱন্ত সংস্কাৰ,
> মানুহৰ বৰ্বৰ দিনৰ তুমি এটা দুখলগা সোঁৱৰণী।[৪১]

এই উচ্চ শিক্ষিত কবিসকলে, মানুহে যুগ যুগ ধৰি সমাজৰ কলংক বুলি

চিহ্নিত কৰি অহা অসৎ বৃত্তিৰ লোকসকলৰ চৰিত্ৰ নতুন মানবীয় দৃষ্টিভংগীৰে পৰ্যবেক্ষণ কৰিবলৈ লয়। তেওঁলোকে এইটো অনুভৱ কৰে যে শ্ৰেণী-বৈষম্যৰ কাৰণেই সমাজত চোৰ, ডকাইত, বেশ্যা আদিৰ সৃষ্টি হৈছে। গতিকে সমাজত অশান্তি সৃষ্টি কৰা বুলি এই অসৎ বৃত্তি লোৱা লোকসকলক দোষি সাব্যস্ত কৰাতো উচিত কথা নহয়। তাৰ বাবে দৰিদ্ৰসকলক শোষণ কৰি প্ৰচুৰ সম্পত্তিৰ অধিকাৰী হৈ পৰা পুঁজিপতিসকলহে দায়ী। কেশৱ মহন্তই 'চোৰৰ কৈফিয়ৎ' কবিতাত লিখিছে ঃ

মই চোৰ।
আজিৰ হাবাই মোক চুৰ কৰাইছে।
ইণ্ডিয়ান পেনেল কোডত মোৰ নাম চোৰ
আৰ্থিক নাম ভোকাতুৰ।[৪২]

সেইদৰে অমূল্য বৰুৱাৰ দৃষ্টিত বেশ্যা হ'ল মেহনতি জনতাই শ্ৰেণী-শত্ৰুৰ বিৰুদ্ধে চলোৱা সংগ্ৰামৰ এটা 'সংকটপূৰ্ণ ষ্ট্ৰেটেজিক পইণ্ট', কুৰি শতিকাৰ আধুনিক সভ্যতাৰ ফোপোলা স্বৰূপ উদঙাই দিব পৰা নিৰ্ভীক বীৰাঙ্গনা।

তুমিযে ধনীক সম্প্ৰদায়ৰ বিৰুদ্ধে বনুৱাৰ শ্ৰেণী-সংগ্ৰামৰ
এটা সংকটপূৰ্ণ ষ্ট্ৰেটেজিক পইণ্ট ;
তুমি কুৰি শতিকাৰ নগ্ন সভ্যতাৰ
নিৰ্ভীক বীৰাঙ্গনা।[৪৩]

আজিৰ পৰা আঠাৰন্ন বছৰ আগতেই অসমীয়া কবিতালৈ এনে নতুন মানবীয় আৰু বৈপ্লৱীক দৃষ্টিভংগীৰ আগমন আছিল এক অভিনৱ ঘটনা। যিটো সময়ত সমাজৰ সাধাৰণ শ্ৰেণীৰ লোকৰ উপৰি শিক্ষিত সকলেও চোৰ বা বেশ্যাক অপাংক্তেয় আৰু অস্পৃশ্য বুলি ঘৃণাত নাক কোচাইছিল, সেই সময়তে আমাৰ তৰুণ কবিসকলে সেই 'অপাংক্তেয় আৰু অস্পৃশ্য' সকলৰ জীৱন-সংগ্ৰাম নতুন মানৱীয় দৃষ্টিৰে পৰ্যবেক্ষণ কৰিবলৈ লৈছিল। এনে পৰ্যবেক্ষণ আছিল অসমীয়া কবিতাৰ প্ৰতি আশীৰ্বাদ স্বৰূপ ঃ অসমীয়া কবিতাৰ আধুনিকতালৈ উত্তৰণত ইয়ে

যথেষ্ট সহায় কৰিছিল।

প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি — বেশ্যা, চোৰ আদিকলৈ চল্লিছৰ অসমীয়া লেখকে মননশীল সাহিত্য সৃষ্টি কৰাটো অসমীয়া সাহিত্যৰ কাৰণে অভিনৱ ঘটনা হ'লেও ভাৰতীয় সাহিত্যত সি নতুন কথা নহয়। আজিৰ পৰা প্ৰায় ডেৰ হাজাৰ বছৰ আগতেপ্ৰাচীন সংস্কৃতত ৰচিত অন্ততঃ এখন এনেকুৱা গ্ৰন্থ আছে য'ত বেশ্যা আৰু চোৰৰ জীৱন-সংগ্ৰামৰ মাজত 'শ্ৰেণী-সংগ্ৰাম'ৰ চৰিত্ৰই ফুটি উঠিছে। সেই গ্ৰন্থ হ'ল — খৃষ্টীয় ষষ্ঠ শতিকামানত ৰচিত নাট্যকাৰ শূদ্ৰকৰ বসন্তসেনা নামৰ বেশ্যা আৰু দৰিদ্ৰ চাৰুদত্তকলৈ লিখা 'মৃচ্ছকটিকম্'। অসমীয়া অনুবাদৰ পৰা আগবঢ়োৱা তলৰ উদ্ধৃতিলৈ লক্ষ্য কৰিলে বুজা যাব সেই যুগতে সাহিত্যত ফুটি উঠা 'শ্ৰেণী-সংঘৰ্ষ'ৰ কথা ঃ

সংবাহক ..... আৰ্য্যে! মই আপোনাৰ শৰণাগত হৈছোঁ।
বসন্তসেনা — শৰণাগতৰ কোনো ভয় নাই। হেৰ'! কাষৰ দুৱাৰখন জপাই দে।
(দাসীয়ে তাকে কৰে)
বসন্ত সেনা — কাৰ পৰা তোমাৰ ভয়?
সংবাহক — আৰ্য্যে! ধনীৰ পৰা।
বসন্তসেনা — হেৰ'! কাষৰ দুৱাৰত এতিয়া দাং লগাই দে।
সংবাহক — (স্বগত) ধনীৰ পৰা মোৰ নিচিনাকৈ এওঁৰো ভয়ৰ কাৰণ আছে, সেইবাবেহে মানুহে এইষাৰ ভাল কথা কয় যে — যি মানুহে নিজৰ বলৰ পৰিমাণ বুজি তাৰ যোগ্য ভাৰ বহন কৰে, তাৰ স্খলন নহয় আৰু তেওঁ দুৰ্গম পথেদি গ'লেও বিপদাপন্ন নহয়।[৪৪]

আধুনিক সভ্যতা হ'ল প্ৰধানতঃ নগৰ-কেন্দ্ৰিক। শিল্প-উদ্যোগ আৰু ব্যৱসায়-বাণিজ্যৰ বিকাশৰ লগে লগে ইংৰাজৰ শাসন কাৰ্য আৰম্ভ হোৱাৰ পাছত অসমতো

ক্ৰমে সৰু বৰ চহৰৰ সৃষ্টি হ'বলৈ ধৰে। কৃষি-কেন্দ্ৰিক অসমীয়া সমাজত ক্ৰমে উদ্যোগক কেন্দ্ৰ কৰি বনুৱা শ্ৰেণীৰো পত্তন ঘটিল। লগে লগে মালিক পক্ষৰ শোষণো আৰম্ভ হ'ল। অসমৰ দুটা প্ৰধান উদ্যোগ — চাহ আৰু কয়লাৰ শ্ৰমিকসকলে শ্ৰমিক সংগঠন গঠন কৰি তেওঁলোকৰ ন্যায্য প্ৰাপ্তিৰ বাবে মালিক পক্ষৰ বিৰুদ্ধে ধৰ্মঘট কৰিবলৈও ধৰে। ইফালে চহৰীয়া মধ্যবিত্ত শ্ৰেণীৰ বিকাশ হোৱা সমাজত সুবিধাবাদীৰ সংখ্যাও দিনে দিনে বাঢ়ি গ'ল। যুদ্ধই আনি দিয়া সুযোগ গ্ৰহণ কৰি ঠিকা-থুকলি, ব্যৱসায়-বাণিজ্যৰ জৰিয়তে কিছুসংখ্যক চহৰীয়া মধ্যবিত্তই ৰাতিটোৰ ভিতৰতে বিপুল সম্পত্তিৰ অধিকাৰী হৈ উচ্চবিত্তলৈ উন্নীত হ'ল। নগৰীয়া জীৱন হ'ল প্ৰধানতঃ আত্মকেন্দ্ৰিক। সেইবাবে সামাজিক বান্ধোন শিথিল হৈ পৰিল আৰু সমাজত যুগ যুগ ধৰি প্ৰচলিত পাৰম্পৰিক আত্মীয়তাৰ ভাবো ক্ৰমে বিলুপ্ত হ'ল। চহৰীয়া আৰু নগৰীয়া সমাজৰ বুদ্ধি-বৃত্তিত আগবঢ়া শ্ৰেণীটোৱে সা-সম্পত্তিৰ গৰাকী হৈ যুদ্ধৰ দিনতো লাহ বিলাহত দিন কটাব ল'লে যদিও বুদ্ধি-বৃত্তিহীন সকলক দৈন্যতাই আগুৰি ধৰিলে। এই ক্ষয়িষ্ণু ৰূপক বিষয়-বস্তু হিচাপে লৈ চল্লিছৰ কবিসকলে কবিতা ৰচনা কৰিবলৈ ধৰিলে। দ্বিতীয় মহাযুদ্ধৰ সময়ত, ১৯৪১ চনত বি. এ. পাছ (কটন কলেজৰ পৰা ) কৰি ভবানন্দ দত্ত কলিকতা বিশ্ববিদ্যালয়লৈ এম. এ. পঢ়িবলৈ যায় আৰু ১৯৪৪ চনত এই বিশ্ববিদ্যালয়ৰ পৰা এম. এ. পাছ কৰে। কলিকতাত থকা এই সময়খিনিৰ অভিজ্ঞতাৰ ভেটিতে তেওঁৰ 'ৰাজপথ' কবিতাটি ৰচিত হয়। এই কবিতাত চিত্ৰিত হৈছে — আধুনিক নগৰীয়া জীৱনৰ ক্ষয়িষ্ণু ৰূপৰ চিত্ৰ ঃ যিটো অসমীয়া কাব্য-ক্ষেত্ৰত ভবানন্দ দত্তৰ নতুন সংযোজন। ই নিঃসন্দেহে বংগৰ আধুনিক কবিতাত প্ৰকাশ পোৱা ক্ষয়িষ্ণু নগৰীয়া (কলিকতীয়া) জীৱন-চিত্ৰৰ প্ৰতিধ্বনি। ইয়াৰ সমধৰ্মী বা সমানাৰ্থক চিত্ৰ বংগৰ ত্ৰিশ আৰু চল্লিছৰ দশকৰ আধুনিক কবিতাত অনেক পোৱা যায়; যাৰ কাৰণে দীপ্তি ত্ৰিপাঠীয়ে তেওঁৰ 'আধুনিক বাংলা কাব্য-পৰিচয়'ত ৰবীন্দ্ৰোত্তৰ অৰ্থাৎ আধুনিক বাংলা কবিতাৰ দুটা লক্ষণ — নগৰ কেন্দ্ৰিক যান্ত্ৰিক সভ্যতাৰ অভিঘাত আৰু কলিকতা-সচেতনতা[৪৫] বুলি দোহাৰিছে। তলত সমৰ সেনৰ (১৯১৮ -) কবিতাৰ এটি পংক্তি উদ্ধৃত কৰা

হ'ল —

লুব্ধ লোকের ভড়ে যখন তুমি নাচো
দশ টাকায় কেনা কয়েক প্রহরের হে উর্বশী,
তখন শাড়ির আর তাড়ির উল্লাসে
অমৃতের পুত্রের বুকে চিত্ত আত্মহারা
নাচে রক্তধারা
আর দিগন্তে জ্বলন্ত চাঁদ ওঠে
হে শহর, হে ধূসর শহর।[৪৬]

প্রেমেন্দ্র মিত্রৰ (১৯০৪—) কবিতাতো পোৱা যায় —

রাজপথে কচি-কচি এইসব শিশুর কঙ্কাল মাতৃস্তন্যহীন,
দধীচির হাড় ছিলো এর চেয়ে আরো কি কঠিন?[৪৭]

কবি অমূল্য বৰুৱাৰ বন্ধু যতিনাৰায়ণ শৰ্মাই লিখা মতে মুনীন বৰকটকীৰ পৰা অমূল্যাই প্ৰথমে সম্ভেদ পায় স্পেন্দাৰ, অডেন, এজৰা পাউণ্ড, টি. এছ. এলিয়ট, বিষ্ণু দে, সমৰ সেন, বুদ্ধদেৱ বসু, সুধীন দত্ত আদিৰ নতুন কবিতাৰ। এই নতুন কবিতা পঢ়াৰ পাছতে তেওঁ 'Realism ৰ সম্পৰ্কলৈ' আহে আৰু প্ৰগতিশীল কবিতা ৰচনা কৰিবলৈ লয়।[৪৮] গতিকে, অমূল্য বৰুৱাৰ ওপৰতো ইংৰাজী কবিতাৰ উপৰিও বাংলা কবিতাৰ নগৰীয়া-চেতনাৰ প্ৰত্যক্ষ বা পৰোক্ষ প্ৰভাৱ পৰিছিল বুলি অনুমান কৰিব পাৰি। তলৰ উদ্ধৃতিয়ে এই 'অনুমান' সত্য বুলিয়ে প্ৰতিপন্ন কৰিব ঃ

'অমৃত বজাৰ'ৰ সম্পাদকে সেয়েহে হয়তো আমাক বাতৰি যোগায়
অকল কলিকতা মহানগৰীতে ৪৫ হাজাৰৰো ওপৰ
গৱৰ্ণমেণ্টক কৰ শোধোৱা
(চমৎকাৰ গৱৰ্ণমেণ্টৰ ধন উপাৰ্জনৰ পথ)
আৰু বা ক'ত বে-আইনী বেশ্যাৰ বাস।[৪৯]

অমূল্য বৰুৱাৰ অন্তৰংগ বন্ধু ৰাজেন হাজৰিকাই লিখিছে যে ১৯৪৫ চনত অমূল্যাই কলিকতালৈ এম. এ. পঢ়িবলৈ যোৱাৰ আগতে বহুবাৰ কলিকতালৈ গৈ

তাত যতীন্দ্ৰ নাথ দুৱৰাৰ লগত আছিল। তাত তেওঁ বংগৰ কেবাজনো সাহিত্য-শিল্পীক লগ ধৰে। বিখ্যাত কবি ড° অমিয় চক্ৰবৰ্তীয়ে তেওঁৰ বেশ্যা কবিতাটি ভূয়ষী প্ৰশংসা কৰে ঃ

> ১৯৪৫ চনত কলিকতাত এম. এ. (ইংৰাজী) আৰু ল' পঢ়িবলৈ যাওঁতে অমূল্যৰ তেতিয়া ২৪ বছৰ বয়স হৈছিল। ইয়াৰ আগেয়ে বহুবাৰ অমূল্য কলিকতালৈ গৈছিল। প্ৰায়ে দুৱৰাৰ লগতে আছিল। তেতিয়া কলিকতা মহানগৰীৰ বাংলা ভাষাৰ বহু সাহিত্যিক, শিল্পী আদিক লগ ধৰে। ড° অমিয় চক্ৰবৰ্তীৰ লগত তেওঁৰ যোগাযোগ স্থাপন হয়। সেই সুযোগতে অমূল্যই তেওঁৰ প্ৰগতিবাদী কবিতাবোৰ দেখুৱায়। ড° অমিয় চক্ৰবৰ্তীয়ে তেওঁৰ 'বেশ্যা' বৰ প্ৰশংসা কৰে। মন্তব্য দিয়ে, ভাৰতীয় সাহিত্যত 'বেশ্যা'ৰ বিষয়ে মননশীল কবিতা লিখা এয়ে প্ৰথম আৰু ইয়াৰ সংবেদনশীলতা মানবতা দৰদী বুলি কৈছিল।[৫০]

ৰোমাণ্টিকতাৰ পৰা প্ৰগতিশীলতালৈ গতি কৰাৰ সময়তে অমূল্যৰ বাংলাৰ সাহিত্য-শিল্পীৰ লগত আন্তৰিক যোগাযোগ ঘটিছিল। বয়সত নবীন হ'লেও তেওঁ যে হাততে পোৱা দেশী-বিদেশী কবিৰ কবিতা মনোযোগেৰে অধ্যয়ন কৰিছিল — ইয়াৰ প্ৰমাণ তেওঁৰ কবিতাতে আছে ঃ

> হুইটমেনে অলক্ষ্যে কান্দে,
> আমাৰ বৰুৱা কবিয়েও কান্দে,
> এজনে কান্দে তাইৰ সৌন্দৰ্য্যৰ জঁকাটোত
> কৃত্ৰিম প্ৰসাধনৰ অত্যাচাৰেৰে
> ঈশ্বৰৰ সুন্দৰ সৃষ্টিত আনৰ মন-যোগনীয়াৰ হ'বৰ বাবে,
> দুটা টকা অহাৰ বাট মুকলি ৰখাবৰ বাবে
> ধুনীয়া বোলাবৰ হাঁহি উঠা বাসনাটো দেখি।[৫১]

গতিকে অমূল্য বৰুৱাৰ কবিতাত প্ৰকাশ পোৱা নগৰীয়া জীৱনৰ ক্ষয়িষ্ণু চিত্ৰত যোৰহাট আৰু গুৱাহাটীৰ উপৰিও সাম্প্ৰদায়িক সংঘৰ্ষ-বিধ্বস্ত কলিকতীয়া

জীৱনৰো প্ৰভাৱ আছে।

ইয়াৰ উপৰিও, জয়ন্তীগোষ্ঠীৰ হেম বৰুৱা, অজিৎ বৰুৱা, নৱকান্ত বৰুৱা, জ্যোতিপ্ৰসাদ আগৰৱালা, কমলনাৰায়ণ দেৱ, চক্ৰেশ্বৰ ভট্টাচাৰ্য্য, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য আদি কবি, গল্পকাৰ আৰু সমালোচকসকল আছিল ইউৰোপীয় সাহিত্যৰ উপৰি বাংলা সাহিত্যৰো মনোযোগী পাঠক। গতিকে , এওঁলোকো বংগৰ প্ৰগতিশীল সাহিত্য-আন্দোলন সম্পৰ্কে জ্ঞাত আছিল আৰু সেই আন্দোলনৰ লগত সমমৰ্মিতাও প্ৰকাশ নকৰাকৈ থকা নাছিল। স্বাভাৱিকতে তেওঁলোকৰ ওপৰত বংগৰ সেই সাহিত্য-আন্দোলনৰ প্ৰভাৱ পৰিছিল। বিস্মৃতিৰ গৰ্ভত বিলীন হৈ যোৱা, জয়ন্তীৰ এগৰাকী লেখক অমৃত ডেকাই বাংলা কবিতাৰ উদ্ধৃতিৰ সহায়ত শ্ৰেণী-বৈষম্যৰ কদৰ্য ৰূপক কেনেদৰে কাব্যিক-ৰূপ দিছে তলৰ উদ্ধৃতিলৈ চালে বুজা যাব ঃ

শিল বৰষুণ দুগুণে চলিল।
উলাহতে ধনীয়ে গুণ গুণালে —
'এমন দিনে তাৰে বলা যায়।'
পত্নীয়ে যোগ দিলে — 'মিছে এ
জীৱনেৰ কলৰব।'
ৰাতিপুৱা।
নৰ্দমাত বাগৰা নিৰ্জীৱ দেহ
ভিকহুৰ।[৫২]

সেইদৰে, চক্ৰেশ্বৰ ভট্টাচাৰ্য্যৰ মাথোন এখন নোট, অমূল্য বৰুৱাৰ কুকুৰ, কয়লা, আন্ধাৰৰ হাহাকাৰ, বেশ্যা, কেশৱ মহন্তৰ ফাগুৱা ১৯৪৫ , হেম বৰুৱাৰ গুৱাহাটী ! ১৯৪৪ আদি কবিতাত নগৰীয়া জীৱনৰ অসাম্য আৰু ক্ষয়িষ্ণুতাৰ ছবি অংকিত হৈছে। এই কবিসকলৰ কবিতাত গাঁৱলীয়া সমাজ-জীৱনৰ চিত্ৰ নাছিল — এনেও নহয়। গাঁৱলীয়া সমাজ-জীৱনৰ সুখ-দুখৰ চিত্ৰও তেওঁলোকে অংকন কৰিছিল। অৱশ্যে আমাৰ ৰোমাণ্টিক কবিৰ দৰে — "চালত কোমোৰা লাউ জিকা ভোল/ ভঁৰালত জহাধান, পুখুৰীত মাছ/ বাঁৰীত তামোল পান" — এনে ধৰণৰ

সুখকৰ চিত্ৰ তেওঁলোকৰ কবিতাত পোৱা নাযায়। সুবিধাবাদী আৰু পুঁজিবাদীৰ শোষণত গাঁৱলীয়া জন-জীৱনো পংগু হৈ পৰাটো যিহেতু বাস্তৱ কথা, সেইবাবে বাস্তৱবাদী চল্লিছৰ কবিৰ কবিতাত গাঁৱলীয়া জীৱনৰ এনেধৰণৰ চিত্ৰহে অংকিত হোৱা দেখা যায় ঃ

ভদাই মনুৱে সৌৱা চোৱা কৰে কি?
(কাৰ সৌ ৰঙা খাতা?) টিপচহী দি
পায় চোৱা ধান; — সুদৰ নিৰিখ
পুহতহে গম পাবা, ....[৫৩]

আমি আগতে উল্লেখ কৰি আহিছোঁ যে চল্লিছৰ তৰুণ কবিসকলে দেশ-বিদেশৰ বিভিন্ন কবি-সাহিত্যিক, দাৰ্শনিক-চিন্তাবিদৰ ৰচনা মনোযোগেৰে অধ্যয়ন কৰিছিল। সেইবাবে তেওঁলোকৰ কবিতাত দেশ-বিদেশৰ সাহিত্য-সংস্কৃতিৰ, ৰাজনীতি-সমাজনীতিৰ প্ৰভাৱ পৰিছিল। কাৰ্লমাৰ্ক্সৰ উপৰিও ফ্ৰয়েদ, ফ্ৰেজাৰ, যুং আদি দাৰ্শনিকৰ প্ৰভাৱো তেওঁলোকৰ কবিতাত বৰ্তমান। 'বেশ্যা' কবিতা লিখাৰ আগতে অমূল্য বৰুৱাই হেনো ফ্ৰয়েদৰ যৌন তত্বও অধ্যয়ন কৰি লৈছিল। চীনৰ সাংস্কৃতিক বিপ্লৱেও তেওঁক আকৰ্ষণ কৰিছিল।[৫৪] হেম বৰুৱা, আব্দুল মালিক, নৱকান্ত বৰুৱা, হৰি বৰকাকতি আদিৰ কবিতাতো দেশ-বিদেশৰ সাহিত্য-সংস্কৃতি, ৰাজনীতি-সমাজনীতিৰ প্ৰভাৱ আছে। হেম বৰুৱাৰ এটা পংক্তি উদাহৰণ হিচাপে উদ্ধৃত কৰিব পৰা যায় ঃ

সিহঁতৰ দেহত জেনেৰেল টজৰ দেশৰ
গেইছাৰ শোভা —
ঠিক যেনিবা একোজনী চীনামাটিৰ পুতলা
ফেছন কৰি অৰ্দ্ধবৃত্তা ভেনাছ।[৫৫]

কবিতাৰ শৈলীৰ পিনে লক্ষ্য কৰিলে দেখা যায় যে চল্লিছৰ তৰুণ কবিসকলৰ হাতত অসমীয়া ছন্দ-শিল্প বন্ধন মুক্ত হয়। প্ৰাক্ শংকৰী যুগৰ পৰাই চলি অহা মিত্ৰাক্ষৰ ছন্দৰ পৰিবৰ্তে মুক্তক আৰু স্পন্দিত গদ্য ছন্দত কবিতা ৰচিত হ'বলৈ

ধৰে। আনহাতে ৰোমাণ্টিক কবিতাত ব্যাপক ভাৱে ব্যৱহাৰ হোৱা ফুল, তৰা, গান, নৈ, নিজৰা, নাৱৰীয়া, বীণ, ব'ৰাগী, বাটৰুৱা, পাপৰি, প্ৰিয়া, চেনেহী, বেদনা, হৃদয়, দেৱতা, নীৰৱতা আদি শব্দৰ বিপৰীতে চল্লিছৰ কবিসকলে জনতা, পথাৰ, বনুৱা, ৰাজপথ, অন্ধকাৰ, ডাষ্টবিন, শোষণ, শোষিত, অভিজাত, ৰঙাসূৰ্য, ৰঙা-খাতা, বিপ্লৱী, তীখা, হাতুৰি, প্ৰগতি, মহামাৰী, দুৰ্ভিক্ষ, মাটি ইত্যাদি শব্দ সঘনাই ব্যৱহাৰ কৰিবলৈ লয়। কল্পনা বিলাস পৰিহাৰ কৰি বাস্তৱক সাবটি লোৱা কাৰণেই চল্লিছৰ কবিসকলক নিষ্ঠুৰ বাস্তৱৰ চিত্ৰ অংকন কৰিবলৈ তেনেবোৰ শব্দৰ প্ৰয়োজন হয়। অৱশ্যে দশকটোৰ বহু কবিয়ে কেৱল ভাৱবস্তু প্ৰকাশ কৰাতহে গুৰুত্ব দিবলৈ ধৰে। কবিতাৰ শৈলী অৰ্থাৎ শব্দ-সজ্জা, ছন্দ, অলংকাৰ, প্ৰতীক-চিত্ৰকল্প আদিৰ প্ৰতি তেওঁলোকে বিশেষ মনোযোগ নিদিয়াৰ কাৰণে তেওঁলোকৰ বহুতো সৃষ্টি কাব্যিক সৌন্দৰ্যৰ বিচাৰত উৎকৃষ্ট সৃষ্টি হিচাপে চিহ্নিত নহ'ল। আনকি প্ৰতিভাবান কবি অমূল্য বৰুৱা আৰু হেম বৰুৱাৰ কেবাটাও কবিতা দুৰ্বল শৈলীৰ কাৰণে কাব্যিক সৌন্দৰ্যৰ বিচাৰত 'ভাল' কবিতাৰ শাৰিত নপৰিল। উদাহৰণ স্বৰূপে বহু আলোচিত অমূল্য বৰুৱাৰ বেশ্যা আৰু হেম বৰুৱাৰ পূজা কবিতাত ব্যৱহৃত হৈছে অনেক অপ্ৰয়োজনীয় দুৰ্বল শব্দ, বাক্যাংশ। ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই বেশ্যাৰ এই দুৰ্বলতালৈ আঙুলিয়াই লিখিছিল ঃ

> (অমূল্যৰ) কবিতাবোৰ পঢ়িলে ঠায়ে ঠায়ে উকা গদ্যৰ অংশ পোৱা যায়, বিশেষকৈ বেশ্যা কবিতাত। এজৰা পাউণ্ডে লিখিছে, 'I think desire for Verse Libre is due to the sense of quantity reasserting after years of Starvation'. Rhetorical din আৰু Luxurious riot এ কিছু পৰিমাণে অসমীয়া কবিতাক কাব্য প্ৰকৃতিৰ পৰা আঁতৰাই নিছিল। মাৰ্বল কাটি এচটা এচটাকৈ শিল জাপি তাজমহল গঢ়া শিল্পী অমূল্য নাছিল। তেওঁৰ কবিতাত কঠোৰ নৈষ্ঠিকতা আৰু কেৱল অব্যাৰ্থ শব্দৰ সমাবেশ বিচাৰি চোৱা নিস্ফল।[৬]

সেইদৰে হেম বৰুৱাৰ 'পূজা' কবিতাতো পোৱা যায় ঠায়ে ঠায়ে উকা

গদ্যৰ অংশ। কবিতা যিহেতু ব্যঞ্জনা সমৃদ্ধ ৰচনা, সেইবাবে ব্যঞ্জনাবিহীন এনে 'উকা গদ্য'ই কবিতাৰ সৌন্দৰ্যৰ ওপৰত আঘাত কৰে। অপ্ৰয়োজনীয় শব্দৰ ব্যৱহাৰত 'পূজা' কবিতা কি দৰে ভাৰাক্ৰান্ত হৈ পৰিছে তলৰ উদ্ধৃতিৰে চালেই বুজা যাব ঃ তলত আঁচ টনা শব্দবোৰ বাদ দিলে পংক্তিটো অধিক আকৰ্ষণীয় হৈ পৰে —

আমি টহল দিছোঁ ক্লান্ত ভগ্ন
অনাহাৰে, শুদাপেটে
সৌ সিহঁতৰ তৰল বিলাস চায়।
আজিও আমাৰ পেট উদং
আজিৰ দিনাও আমাৰ ক্ষুধা তৃষ্ণা
অনাহাৰ।
আমাৰ দেৱী সঁচাই
জন-গণ-মন অধিনায়িকা হোৱা হ'লে
তেওঁ জানো আজিও নুবুজাকৈ থাকে
আমাৰ মুখৰ ম্লান বৰণ।

চল্লিছৰ অসমীয়া কবিতাক অলীক ৰোমাণ্টিক ভাব-ভংগীৰ বিৰুদ্ধে সচেতন বিদ্ৰোহৰ ফচল বুলিও ক'ব পাৰি। অসমীয়া কবিতাক ৰোমাণ্টিক আৱেশৰ পৰা মুক্ত কৰি বাস্তৱবাদী আৰু প্ৰগতিশীল ৰূপলৈ উত্তৰণ ঘটাবলৈ চল্লিছৰ জয়ন্তীগোষ্ঠীয়ে তেতিয়াও সজীৱ হৈ থকা ৰোমাণ্টিক কবিসকলক যুগৰ অনুপযোগী কলাৰ সাধক বুলি তীব্ৰ ব্যঙ্গ বিদ্ৰূপেৰে থকা-সৰকা কৰিবলৈ লৈছিল। দেৱকান্ত বৰুৱাই দেৱদাসীৰূপী বেশ্যাৰ 'ওঁঠৰ লালিমাৰ' বাবে কন্দা-কটা কৰা বুলি অমূল্য বৰুৱাই তেওঁৰ বেশ্যা কবিতাত কেনেদৰে ব্যঙ্গ কৰিছে — এই কথা এই অধ্যায়ৰ আৰম্ভণিতে, অমূল্যৰ কবিতা আলোচনা কৰোঁতে উনুকিয়াই আহিছোঁ। সেইদৰে মহেশ চন্দ্ৰ দেৱগোস্বামীৰ 'অপ্ৰকাশ' শীৰ্ষক পেৰদিৰ ব্যঙ্গ দৃষ্টিৰ কথাও আলোচনা কৰা হৈছে। চল্লিছৰ তৰুণ কবিসকলে বাস্তৱৰ নিৰ্মমতা প্ৰকাশ কৰোঁতেও ব্যঙ্গ বিদ্ৰূপৰ আশ্ৰয় লৈছে। মানুহৰ ঈশ্বৰ বিশ্বাসক ব্যঙ্গ কৰিয়ে ৰচনা কৰা হৈছে 'প্ৰাৰ্থনা'

কবিতা :

ঈশ্বৰ ঈশ্বৰ
ইথাৰৰ দৰে শূন্য ঈশ্বৰ।
মন্দিৰৰ ধূপৰ ধোঁৱাৰ আঁৰত তুমি থাকা
সেয়েহে তুমি ইমান অস্পষ্ট। .....

(— নৱকান্ত বৰুৱা)

'বেশ্যা' কবিতাত সমাজৰ ভণ্ড বৰমূৰীয়া সকলকো ব্যঙ্গ কৰা হৈছে : 'তাই জানিবা সিহঁতৰ টোপনিৰ পৰা উঠা অলস চিন্তাৰ একাপ মিঠা চাহ'। 'বৰমূৰীয়া সকলৰ গোপন চৰিত্ৰৰ তাইযে কষটি শিল।' 'মনিষী সকলৰ তৰ্ক চক্ৰত তুমি যে এক গৱেষণাৰ বিষয়।' মহম্মদ আব্দুছ ছাত্তাৰৰ 'অ' - কে' কবিতাতো বৰ্ষিত হৈছে হৃদয়হীন ধনীৰ প্ৰতি ব্যঙ্গ-বিদ্ৰূপ বাণ :

বাবু তিনি দিন ভাত নাই
বুঢ়ীৰ আৰু মাত নোলায়,
বাবুয়ে হাঁহি মাৰি কই যায় —
অ' - কে ।।

---

## পাদ-টীকা :

১। অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, ১৯৯৬, পৃ-২৮০

২। ভবানন্দ দত্তৰ 'বিপ্লৱী কবি ৰবীন্দ্ৰনাথ' প্ৰবন্ধ (জয়ন্তী ৬ষ্ঠ বছৰ, ৫ম সংখ্যা, ১৯৪৪) দ্ৰষ্টব্য।

৩। অসমীয়া কবিতাৰ কাহিনী, (ভূমিকা), সঞ্চয়ন, ১৯৮৪ পৃ-০.৩৪

৪। ইনক্যুলাব জিন্দাবাদ, জয়ন্তী, প্ৰথম বছৰ, ১৮ শ সংখ্যা, ১৯৩৮, সম্পাদক : ৰঘুনাথ চৌধাৰী।

৫। উদ্ধৃতিৰ উৎস-কল্লোল যুগ, ১৯৫৯, লেখক-অচিন্ত্যকুমাৰ সেনগুপ্ত, পৃ-৩৪

৬। ৰঘুনাথ চৌধাৰী সম্পাদিত পৰেকীয়া জয়ন্তীত (১৯৩৮-৪২) প্ৰসন্নলালৰ

সৰহভাগ নতুন ধাৰাৰ কবিতা ওলায়।

৭। মোৰ বক্তব্য/ অভিযান আৰু অন্যান্য কবিতা, ১৯৯২

৮। আধুনিক বাংলা কবিতা, ১৯৮৩, সম্পাদনা ঃ বুদ্ধদেৱ বসু, পৃ-৬২

৯। ভবানন্দ দত্ত ঃ অসমীয়া কবিতাৰ কাহিনী, পৃ-৮৫ ; ( পঞ্চাশৰ দশকৰ অসমীয়া কবিতা সম্পৰ্কত দত্তই লিখিছে ঃ "অসমীয়া কাব্য সাহিত্যক পুনৰ নিজস্ব মৰ্যাদাত প্ৰতিষ্ঠিত কৰিবলৈ হ'লে বৰ্তমান সময়ত দেখা দিয়া ক্ষয়িষ্ণু (decadent) ইলিয়টী ভাৱধাৰাৰ পৰা ইয়াক সম্পূৰ্ণ মুক্তি কৰিব লাগিব.........', ঐ, পৃ-১২)

১০। প্ৰগতিশীল কবিতাৰ টেকনিক, জয়ন্তী ৬ষ্ঠ বছৰ, তৃতীয় সংখ্যা, ১৯৪৪, পৃ- ৯৭

১১। Alokeranjan Dasgupta : 'Buddhadeva Bose', 1989, P-7

১২। সুকুমাৰ সেন ঃ বাংলার সাহিত্য-ইতিহাস, ১৯৯৩, পৃ-৩২০

১৩। ড° অসিত কুমাৰ বন্দোপাধ্যায় ঃ আধুনিক বাংলা সাহিত্যের সংক্ষিপ্ত ইতিবৃত্ত, ১৯৯৫, পৃ-২৩২

১৪। প্ৰাগুক্ত প্ৰবন্ধ, পৃ-৯৩

১৫। আমাৰ দৃষ্টিকোণ (সম্পাদকীয়), জয়ন্তী, ৬ষ্ঠ বছৰ ১২শ সংখ্যা, ১৯৪৪

১৬। হিন্দীৰ উপৰিও ইংৰাজী, চীনা আদি সাহিত্যৰ অনুবাদো প্ৰকাশ হৈছিল। ভিক্টৰ হিউগৰ গল্প 'জেনী', অনুবাদক শ্ৰীযুত মহেশ্বৰ (নেওগ) আৰু তিংগ লিংগৰ 'হঠাৎ মিলন' (চীনা নাটিকা, অনুবাদক শ্ৰীযুত অমৃত ডেকা) ক্ৰমে ৭ম বছৰ ৩য় সংখ্যা আৰু ৬ষ্ঠ বছৰ ৬ষ্ঠ সংখ্যাত প্ৰকাশিত হৈছিল।

১৭। অসিত কুমাৰ বন্দোপাধ্যায় ঃ আধুনিক বাংলা সাহিত্যের সংক্ষিপ্ত ইতিবৃত্ত, পৃ-১৫৯

১৮। বিপ্লবী কবি ৰবীন্দ্ৰনাথ, জয়ন্তী, ৬ষ্ঠ বছৰ, পঞ্চম সংখ্যা, ১৯৪৪, পৃ- ১৪৫-৪৬

১৯। অসমীয়া সাহিত্যৰ ৰূপৰেখা, ১৯৮৬, পৃ-৩২০

২০। ড° অসিত কুমার বন্দোপাধ্যায়, আধুনিক বাংলা সাহিত্যের সংক্ষিপ্ত ইতিবৃত্ত, ১৯৯৫, পৃ-১৫৯

২১। বাঁহী, ২৭শ বছৰ, বিশেষ সংখ্যা, ভাদ-আহিন, ৪৯১-৯২ শংকৰাব্দ, ১৯৪০ চন

২২। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ, সভাপতি দুৱৰাৰ অভিভাষণ, বাঁহী, ৩১শ বছৰ, ৪ৰ্থ-৫ম সংখ্যা, ১৯৪৪

২৩। অৱনী চক্ৰৱৰ্তী সম্পাদিত 'অমূল্য বৰুৱা ঃ জীৱন আৰু কবিতা'ত অন্তৰ্ভুক্ত প্ৰবন্ধ 'অমূল্য বৰুৱা'।

২৪। অসমীয়া সাহিত্যৰ ৰূপৰেখা, ১৯৮৬, পৃ-৩২১

২৫। Cited in the Foreword (by Yuri Prokushev) of Sergei Esenin's Selected Poetry, 1982

২৬। জয়ন্তী, ৭ম বছৰ, তৃতীয় সংখ্যা, ১৯৪৫

২৭। সাহিত্যৰ সমস্যা, জয়ন্তী, ৬ষ্ঠ বছৰ, ৯ম সংখ্যা, ১৯৪৪

২৮। বিশিষ্ট কবি বীৰেশ্বৰ বৰুৱাই লিখিছে ঃ 'এখন বিখ্যাত আলোচনীৰ সম্পাদক এগৰাকীয়ে-সেই সময়ত (পঞ্চাশৰ দশকত) মোক কৈছিল, 'অমূল্য বৰুৱাই কুকুৰ নামৰ এটা বিখ্যাত কবিতা লিখিছিল। কুকুৰনো কবিতাৰ নাম হ'ব পাৰেনে?'— ৰামধেনু আৰু পৰৱৰ্তী কাল, ১৯৮৭, পৃ-৯

২৯। কমলনাৰায়ণ দেৱ ঃ প্ৰগতিশীল কবিতাৰ টেকনিক, জয়ন্তী, ৬ষ্ঠ বছৰ, ৩য় সংখ্যা, ১৯৪৪

৩০। অজিত কুমাৰ শৰ্মা ঃ মুদ্ৰাস্ফীতি আৰু মহাৰ্ঘৰ চক্ৰবেহু, পছোৱা, ১ম বছৰ, ৫ম সংখ্যা, অক্টোবৰ, ১৯৪৮।

৩১। আজিৰ ঈদ, বাঁহী, ২৯শ বছৰ, ৫ম সংখ্যা, আহিন, ১৮৬৪ শক (১৯৪২ চন)

৩২। অমূল্যই তেওঁৰ বন্ধুসকললৈ লিখা চিঠি-পত্ৰৰপৰা এই কথা জনা যায়, দ্ৰষ্টব্য ঃ অমূল্য বৰুৱা ঃ জীৱন আৰু কবিতা, সম্পাদনা-অৱনী চক্ৰৱৰ্তী।

৩৩। এই কবিতাকেইটিৰ বিষয়ে আমি ইতিমধ্যে আলোচনা কৰি আহিছোঁ।

৩৪। ভাৰতীৰ মুক্তিৰ স্বপ্ন, অচিনা ১৯৬৪, পৃ-৮৬

৩৫। জয়ন্তীৰ বেটুপাততে আছিল যঁতৰ অংকিত ত্ৰিৰংগ পতাকা।

৩৬। জয়ন্তী, ৭ম বছৰ, ২য় সংখ্যা, ১৯৪৪

৩৭। এম. ইব্ৰাহীম আলিৰ 'পলৰীয়া' কবিতা দ্ৰষ্টব্য।

৩৮। দ্ৰষ্টব্য ঃ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ মোৰ মুক্তি নাই, পছোৱা, ১ম বছৰ, ১০ম সংখ্যা, মে', ১৯৪৯

৩৯। সমীক্ষা, জয়ন্তী, ৬ষ্ঠ বছৰ, ১২শ সংখ্যা, ১৯৪৪, পৃ-৩১৮

৪০। অতুল চন্দ্ৰ বৰুৱা ঃ চক্ৰেশ্বৰ ভট্টাচাৰ্য্য-এটি সোঁৱৰণ, অসমবাণী, ১৬ মে, ১৯৬৯

৪১। প্ৰাৰ্থনা, জয়ন্তী, ৭ম বছৰ, ৪ৰ্থ সংখ্যা, ১৯৪৫

৪২। চোৰৰ কৈফিয়ৎ, জয়ন্তী, ৭ম বছৰ, ১ম সংখ্যা, ১৯৪৫

৪৩। বেশ্যা, জয়ন্তী, ৭ম বছৰ, ৪ৰ্থ সংখ্যা, ১৯৪৫

৪৪। শূদ্ৰকৰ মৃচ্ছকটিকা (অনুবাদক-ভবেন্দ্ৰনাথ হাজৰিকা), অসম সাহিত্য সভা, ১৯৬৭, পৃ-৩৫

৪৫। আধুনিক বাংলা কাব্য পরিচয়, ১৯৯২, পৃ-২

৪৬। ড° অসিত কুমাৰ বন্দোপাধ্যায়, আধুনিক বাংলা সাহিত্যের সংক্ষিপ্ত ইতিবৃত্ত, পৃ-২৩৩

৪৭। ফ্যান, আধুনিক বাংলা কবিতা, সম্পাদনা-বুদ্ধদেব বসু, পৃ-১৪২

৪৮। 'অচিনা'ৰ ভূমিকা (অমূল্য বৰুৱা ঃ কবি পৰিচয়) পৃ-১৭

৪৯। বেশ্যা, জয়ন্তী, ৭ম বছৰ, ৪ৰ্থ সংখ্যা, শাওন, ১৮৬৭ শক (জুলাই-আগষ্ট, ১৯৪৫)

৫০। ৰাজেন্দ্ৰ নাথ হাজৰিকা, 'অমূল্য বৰুৱা' শীৰ্ষক প্ৰবন্ধ/অমূল্য বৰুৱা ঃ জীৱন আৰু কবিতা, ১৯৯০, সম্পাদনা ঃ অবনী চক্ৰৱৰ্তী, পৃ-৩০

৫১। বেশ্যা, জয়ন্তী, ৭ম বছৰ, ৪ৰ্থ সংখ্যা, ১৯৪৫

৫২। 'ভিকহু', জয়ন্তী, ৬ষ্ঠ বছৰ, ৫ম সংখ্যা, ১৯৪৪

৫৩। চক্ৰেশ্বৰ ভট্টাচাৰ্য্য ঃ ৰাসলীলা, আধুনিক অসমীয়া কবিতা (১৯৪৬)

৫৪। ৰাজেন্দ্ৰ নাথ হাজৰিকা/অবনী চক্ৰৱৰ্তী সম্পাদিত ঃ অমূল্য বৰুৱা ঃ জীৱন আৰু কবিতা, পৃ-২৮

৫৫। পূজা, জয়ন্তী, ৬ষ্ঠ বছৰ, ৫ম সংখ্যা, ১৯৪৪

৫৬। অমূল্য বৰুৱা আৰু তেওঁৰ কবিতা/অবনী চক্ৰৱৰ্তী সম্পাদিত অমূল্য বৰুৱা ঃ জীৱন আৰু কবিতা, ১৯৯০, পৃ-৫৪

# সামৰণি

চল্লিছৰ দশকত অসমীয়া সাহিত্য ভূষিত কৰা নতুন কবিতাৰ আদৰ্শগত প্ৰকৃতিলৈ লক্ষ্য কৰি এই কবিতাক দুটা ভাগত বিভক্ত কৰিব পাৰি ঃ

(ক) প্ৰগতিশীল বা সাম্যবাদী কবিতা।

(খ) প্ৰতীক আৰু চিত্ৰকল্পবাদী ( এলিয়টী ধাৰাৰ) কবিতা।

জয়ন্তীৰ (১৯৪৩-৪৬) জৰিয়তে আত্মপ্ৰকাশ কৰা কবিসকলে প্ৰগতিশীল বা সাম্যবাদী কবিতাৰ চৰ্চা কৰিবলৈ লয় আৰু এই 'চৰ্চা'ক এটা কাব্য-আন্দোলনত পৰিণত কৰিবলৈ সক্ষম হয়। টি. এছ. এলিয়টৰ প্ৰভাৱত লিখা অসমীয়া সাহিত্যৰ প্ৰথমটো প্ৰতীকবাদী কবিতা নৱকান্ত বৰুৱাৰ 'আমাৰ পৃথিৱী' জয়ন্তীতে প্ৰকাশ পায় (ষষ্ঠ বছৰ, ৯ম সংখ্যা) যদিও সেই সময়ত (১৯৪৩-৪৬) এই কবিতাৰ চৰ্চা তেনেদৰে নহ'ল। ইয়াৰ প্ৰধান কাৰণ হ'ল — জয়ন্তীৰ পৃষ্ঠপোষক সকলৰ এলিয়টপন্থী প্ৰতীকবাদী কবিতাৰ প্ৰতি থকা বিৰাগ ভাব। পৰৱৰ্তী কালত পছোৱাৰ (১৯৪৮-৪৯) জৰিয়তেহে অসমীয়া সাহিত্যত প্ৰতীক আৰু চিত্ৰকল্পবাদী কবিতাৰ আন্দোলন আৰম্ভ হয়। গতিকে চল্লিছৰ দশকতে অসমীয়া সাহিত্যত প্ৰগতিশীল আৰু প্ৰতীকবাদী — দুয়োটা ধাৰাৰ কবিতা ৰচিত হয়। দশকটোৰ বিখ্যাত আলোচনী দুখনৰ (জয়ন্তী আৰু পছোৱা) জৰিয়তে এই দুয়োধাৰাৰ কবিতাই একোটা কাব্য-আন্দোলনৰ সৃষ্টি কৰিবলৈ সক্ষম হয়।

আলোচ্য দশকৰ কবিসকল বয়সত আছিল নবীন। গতিকে কবিতা ৰচনাৰ টেকনিকবোৰ তেওঁলোকে সম্পূৰ্ণৰূপে আয়ত্ব কৰিব পৰা নাছিল। সেইবাবে তেওঁলোকৰ সৃষ্টিৰ সিংহভাগেই কাব্যিক সৌন্দৰ্যৰ বিচাৰত 'ভাল' কবিতা বুলি চিহ্নিত নহ'ব। স্পষ্ট ভাষাত ক'বলৈ গ'লে দশকটোত ৰচিত হোৱা কবিতাবোৰৰ মাজত অমূল্য বৰুৱাৰ 'কুকুৰ' অথবা নৱকান্ত বৰুৱাৰ 'প্ৰাৰ্থনা', 'এন্ধাৰ ৰাতিৰ ইলিজি'ৰ দৰে উৎকৃষ্ট কবিতাৰ সংখ্যা তাকৰ। কিন্তু অসমৰ ইতিহাসৰ এটি দুৰ্যোগপূৰ্ণ

সময়ত সেই তৰুণ কবিগোষ্ঠীয়ে অসমীয়া কবিতাক অলীক ৰোমাণ্টিকতাৰ পৰা মুক্ত কৰি সময়োচিত বাস্তৱবাদী ৰূপ প্ৰদান কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল আৰু সেই কৰ্মত সফলো হৈছিল।

কুৰি শতিকাৰ চল্লিছৰ দশকৰ কবিসকলৰ সৃষ্টিত আলোকপাত কৰিলে স্বাভাৱিকতে দৃষ্টি থমকি ৰয় অমূল্য বৰুৱাৰ সৃষ্টি-কৰ্মত। মাত্ৰ একুৰি চাৰি বছৰ বয়সতে কবিয়ে যি আদৰ্শ, সাহস, প্ৰতিভা আৰু প্ৰতিশ্ৰুতিৰে অসমীয়া কবিতালৈ পৰিৱৰ্তনৰ জোৱাৰ আনিবলৈ প্ৰচেষ্টা চলাইছিল, সি আছিল অসমীয়া কবিতাৰ কাৰণে আশীৰ্বাদ স্বৰূপ। চিন্তা হয় ঃ অমূল্য যদি অন্ততঃ স্বাধীনোত্তৰ কালৰ ষাঠিৰ দশক পৰ্যন্ত জীয়াই থাকিলহেঁতেন — তেওঁ যেতিয়া কবি হিচাপে সম্পূৰ্ণ প্ৰতিষ্ঠা লাভ কৰিলেহেঁতেন ঃ অন্য দহজন কবিৰ দৰে তেওঁৰো সেই প্ৰগতিশীল কাব্য-ধাৰাৰ পৰিৱৰ্তন ঘটিলহেঁতেন নেকি? অৱশেষত, এলিয়টৰ পথেই তেওঁৰো পথ বুলি ঠিৰাং কৰিলেহেঁতেন? নে দেশে স্বাধীনতা লাভ কৰিলে যেতিয়া মানুহৰ উন্নতি অনিবাৰ্য বুলি আত্ম-সন্তুষ্টিত বিভোৰ হৈ নব্য ৰোমাণ্টিক প্ৰেমৰ জোৱাৰ তুলিলেহেঁতেন?

অমূল্য বৰুৱাৰ অধ্যয়নৰ গভীৰতা, আদৰ্শৰ প্ৰতি নিষ্ঠা, সমস্যাৰ বিচাৰ-বিশ্লেষণত বিশ্ব-বীক্ষাৰ পোহৰত আত্মবিশ্লেষণৰ প্ৰচেষ্টা, সৰ্বোপৰি সাধাৰণ জনতাৰ প্ৰতি দৰদ — এইবোৰলৈ দৃষ্টি নিক্ষেপ কৰি মন্তব্য কৰিব পৰা যায় ঃ প্ৰগতিশীল অমূল্যৰ কাব্য-চিন্তা-ধাৰাৰ পৰিৱৰ্তন নঘটিলহেঁতেন। 'স্বাধীন দেশৰ' শাসকৰ ভণ্ডামী জ্যোতিপ্ৰসাদ আগৰৱালাৰ দৰে তীব্ৰভাৱে সমাজ সচেতন অমূল্য বৰুৱাৰ দৃষ্টিতো ধৰা পৰিলহেঁতেন। আৰু আমি ভাবো ঃ তেতিয়া প্ৰতিভাধৰ অমূল্যৰ কাব্য-ধাৰাই সাম্প্ৰতিক অসমীয়া কবিতাৰো 'ধাৰা' বুলি চিহ্নিত হ'লহেঁতেন। অৰ্থাৎ, সাম্প্ৰতিক অসমীয়া কবিতাৰ সামগ্ৰিক সুৰ এলিয়টী নহৈ প্ৰগতিশীল বুলিহে চিহ্নিত হ'লহেঁতেন। □

# গ্ৰন্থপঞ্জী

ক. অসমীয়া


১। অধিকাৰী গগন চন্দ্ৰ (সম্পা.) : বীৰেন বৰকটকী ঃ ব্যক্তিত্ব আৰু প্ৰতিভা, ত্ৰিমূৰ্ত্তি, গুৱাহাটী, প্ৰথম প্ৰকাশ, ১৯৮৬

২। কটকী ড° চন্দ্ৰ : আধুনিক অসমীয়া কবিতা, অসম সাহিত্য সভা, প্ৰথম প্ৰকাশ, ১৯৮০

৩। গোঁহাই ড° হীৰেন : বিশ্বায়তন, জাৰ্ণাল এম্প'ৰিয়াম, নলবাৰী, প্ৰথম প্ৰকাশ, ১৯৮৩

৪। ঐ : সাহিত্য আৰু চেতনা, এল. বি. এছ, দ্বিতীয় প্ৰকাশ, ১৯৯১

৫। ঐ : সাহিত্যৰ সত্য, বৰুৱা এজেন্সি, গুৱাহাটী, প্ৰথম প্ৰকাশ, ১৯৭০

৬। চক্ৰৱৰ্তী অৰনী(সম্পা.) : অমূল্য বৰুৱা ঃ জীৱন আৰু কবিতা, সদৌ অসম কবি সন্মিলন, প্ৰথম প্ৰকাশ, ১৯৯০

৭। তালুকদাৰ নন্দ : সম্বাদ পত্ৰৰ ৰ'দ কাঁচলিত অসমীয়া সাহিত্য, বৰুৱা এজেঞ্চি, গুৱাহাটী, প্ৰথম প্ৰকাশ, ১৯৭৫

৮। ঐ : হেম বৰুৱা, এল. বি. এছ, গুৱাহাটী, প্ৰথম প্ৰকাশ, ১৯৭৮

৯। ঐ (সম্পা.) : অচিনা, দত্ত বৰুৱা, গুৱাহাটী, প্ৰথম প্ৰকাশ, ১৯৬৪

১০। দত্ত ধীৰেন্দ্ৰ চন্দ্ৰ : অভিযান আৰু অন্যান্য কবিতা, ভাৰতী বুক ষ্টল, গোলাঘাট, তৃতীয় প্ৰকাশ, ১৯৯২

১১। দত্ত নীলিমা : ৰতনপুৰৰ ৰত্ন ভবানন্দ দত্ত, এল. বি. এছ, গুৱাহাটী, প্ৰথম প্ৰকাশ, ১৯৯৭

১২। দত্ত ভবানন্দ : অসমীয়া কবিতাৰ কাহিনী, এল. বি. এছ, গুৱাহাটী, দ্বিতীয় প্ৰকাশ, ১৯৮৮

১৩। দাস যোগেশ (সম্পা.) ঃ বিষ্ণুপ্ৰসাদ ৰাভা ৰচনা-সম্ভাৰ, প্ৰথম খণ্ড, ৰাভা ৰচনাৱলী প্ৰকাশন সংঘ, তেজপুৰ, প্ৰথম প্ৰকাশ, ১৯৮৯

১৪। ঐ ঃ বিষ্ণুপ্ৰসাদ ৰাভা ৰচনা-সম্ভাৰ, দ্বিতীয় খণ্ড, ৰা. ৰ. প্ৰ. স., তেজপুৰ, প্ৰথম প্ৰকাশ, ১৯৯৭

১৫। নেওগ ড° মহেশ্বৰ ঃ অসমীয়া সাহিত্যৰ ৰূপৰেখা, বাণী মন্দিৰ, ডিব্ৰুগড়, ষষ্ঠ তাঙৰণ, ১৯৮৬

১৬। ঐ ঃ সঞ্চয়ন, সাহিত্য অকাডেমী, নতুন দিল্লী, নৱম প্ৰকাশ, ১৯৮৪

১৭। ঐ ঃ বাণীকান্ত চয়নিকা, সাহিত্য অকাডেমী, নতুন দিল্লী, পঞ্চম প্ৰকাশ, ১৯৯৩

১৮। বৰগোহাঞি হোমেন (সম্পা.) ঃ অসমীয়া সাহিত্যৰ বুৰঞ্জী, ষষ্ঠ খণ্ড, আবিলেক, গুৱাহাটী, প্ৰথম প্ৰকাশ, ১৯৯৩

১৯। ঐ ঃ অসমীয়া গল্প সংকলন, দ্বিতীয় খণ্ড, অসম প্ৰকাশন পৰিষদ, প্ৰথম প্ৰকাশ, ১৯৭৬

২০। ঐ ঃ বিংশ শতাব্দীৰ অসমীয়া সাহিত্য, অসম সাহিত্য সভা, দ্বিতীয় প্ৰকাশ, ১৯৮৭

২১। বৰা প্ৰফুল্ল চন্দ্ৰ ঃ জীৱন কবিতা আৰু নৱকান্ত, ষ্টুডেন্টচ্ ষ্টৰচ্, গুৱাহাটী, প্ৰথম প্ৰকাশ, ১৯৯০

২২। বৰা মহেন্দ্ৰ ঃ অসমীয়া কবিতাৰ ছন্দ, জ্যোতি প্ৰকাশন, গুৱাহাটী, তৃতীয় প্ৰকাশ, ১৯৯০

২৩। ঐ (সম্পা.) ঃ নতুন কবিতা, বনলতা, ডিব্ৰুগড়, তৃতীয় প্ৰকাশ, ১৯৮৭

২৪। বৰুৱা অণু ঃ হেম বৰুৱা ঃ মোৰ চিনাকি মানুহজন, মণি-মানিক প্ৰকাশ, গুৱাহাটী, প্ৰথম প্ৰকাশ, ১৯৮৪

২৫। বৰুৱা ড° দিলীপ ঃ কবিতাৰ ভৱিষ্যত ঃ পঞ্চ দশকৰ

সাহিত্যৰ পৰম্পৰা, ষ্টুডেন্ট্‌চ ষ্ট'ৰচ, গুৱাহাটী, প্ৰথম প্ৰকাশ, ১৯৯১

২৬। বৰুৱা দেৱকান্ত ঃ সাগৰ দেখিছা, গ্ৰন্থকাৰ, নগাঁও, চতুৰ্থ প্ৰকাশ, ১৯৮৭

২৭। বৰুৱা নৱকান্ত ঃ হে অৰণ্য হে মহানগৰ, লয়াৰ্ছ সংস্কৰণ, ১৯৯৬

২৮। বৰুৱা বীৰেশ্বৰ ঃ ৰামধেনু আৰু পৰৱৰ্তী কাল, বীণা লাইব্ৰেৰী, গুৱাহাটী, দ্বিতীয় প্ৰকাশ, ১৯৮৭।

২৯। বৰুৱা হেম ঃ হেম বৰুৱাৰ কবিতা, এল. বি. এছ., গুৱাহাটী, দ্বিতীয় প্ৰকাশ, ১৯৯৪

৩০। মহন্ত কেশৱ (সম্পা.) ঃ স্বাধীনতা আন্দোলনৰ গীত, নেশ্যনেল বুক ট্ৰাষ্ট, নতুন দিল্লী, প্ৰথম প্ৰকাশ, ১৯৯৭

৩১। মহন্ত ড° প্ৰফুল্ল ঃ অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ ইতিহাস, পূৰ্বাঞ্চল প্ৰকাশ, গুৱাহাটী, প্ৰথম প্ৰকাশ, ১৯৯১

৩২। মালিক চৈয়দ আব্দুল ঃ বেদুইন, প্ৰতিভা প্ৰকাশ, যোৰহাট, প্ৰথম তাণ্ডৰণ, ১৯৪৮

৩৩। শইকীয়া ড° নগেন (সম্পা.) ঃ আসাম বন্ধু, অসম প্ৰকাশন পৰিষদ, প্ৰথম প্ৰকাশ, ১৯৮৪

৩৪। শৰ্মা যতিনাৰায়ণ ঃ আধুনিক অসমীয়া কবিতা, ফ্ৰেণ্ডচ্ পাবলিচাৰ্চ, যোৰহাট, প্ৰথম প্ৰকাশ, ১৯৪৬

৩৫। শৰ্মা ড° সত্যেন্দ্ৰ নাথ ঃ অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, প্ৰতিমা দেৱী, গুৱাহাটী, সপ্তম প্ৰকাশ, ১৯৮৬

৩৬। ঐ (সম্পা.) ঃ জ্যোতিপ্ৰসাদ ৰচনাৱলী, অসম প্ৰকাশন পৰিষদ, তৃতীয় প্ৰকাশ, ১৯৯৬

৩৭। ঐ ঃ অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী,

অসম প্ৰকাশন পৰিষদ, তৃতীয় প্ৰকাশ, ১৯৮৬

৩৮। ঐ ঃ মৌ, অসম প্ৰকাশন পৰিষদ, প্ৰথম প্ৰকাশ, ১৯৮০

৩৯। হাজৰিকা অতুল চন্দ্ৰ (সম্পা.) ঃ বেজবৰুৱা গ্ৰন্থাৱলী, প্ৰথম খণ্ড, সাহিত্য প্ৰকাশ, গুৱাহাটী, ১৯৮৮

৪০। ঐ ঃ বেজবৰুৱা গ্ৰন্থাৱলী, দ্বিতীয় খণ্ড, সাহিত্য প্ৰকাশ, গুৱাহাটী, ১৯৮৮

**খ. বাংলা**

১। ত্রিপাঠী দিপ্তী ঃ আধুনিক বাংলা কাব্য পরিচয় , দে'জ পাবলিশিং, কলিকাতা, পঞ্চম সংস্করণ, ১৯৯২

২। দেবী শ্রীমতী অমিয়া ঃ কবি সুকান্ত, প্রথম প্রকাশ, কলিকাতা, (বর্ষ-অনুল্লেখিত)

৩। বন্দোপাধ্যায় ড° অসিত কুমার ঃ আধুনিক বাংলা সাহিত্যের সংক্ষিপ্ত ইতিবৃত্ত, মডার্ণ বুক এজেন্সি, কলিকাতা, ১৬শ প্রকাশ, ১৯৯৫

৪। বন্দোপাধ্যায় শ্রীকুমার ঃ বাংলা সাহিত্যের কথা, ওরিয়েন্ট বুক কোম্পানি, কলিকাতা, ১৯৬০

৫। বসু বুদ্ধদেৱ(সম্পা.) ঃ আধুনিক বাংলা কবিতা, এম. সি. চরকার এণ্ড সন্‌স, সপ্তম প্রকাশ, ১৯৮৩

৬। মুখোপাধ্যায় সুভাষ (সম্পা.) ঃ সুকান্ত-সমগ্র, সারস্বত লাইব্রেরী, কলিকাতা, সপ্তম সংস্করণ, ১৩৮১ (বাংলা) (১৯৭৪ চন)

৭। সেন সুকুমার ঃ বাংলা সাহিত্য-ইতিহাস, সাহিত্য অকাডেমি, নতুন দিল্লী, চতুর্থ প্রকাশ, ১৯৯৩

৮। সেনগুপ্ত অচিন্ত্য কুমার ঃ কল্লোল যুগ, ডি. এম. লাইব্রেৰী, কলিকাতা, চতুৰ্থ প্রকাশ, ১৯৫৯

৯। সেন নীলরতন : প্রসঙ্গ : আধুনিক বাংলা সাহিত্য, সাহিত্য লোক, কলিকাতা, প্রথম সংস্করণ, ১৯৮৭

গ. ইংৰাজী :


1. Barpujari H.K. (Ed.) : The Comprehensive History of Assam, Publication Board of Assam, Guwahati, 1st Edition, 1993
2. Chkakravorty Jagannath : Sukanta Bhattacharya, Sahitya Akademi, New Delhi, 1st Edition, 1993
3. Daiches David : A Critical History of English Literature. Vol IV. Allied Publishers, New Delhi, 2nd Edition, 1990
4. Dasgupta Alokeranjan : Buddhadeva Bose, Sahitya Akademi, New Delhi, 2nd Edtion, 1989
5. Faulkner Peter : Modernism, Methuen & Co. Ltd, New York, 1982
6. Jain Manju (Ed.) : Selected Peoms of T.S. Eliot, Oxford University press, New Delhi, 1997
7. Prokushev Yuri (Ed.) : Sergei Esenin : Selected poetry, Progress Publishers, Moscow, 1982
8. Sen Arun : Bishnu Dey. Sahitya Akademi, New Delhi, 1st Edition, 1993.

# পৰিশিষ্ট

## প্ৰগতিশীল কবিতাৰ টেক্‌নিক*

**কমলনাৰায়ণ দেৱ**

প্ৰগতি পুৰণি সংস্কাৰৰ সদায় বিৰোধী। যি জাতিৰ সভ্যতা যিমান পুৰণি তাৰ মানসিক দাসত্ব সিমানে অধিক। ভাৰতৰ সভ্যতা অতি প্ৰাচীন, সন্দেহ নাই, আৰু সেই কাৰণেই ইয়াৰ আগ বাঢ়িবৰ বাটত বাধা-বিঘিনি বেছি। মানসিক অথবা বৌদ্ধিক দাসত্ব প্ৰগতিৰ পথত এটা মাৰাত্মক অন্তৰায়। আমাৰ আৰ্থিক, সামাজিক, ধাৰ্মিক আৰু ৰাজনৈতিক সমস্যাবোৰ ইমান বেছি জটিল, ভয়াবহ আৰু বিষম যে যেতিয়ালৈকে আমি সকলো প্ৰকাৰৰ সংস্কাৰৰ পৰা মুক্ত, স্বাধীন চিত্তেৰে এইবোৰৰ সমাধান চিন্তা নকৰো, তেতিয়ালৈকে আমাৰ প্ৰগতিৰ পথ মুকলি নহ'ব।

ৰাজনীতি ক্ষেত্ৰত যিবোৰ প্ৰবৃত্তিয়ে গান্ধীবাদক জন্ম দিলে, প্ৰায় সেইবোৰ প্ৰবৃত্তিৰ দ্বাৰাই সাহিত্য ক্ষেত্ৰত ছায়াবাদ (mysticism)ৰ প্ৰাদুৰ্ভাব হ'ল। দুয়োৰে মূলবৰ্তী ভাব একেটা — স্থূলৰ বিৰুদ্ধে সূক্ষ্মৰ প্ৰতিক্ৰিয়া, অৰ্থাৎ স্থূলৰ পৰা আঁতৰি সূক্ষ্মৰ ফালে অগ্ৰগতি আৰু তাৰ উপলব্ধিৰ বাবে প্ৰযত্ন। গান্ধীজীৰ লগত আত্মাৰ বস্তু হৈ এই প্ৰবৃত্তিটোৱে আধ্যাত্মিক ৰূপ ধাৰণ কৰিলে, আনফালে ৰবীন্দ্ৰৰ লগত হৃদয়ৰ বোলত ৰঙচুৱা হৈ ই "ছায়াবাদ"ৰ অৱতাৰণা কৰিলে।

এতিয়া গান্ধীবাদৰ প্ৰতি বহুতৰে আশঙ্কা এই বুলিয়ে যে ই আত্মাৰ ফালে অত্যধিক উদ্‌গ্ৰীৱ। শৰীৰক ই তিৰস্কাৰ কৰে, অৰ্থাৎ ই আমাৰ জীৱনৰ স্থূল সত্যৰ পৰা দূৰলৈ আঁতৰি যাব লাগিছে; ঠিক এনেকুৱাকৈ ছায়াবাদৰ সূক্ষ্ম অন্তৰ্তত্বৰ প্ৰতিও বহুতৰে মাজত তীব্ৰ নিৰাশাৰ ভাব দেখা দিছে।

সাহিত্য ক্ষেত্ৰত 'ছায়াবাদ'ৰ দ্বাৰা মুষ্টিমেয় মানুহৰ কিছু পৰিমাণে মনোৰঞ্জন

---

* 'সত্যকাম' ছদ্মনামত ৬ষ্ঠ বছৰ ৩য় সংখ্যা (১৯৪৪) জয়ন্তীত প্ৰকাশিত।

হ'ল যদিও জীৱনৰ বাস্তৱিক সমস্যাবোৰৰ সমাধান তাৰ দ্বাৰা নহ'ল। এই হেতুকেই স্থূলে এবাৰ আকৌ সূক্ষ্মৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিলে, সাহিত্য ক্ষেত্ৰত এটা বিৰাট বিপ্লৱ হ'ল, আৰু তাৰ ফলতে প্ৰগতিবাদৰ জন্ম।

সূক্ষ্মৰ বিৰুদ্ধে স্থূলৰ প্ৰতিক্ৰিয়া দুটা ৰূপত ব্যক্ত হ'ল (১) ছায়াবাদৰ পলায়ন-বৃত্তি (escapist mentality) ৰ বিৰুদ্ধে (২) তাৰ অমূৰ্ত্ত (abstract) উপাসনাৰ বিৰুদ্ধে। এই দুয়োৰে অন্তৰ্তত্ত্ব একে। যেতিয়া মানুহৰ মাজত স্থূল-মূৰ্ত্তৰ আগত থিয় দিবলৈ শক্তি নাথাকে, তেতিয়া সি অমূৰ্ত্তৰ ফালে যায়। ই পলায়নী মনোবৃত্তিৰে নামান্তৰ মাথোন।

ওপৰোক্ত প্ৰতিক্ৰিয়াৰ মাজত যিবোৰ অনিবাৰ্য ঐতিহাসিক প্ৰবৃত্তিৰ সমাৱেশ, সেইবোৰক লৈয়ে আজি প্ৰগতিবাদে চাৰিওফালে বিজয় - দুন্দুভি বজাই ফুৰিছে।

সংসাৰ প্ৰগতিশীল। সি সদায় অগ্ৰগামী। আজি যি নতুন, কালিলৈ সি পুৰণি। কেতিয়াবা কেতিয়াবা এনেকুৱাও হয় যে মানুহে যিবোৰ জীৱনাদৰ্শ আৰু নীতি-নিয়মৰ সৃজন জীৱনৰ উৎকৰ্ষৰ বাবে কৰে; কিছুদিনৰ পিছত (সেইবোৰ হৈ পৰে) ভ্ৰম আৰু প্ৰমাদ; সেইবোৰ (হৈ পৰে) সাপৰ নিচিনা কুণ্ডলী সৃষ্টি কৰি অন্ধ সংস্কাৰেৰে মানবীয় প্ৰগতিৰ (পথ) ভেটি থোৱা জঘন্য জঞ্জাল। পাশ্চাত্য জগতত ভৌতিক জীৱনৰ পূজা হয়, তাৰ আদৰ্শও ভৌতিক সংসাৰৰ ৰূপৰ নিচিনাই সদায় ন-পুৰণি হৈ থাকে। ভাৰত ভালেই হওক বা বেয়াই হওক শাশ্বৎ চিৰন্তনৰ ফালে সদায় আকৃষ্ট। এই হেতুকে ই পাশ্চাত্যৰ তুলনাত বৰ বেছিকৈ মন্থৰ, গতিহীন। ভৌতিক উন্নতিৰ ফালে ভাৰতে সদায় উপেক্ষাৰ চকুৰে চাই আহিছে । এই পৰম্পৰাগত পুঞ্জীভূত উপেক্ষাৰ ফলত ভাৰত আজি জগতৰ আগত দুৰ্গত, কাঙাল, শ্ৰীহীন, আৰু লাঞ্ছিত!

কিন্তু পৰিৱৰ্তনতো বিশ্ব প্ৰকৃতিৰ চিৰন্তন নিয়ম। সভ্যতা সংস্কৃতিতো পৰিৱৰ্তন অনিবাৰ্য আছিল, সেয়ে হ'ল। মুছলমান বিলাকৰ বিলাস-ভাব আৰু হিন্দুবিলাকৰ ধৰ্মভীৰুতাৰ পৰা যি অভিমানী সত্য-ভীৰু সংস্কৃতিৰ উদ্ভৱ হৈছিল তাৰ জঘন্য নাগপাশত ভাৰতীয় জীৱন বহুদিনলৈকে বন্দী আছিল।

তাৰ পিছত হ'ল ইংৰাজী সভ্যতাৰ লগত তাৰ সংঘৰ্ষ। সেই ঘহনিৰ পৰা যি পোহৰ উদ্ভাসিত হ'ল, তাতে আমাৰ চকুত পৰিল — 'ভাৰতৰ দুৰ্দশা।' আটাইবোৰ পুৰণি সংস্কাৰৰ জড়ীভূত অন্ধকাৰত নতুনৰ জ্যোতি জিলিকি উঠিল। সকলো ৰকমৰ অন্ধবিশ্বাসৰ ভেটি কঁপিবলৈ ধৰিলে। যুগ যুগৰ পৰা আহি থকা মূঢ় সংস্কাৰৰ দুৰ্গন্ধময় বোকাৰে পৰিবেষ্টিত মানৱতাৰ বাস্তৱিক ৰূপৰ লগত সকলোৰে চিনাকি হ'ল। এই ক্ষেত্ৰত বিদেশী সাহিত্যই, বিশেষকৈ ৰুছিয়াৰ প্ৰগতিশীল সাহিত্যই আমাৰ ভালেমানকে পথ-প্ৰদৰ্শন কৰিলে, আৰু এতিয়াও আমাক বাট দেখুৱাই দুৰ্নিবাৰ প্ৰেৰণাৰে আগবঢ়াই লৈ যাব লাগিছে।

প্ৰগতিশীল সাহিত্য — এতিয়ালৈকে তাৰ আকাৰ-প্ৰকাৰ যদিও স্পষ্টকৈ নিৰ্দ্ধাৰিত হোৱা নাই (কাৰণ তাৰ প্ৰয়োগাৱস্থা চলিছে ) তথাপি তাৰ অধ্যয়ন আৰু আলোচনাৰ বাবে তলত দিয়া কেইটামান থুলমূল ধাৰণাৰ ওপৰত বিশেষকৈ মন দিয়া উচিত ঃ—

১। জীৱন প্ৰগতিৰেই পৰ্যায় মাথোন। এতেকে তাক প্ৰত্যেক ক্ষেত্ৰতে আগবঢ়াবৰ কাৰণে প্ৰযত্নবান হোৱা উচিত।

২। জীৱন জীয়াই থকাৰ বস্তু। তাৰ চকুৰ আগত ফেৰ পাতি থিয় দিয়াটোতহে মানুহৰ পুৰুষত্ব সাৰ্থক হ'ব। কোনো এটা কাল্পনিক সুখৰ সন্ধানত তাক উপেক্ষা কৰি পলাই যোৱাটো ঘৃণাস্পদ কাপুৰুষতা মাথোন। যি আমাৰ চকুৰ আগত — প্ৰত্যক্ষ সেয়ে সত্য। এতেকে ভৌতিক জীৱনৰ সাধনাই তাৰ ঘাই উদ্দেশ্য। তাৰ বাহিৰত অধ্যাত্ম পৰলোক আদি একোৱেই নাই। সেইবোৰ পলায়নৰেই ভিন ভিন বাট মাথোন। মানুহে আত্ম-প্ৰবঞ্চনাৰ খাতিৰত যিমানবোৰ মিথ্যা কল্পনা কৰিলে, তাৰ মাজত ঈশ্বৰ, অধ্যাত্ম আৰু পৰলোক প্ৰধান।

৩। সাহিত্যৰ প্ৰাণ সৌন্দৰ্য। সৌন্দৰ্যৰ আধাৰ সাম্য। এই সাম্যক জীৱনৰ বাস্তৱিকতাত উপলব্ধি কৰিব লাগিব। ইয়াৰ বাবে আৱশ্যক হৈছে সমাজত 'সাম্য' স্থাপিত কৰা। এতেকে প্ৰগতিশীল সাহিত্যই দলিত পীড়িত আৰু শোষিতসকলৰ ব্যথাক মুখৰিত কৰিব। জীৱনৰ অন্ধ-সংস্কাৰৰ মাজত হেৰাই যোৱা মানৱতাক

বিচাৰি উলিওৱাটো ইয়াৰ লক্ষ্য। এই বাটত ইয়াৰ অৱৰোধক হৈছে শোষকবৰ্গ। তাৰ লগত ইয়াৰ সদায় বিৰোধ। শোষক-স্বাৰ্থৰ উন্মূলনেই প্ৰগতিবাদৰ অভিপ্ৰেত সংকল্প। চিৰ-বন্দী মানৱ সমাজক মুক্ত কৰিবৰ বাবে সি সংস্কাৰগ্ৰস্ত প্ৰাচীনক ধ্বংস কৰিবলৈ বিচাৰে।

৪। কিন্তু শোষক শ্ৰেণীৰ অতুলনীয় সহায় শক্তি হৈছে প্ৰাচীন সংস্কৃতি। এতেকে তাৰ পুনৰ্নিৰ্মাণ আৰু ৰূপান্তৰ অনিবাৰ্য। তাৰ বাবে জীৱনৰ আদৰ্শ (মূল্য) বদলাব লাগিব। বিগত যুগৰ সত্য, শিৱ, সুন্দৰ আজি নিৰ্জীৱ। আগৰ সত্য, শিষ্ট আৰু সংস্কৃত বিশেষণ আজি কদাকাৰ হৈ পৰিছে। কাৰণ তাত বুৰ্জোৱা (অভিজাত) অথবা ফিউডেল (সামন্ত) বৰ্গৰ দুৰ্গন্ধ আছে, তাৰ গুৰিত অধিকাৰ ভাৱনাৰ নিৰ্লজ্জতা আছে। ইয়াৰ ফলতে জনতাৰ ওপৰত শোষণ আৰু ধনপতিবিলাকৰ অভিলাষ বৃদ্ধি হৈ আহিছে। আজি আমাৰ সকলো আদৰ্শ (মূল্য)ৰ জোখ হ'ব কেৱল — 'জনহিত'। ধৰ্ম, নীতি আৰু সদাচাৰৰ মূল্যাঙ্কন হ'ব — 'জনহিত'। এই বিচাৰ-ধাৰাৰ ওপৰত পাশ্চাত্যৰ মাৰ্ক্স দৰ্শন, আৰু ফ্ৰয়েডৰ মনোবিকলন শাস্ত্ৰৰ পৰ্যাপ্ত প্ৰভাৱ আছে। মাৰ্ক্সৰ সাম্য-দৃষ্টি আৰু অৰ্থদৃষ্টি ভাৰতীয় প্ৰগতিশীল সাহিত্যিক সকলে আয়ত্ত কৰি লৈছে। কিন্তু আত্মাৰ অস্তিত্বক অস্বীকৃত কৰিবৰ শক্তি এতিয়াও হৈ উঠা নাই। মাৰ্ক্সৰ দেহাত্মবাদ এতিয়াও তেওঁলোকৰ বুদ্ধিত প্ৰবিষ্ট হোৱা নাই। অধুনা বঙালী আৰু হিন্দী সাহিত্যত ইয়াৰ ক্ষীণ আভাস দেখা দিছে।

৫। পুৰণি সংস্কৃতিক ৰূপান্তৰিত কৰিবৰ বাবে কাব্যৰ 'আলম্বন' বদলাব লাগিব। নিজৰ একান্ত ব্যক্তিগত সুখ-দুখৰ বিশ্লেষণ, য'ত প্ৰাচীন সংস্কৃতিৰ গন্ধ আছে, আধুনিক প্ৰগতিশীল সাহিত্যৰ বিষয় নহ'ব। জগতৰ প্ৰত্যক্ষ, বাস্তৱিক সমস্যাবোৰৰ পৰা দৃষ্টি আঁতৰাই, কেৱল নিজক লৈ ব্যস্ত থকাৰ স্বাৰ্থ-বুদ্ধিৰ মাজতে আছে জীৱন-শূন্য তাৰ চিন। আধুনিক কলাকাৰৰ কৰ্ত্তব্য হৈছে যে তেওঁ যি সমাজত জীয়াই আছে, যি সমাজৰ ভাত-পানী খাইছে তাৰ প্ৰতি নিজৰ দায়িত্ব পূৰ্ণ কৰিবলৈ আৰু তাৰ ঋণ পৰিশোধ কৰিবলৈ হেলা নকৰা। এনেকুৱাকৈ প্ৰগতিবাদে তত্বৰূপত সাহিত্যক "সামাজিক চেতনা" বুলি মানে, শুদ্ধ ব্যক্তিগত প্ৰতিক্ৰিয়া নহয়।

"সামূহিকতাই এতিয়া নিজত্ব।" সি সৌন্দৰ্যক হৃদয় আৰু চকুৰ মাজত দেখাতকৈ সামাজিক কাৰ্য আৰু ঘটনাবোৰৰ মাজত দেখিবলৈ অধিক উচিত আৰু শ্ৰেয়স্কৰ বুলি মানে।

৬। আন আন দেশত, জীৱনৰ প্ৰতি প্ৰগতিশীল কবিতাৰ দৃষ্টিকোণ মূলতঃ বৌদ্ধিক বুলি নিৰ্ণীত হৈছে। আচলতে এয়ে তাৰ অনিবাৰ্য বিশেষত্বও। কিন্তু ভাৰতত তাৰ দৃষ্টিকোণ সম্পূৰ্ণ ৰূপে নিৰ্মিত হোৱা নাই। এতিয়াও প্ৰগতিশীল লেখকসকলৰ মাজত ভাব প্ৰৱণতাৰে প্ৰাচুৰ্য দেখা যায়। প্ৰয়োগোন্মুখ অসমীয়া প্ৰগতিশীল কবিতাতো তেনে হোৱা অস্বাভাৱিক নহয়।

৭। অনুভূতিৰ লগত অভিব্যক্তিতো পৰিবৰ্ত্তন অনিবাৰ্য। যেতিয়া বিচাৰৰ উপকৰণ বদলি গ'ল, তেতিয়া অভিব্যঞ্জনাৰ উপকৰণ আপোনাআপুনি বদলিবই। সৰ্বপ্ৰথম কলাৰ দৃষ্টিকোণত নতুনত্ব আহিল — "সুকুমাৰ (ললিত) কলাই কুৎসিত (কুৰূপ) জগতৰ ৰূপ নিৰ্মাণ কৰিব।" এতেকে দৃষ্টিভঙ্গীত যথাৰ্থ দৰ্শনৰ ভাব আহিল। উপাদানবোৰৰ 'লঘুতা' আৰু 'মহত্ত্বৰ' কাল্পনিক পাৰ্থক্য আৰু ভেদভাৱ গুচিল। আজিৰ কলাকাৰে লুইত, কেঁচাসোণ, ডালিমী, ফুলনি, অভিসাৰ, জোনাক নিশা, হেঙুলী উষা, কেতেকী, সপোনত আহিবা লাহৰী আদি প্ৰতীকবোৰৰ মৃদুল মায়ামোহ পৰিত্যাগ কৰি চিগাৰেটৰ খালি পেকেট, নৰ্দমা, চিমনি, লাইট হাউচ, ষ্টেচন, ৰেল, কাঠফুলা, নাঙল, ভগাফাল, শুকান ফুল, হাতুৰি, পোষ্ট অফিচ, তাৰঘৰ, কাছাৰী আদি চিৰ উপেক্ষিত নগণ্য প্ৰতীকবোৰকলৈ কাব্যত নতুন প্ৰয়োগ কৰিব লাগিব; কাৰণ এইবোৰেই জীৱনত বাস্তৱিক সত্য। বস্তু-দৰ্শনৰ পৰা ৰোমান্স এতিয়া গুচি গ'ল। বস্তুৰ শুদ্ধ বাস্তৱিক (objective) চিত্ৰণেই আজি সত্য। কলাকাৰৰ কোনো অধিকাৰ নাই যে সি নিজৰ ৰঙীণ ভাৱনাৰ ৰঙ লগাই তাক বিকৃত কৰি পেলায়। বিগত যুগৰ দৃষ্টিকোণ আছিল ৰোমাণ্টিক। ৰোমাণ্টিক দৃষ্টিভংগীত বস্তুৰ ওপৰত দ্ৰষ্টাৰ (দেখোঁতাৰ) ভাৱনাৰ ৰঙ আপোনা আপুনি লাগি যায়, এতেকে তাৰ স্বৰূপ স্পষ্ট নহয়। আজিৰ বস্তুদৰ্শী কলাকাৰৰ চকুত সি বুৰ্জোৱা আৰ্ট। আজি মূল্যাঙ্কন ভিন হোৱাত সৌন্দৰ্যৰ আদৰ্শ বদলি গৈছে। আজিতো যি প্ৰত্যক্ষ-জীৱনপ্ৰদ সেয়ে

সুন্দৰ। আচলতে আজি কলাৰ উপাদান বিলাস, ৰূপ, ৰঙ্গ, ৰোমান্স, গৰিমা আদি নৰ'ল। প্ৰগতিবাদী কলাকাৰে প্ৰাচীন সৌন্দৰ্য কল্পনাক বাদ দি বস্তু জগতৰ সত্যতা গ্ৰহণ কৰিছে।

এতিয়া অনুভূতিৰ মাধ্যম ভাষা আৰু টেক্‌নিকৰ ওপৰত দৃষ্টিপাত কৰা যাওক। প্ৰগতিশীল কাব্য-সাহিত্যৰ উপাদানৰ বাবে নিৰ্দিষ্ট শব্দৰ ফুলদানি যোগাৰ কৰি ৰখাৰ দৰ্কাৰ নাই। "এই শব্দটো কবিতাৰ উপযোগী নহয়, এইটোহে ঠিক" আদি বিচাৰৰ বাবে আধুনিক কলাকাৰৰ আহৰি নাই। কিয়নো কাব্য কোনো নিৰপেক্ষ বস্তু নহয়; এতেকে তাৰ শব্দ-সংযোজনো যি কোনো প্ৰকাৰৰ হোৱাটো নিতান্ত স্বাভাৱিক। প্ৰগতিবাদী কবিতাত ভাষা আৰু টেক্‌নিক্‌ৰ পোন সত্যতাই প্ৰধান বস্তু — তাৰ বাবে 'মাধুৰ্য' 'ওজঃ' আদি গুণৰ কোনো অৰ্থ নাই।

বিগত মহাযুদ্ধৰ পাছত পাশ্চাত্য জগতত যি তিনি প্ৰকাৰৰ কবিতাৰ প্ৰাদুৰ্ভাব হ'ল; (১) ৰাষ্ট্ৰগীত, (২) অমিল অপৰিপাটী (odd) কবিতা, (৩) সমাজবাদী কবিতা— সেই আটাইকেইটাৰো প্ৰাদুৰ্ভাব আজি হিন্দী বঙলা আদি সাহিত্য-ক্ষেত্ৰত দেখা গৈছে। প্ৰগতিৰ কবিবিলাক দুই ভাগত বিভক্ত — প্ৰথমটোৰ মাজত ৰাষ্ট্ৰীয় চেতনা অধিক সজাগ হৈছে, দ্বিতীয়টোৰ মাজত যৌন প্ৰবৃত্তি (Sex)। এই ৰকমে ভাৰতৰ আন আন প্ৰাদেশিক সাহিত্যত প্ৰগতিশীল কবিতাৰ লক্ষণ, বিষয়-বস্তু আৰু টেক্‌নিক্ লৈ সৰ্বতোমুখী প্ৰয়োগ আৰু পৰিশীলন হ'ব লাগিছে। কিন্তু আমাৰ অসমীয়া সাহিত্যিকসকলে এতিয়াও যুগধৰ্মৰ আহ্বান শুনা নাই। কিন্তু যুগধৰ্মক উপেক্ষা কৰি কোনো সৎ সাহিত্য সৃষ্টি কৰা অসম্ভৱ।

এতিয়া প্ৰগতিশীল কবিতাৰ টেক্‌নিক সম্বন্ধে কিঞ্চিৎ বহলাই আলোচনা কৰা যাওক। অনুভূতি আৰু অভিব্যক্তি দুয়োৰো বাহক টেক্‌নিক। অনুভূতি হৈছে কাব্যৰ আত্মা, অভিব্যক্তি তাৰ শৰীৰ, ভাষা তাৰ বাণী আৰু টেক্‌নিক তাৰ গতি-ভংগিমা। সাহিত্য বহুৰূপী । কিন্তু তাৰ আটাইকেইটা ৰূপৰ মাজত কবিতাৰেই সমাদৰ বেছি। কবিতাই দেখোঁতে কয় অল্পপমান কিন্তু প্ৰকাশ কৰে অতি বিস্তৰ। কেতিয়াবাতো কবিতাই কোনো নিৰ্দিষ্ট খবৰেই নিদিয়ে, দিলেও সি হয় আপাততঃ

অতি তুচ্ছ। কিন্তু কবিতাৰ পাৰস্পৰিক সংযোজনাৰেই ফল হয় অলৌকিক, বোধ হয় যেন সি চিৰকালৰ। আচলতে কবিতা এটি ধ্বনিময় ৰূপক-চিহ্ন। ভাষাৰ গণ্ডী পাৰ হলেই আমি কল্পনাৰ চিৰন্তনতাত উপস্থিত হওঁগৈ। এই ধৰণৰ কবিতাই আমাৰ কল্পনাক মুক্ত কৰে।

প্ৰগতিশীল কবিতাৰ বাবে নানান কাৰণে গদ্য-ছন্দ অপৰিহাৰ্য হৈ পৰিছে। এই 'গদ্য-ছন্দ' বোলা বস্তুটো কি? তলত লিখা লক্ষণ-কেইটাৰ পৰা ভালদৰে বুজা যাব —

১। গদ্য কবিতাৰ বাক্য-বিন্যাস ঠিক গদ্যৰ মুখৰ ভাষাৰ নিচিনাই হয়। তাত কোনো প্ৰকাৰৰ "পয়েটিক্ লাইচন্স" নাথাকে।

২। শব্দ-চয়নৰ পক্ষেও সেই একেটা নিয়ম। (সাধাৰণতঃ অসমীয়া পদ্য-কবিতাত আনকি গদ্যতো দেখা যায় যে আটাইবোৰ বিশেষ্য পদৰ বহুত সংস্কৃত প্ৰতিশব্দ স্বীকৃত হৈছে। সেইবোৰ প্ৰতিশব্দ বৰ ঠিক নহয়। 'হাত'ক হাত, 'আকাশ'ক আকাশ, 'নৈ'ক নৈ, 'ৰাতি'ক ৰাতি, 'চকু'ক চকুৰেই ক'ব লাগিব, ইয়াৰ সলনি, কৰ, গগন, নিৰ্ঝৰিণী, ৰজনী, নয়ন প্ৰভৃতি প্ৰতিশব্দৰ ব্যৱহাৰ নহ'লেও চলে। অৱশ্যে কোনো কোনো ঠাইত ধ্বনি-বিন্যাসৰ অনিবাৰ্যতাত ইয়াৰ ব্যতিক্ৰম মাৰ্জনীয়। আমাৰ মতে পদ্য ৰচনাতো এই প্ৰতিশব্দবিলাক যিমানে বাদ দিয়া যায় সিমানে ভাল।)

৩। সংস্কৃত শব্দ-ভাণ্ডাৰৰ পৰা নতুন নতুন বিশেষণ লোৱাত কোনো আপত্তি নাই। কিন্তু অকাৰণ বিশেষণ বিশেষ ৰূপে পৰিহাৰ্য।

(পদ্য-ৰচনাত প্ৰায় দেখা যায় যে মাজে মাজে বিশেষ কিছুমান পংক্তিয়ে কথা কৈ উঠে, বাকীবিলাক মাথোন ওজন ঠিক ৰখাৰ নিমিত্তে বাজে মাল। কিন্তু গদ্য-কবিতাত প্ৰত্যেক কথাকেই কথা ক'বৰ বাবে সুযোগ দিয়া উচিত।)

৪। গদ্য-কবিতাৰ মাজত "স্পীচ-ৰিদম্" — বাক্যালাপীয় লয় নিতান্ত প্ৰয়োজনীয় বস্তু। গদ্যত ই স্বভাৱতঃ আছে। মানুহৰ কথাৰ যি বিন্যাস, গদ্যৰ বিন্যাসো সেই একে।

৫। পদ্যত প্ৰত্যেক বাক্যক মুখৰ কথাৰ ব্যাকৰণত আৰু ধ্বনিত বিন্যস্ত কৰা সহজ নহয়, কিন্তু অসম্ভৱো নহয়। আৰু সেইটো য'ত হয় ত'ত গদ্যৰ সৰলতাৰ লগত পদ্যৰ ধ্বনি আৰু কবিতাৰ ইঙ্গিতময়তা দুয়োটা লগ হৈ এটা অপূৰ্ব ৰূপকল্পৰ সৃষ্টি কৰে। গদ্য-কবিতাৰ এয়ে মৰ্ম কথা।

৬। আচলতে পদ্যৰ সত্তাক নিজৰ ভিতৰত প্ৰবেশ কৰোৱাৰ পিছতেই গদ্য-কবিতাৰ ভৰত প্ৰবেশ সম্ভৱপৰ হয়। ছন্দ নহ'লে কোনো কবিতাই নহয়। গদ্য-কবিতাৰ (শৈলীৰ) অৰ্থ হৈছে যে তাত যতি-পাতৰ নিয়মবিলাক পদ্যৰ নিচিনা ধৰা বন্ধা নহয়।

৭। প্ৰগতিশীল কবিতাৰ বিষয়-বস্তুৰ ক্ষেত্ৰ অতি ব্যাপক আৰু বিশাল। তাত স্পৃশ্যাস্পৃশ্যৰ কোনো বাছ-বিচাৰ নাই।

৮। প্ৰগতিশীল কবিতাৰ বাবে গদ্য-ছন্দ যে অপৰিহাৰ্য ইয়াৰ কোনো অৰ্থ নাই। পদ্যতো লিখিব পৰা যাব। কিন্তু 'বস্তুৰ' প্ৰতি লক্ষ্য ৰাখি — অভিব্যক্তিৰ সুবিধাৰ বাবেই 'গদ্য-ছন্দ' আৱশ্যক হৈ পৰিছে। এইবোৰ নিয়মানিয়মৰ কথা সম্পূৰ্ণৰূপে লেখকৰ প্ৰতিভাৰ ওপৰত নিৰ্ভৰ কৰে।

৯। প্ৰগতিশীল কবিতা সততে ক্ৰিয়াশীল Dynamic। আৰু সি সচৰাচৰ নৈৰ্ব্যক্তিক, তন্ময়, আৰু বস্তুতান্ত্ৰিক।

বহুতৰ ধাৰণা গদ্যত কবিতা লিখা সহজ। ই অতি কেঁচা কথা। মুঠেই নহয়। কাৰণ, য'ত যিমান বেছি স্বাধীনতা ত'ত সিমানে বেছি দায়িত্ব। এই দায়িত্ব-ৰক্ষাটো স্বাভাৱিক ক্ষমতা আৰু অৰ্জিত শিক্ষা-সাপেক্ষ। কাব্য-ক্ষেত্ৰত নতুন অভ্যাসীৰ পক্ষে পদ্য ৰচনা কৰাই সহজ কথা, তাত ভৰি পিছলিবৰ কম ঠাই থাকে। তৃতীয় চতুৰ্থ শ্ৰেণীৰ ৰচনা পদ্য-ছন্দৰ খুঁটা ধৰি কোনো ৰকমে আগ বাঢ়িব পাৰে যদিও গদ্যৰ মুকলি চৌমহলাত তাৰ বাবে ঠায়ে নাই। পদ্যৰ মিল আৰু ছন্দৰ কৌশল সহজ আৰু সৰ্বসাধাৰণে তাক বুজাতো উজু পায়।

ইংৰাজী 'ফ্ৰী ভাৰ্চ' আৰু গদ্য-ছন্দ সলাব পৰা বস্তু নহয়। হুইটমেন আৰু সেই সম্প্ৰদায়ৰ কবিসকলৰ কবিতাবোৰ গদ্য-ছন্দৰ বিশ্বস্ত প্ৰতিনিধি নহয়। ইংৰাজী

কবিতা- ক্ষেত্ৰত ইয়াৰ দৃষ্টান্ত হৈছে ডি. এইচ. লৰেন্সৰ শেষভাগৰ কবিতাবিলাক। গদ্য-ছন্দ 'ভাৰ্চ' নহয়, তাত metre নাথাকে।

প্ৰশ্ন হ'ব, আচলতে ইয়াৰ কোনো সাৰ্থকতা আছে, অথবা ই এটা ফেচ্ছন মাথোন? নিশ্চয় ইয়াৰ এটা ডাঙৰ সাৰ্থকতা আছে। পদ্যত 'ছন্দ' আৰু 'মিল'ৰ খাতিৰত অকাৰণ কথা, অনাৱশ্যক শব্দ, অৰ্থহীন বিশেষণ প্ৰভৃতিৰ ব্যৱহাৰ কেতিয়াবা কেতিয়াবা ডাঙৰ কবি বিলাকেও কৰে। অভিব্যক্ত কৰিব নোখোজা ভাৱবোৰ কেতিয়াবা অভিব্যক্ত হয় আৰু কেতিয়াবা যিটো ব্যক্ত কৰিবলৈ যোৱা হয় সি দূৰতে পৰি থাকে। গতিকে কবিতাক এনে এটা স্তৰলৈ লৈ যোৱা যাওক য'ত এই বিলাক বাহুল্যৰ পৰা অনায়াসে মুক্তি লাভ কৰিব পাৰে। কবিতাৰ এনে এটা বাতাবৰণ তৈয়াৰ কৰিব লাগিব, য'ত আমি যিটো ক'বলৈ ইচ্ছা কৰিম ঠিক তাকেই কম, যিটো ক'বলৈ আমাৰ ইচ্ছা নাই তাক মুঠেই ঠাই নিদিম। অভিব্যক্তিৰ ক্ষেত্ৰত আত্ম প্ৰবঞ্চনা আৰু আত্মহত্যা দুয়ো সমান। ইয়াৰ পৰা মুক্ত হোৱাৰ সহজ উপায় হৈছে গদ্য-ছন্দ। এই প্ৰসঙ্গ পাউণ্ড, প্ৰভৃতিৰ 'ইমেজিষ্ট মেনিফেষ্টো' স্মৰণীয়। ইংৰাজীত ক্যুবিষ্ট বিলাকেও নতুন প্ৰয়োগ কৰিছে।

বহুতে আপত্তি কৰিব, গদ্য-কবিতা যদি গদ্যৰ নিচিনাই একে টানে লিখিব পৰা যায়, তাক সৰু-দীঘল লাইনত পৰিপাটিকৈ সজোৱাৰ দৰ্কাৰ কি? গদ্যৰ নিচিনাকৈ যদি কোনোবাই লিখে, তাতো আপত্তি নাই। কিন্তু চকুৰ অভ্যাসকোতো বহুত সময়ত মানিব লাগিব। ইয়াৰ বাহিৰেও গদ্যৰ লয় অনুসৰি পংক্তি ভাগ কৰাটো বোধ হয় বেছি যুক্তি সংগত। গদ্য-ছন্দতো সহজাত যতিৰ নিয়ম মানি চলাটো অপৰিহাৰ্য। গদ্য কবিতাও ষ্টাঞ্জা অনুসাৰে ভাগ কৰি লিখা হয়। তাত নিয়মিত আৰু অনিয়মিত দুয়ো প্ৰকাৰৰ 'মিল'ৰ ক্ষেত্ৰ আছে। গদ্যৰ নিচিনাকৈ লিখিলেও ক্ষতিৰ কোনো কাৰণ নাই।

গদ্য-কবিতাৰ উপযোগিতালৈ আৰু এটা প্ৰশ্ন উঠিব পাৰে। গদ্য-ছন্দ হ্ৰস্ব লিৰিকৰ বাবে উপযোগী নে, বৰ্ণনা (মূলক) আৰু নাটকীয় কবিতাৰ বাবে? এই প্ৰশ্নৰ কোনো মীমাংসা নাই। ভিন্ ভিন্ কবিৰ হাতত গদ্য-কবিতা ভিন্ ভিন্ প্ৰকাৰৰ

হ'বলৈ বাধ্য। নিজস্ব ক্ষেত্ৰত সকলোৰেই সাৰ্থকতা আছে।

### গদ্য-কাব্য আৰু ৰবীন্দ্ৰনাথ

এই গদ্য-কাব্য সম্বন্ধে ৰবীন্দ্ৰনাথ ঠাকুৰৰ মন্তব্য তলত দিয়া হ'ল-

"........গদ্যৰ মাজত আছে সহজ স্বচ্ছতা। জীৱনৰ বৃহত্তৰ ভাব অনায়াসে বহন কৰিবৰ শক্তি গদ্য-ছন্দৰ মাজত আছে। গদ্য-কবিতা হৈছে বনস্পতিৰ নিচিনা, তাৰ পল্লৱপুঞ্জৰ ছন্দ-বিন্যাস কাটি ছাটি সজোৱা নহয়, স্তৱকবিলাক হৈছে অসম। তাতেই আছে গাম্ভীৰ্য আৰু সৌন্দৰ্য।"

"..... কোৱা বাহুল্য, সন্ন্যাস ধৰ্মৰ মূল তত্ত্ব তাৰ গেৰুৱা কাপোৰত নহয়, আছে তাৰ সাধাৰণ সত্যতাত। ... আমি আমাৰ বোধ-শক্তিৰ দ্বাৰাই সত্যক চিনিব পাৰো। গেৰুৱা কাপোৰৰ দ্বাৰা নহয়। ছন্দটোৱেই যে একান্ত ভাৱে কাব্য এইটো নহয়। কাব্যৰ মূল তত্ত্ব আছে তাৰ 'ৰসৰ' মাজত, ছন্দটো হৈছে ৰসৰ আনুষঙ্গিক পৰিচায়ক মাথোন।"

"..... কাব্যৰ লক্ষ্য হৈছে হৃদয় জয় কৰা - পদ্যৰ ঘোঁৰাৰ পিঠিত উঠিয়েই হওক নাইবা গদ্যত খোজ কাঢ়িয়েই হওক। এই উদ্দেশ্য সিদ্ধিৰ সক্ষমতাৰ দ্বাৰাই তাৰ বিচাৰ কৰিব লাগিব। .... গদ্যত হওক নাইবা পদ্যত, ৰস-ৰচনা মাত্ৰতে এটা স্বাভাৱিক ছন্দ থাকে। পদ্যত সি সুপ্ৰত্যক্ষ আৰু গদ্যত অন্তৰ্নিহিত। সেই নিগূঢ় ছন্দক পীড়ন কৰিলেই কাব্যক আহত কৰা হয়। এই হেতুকে গদ্য লিখা সহজ হ'ব পাৰে, কিন্তু গদ্য-ছন্দ লিখা সিমান সহজ ব্যাপাৰ নহয়।

"...... কাব্য এক সময়ত প্ৰাত্যহিক জগতৰ অপৰিমাৰ্জিত বাস্তৱতাৰ পৰা বহু দূৰত আছিল, এতিয়া কিন্তু নহয়। এতিয়া সি সমস্তকেই আপোন ৰসলোকত উত্তীৰ্ণ কৰিবলৈ ইচ্ছুক। এতিয়া সি স্বৰ্গাৰোহণ কৰিবৰ সময়ত লগৰ কুকুৰটোকো এৰিব নোখোজে। বাস্তৱ-জগত আৰু ৰস-জগতৰ সম সাধনতেই আছে গদ্যৰ সাৰ্থকতা, কিয়নো গদ্য শুচি বায়ুগ্ৰস্ত নহয়।"

অসমীয়া সাহিত্যতো গদ্য-কাব্য ৰচনাৰ এটা প্ৰয়াস লাহে লাহে চলিব

লাগিছে। তৰুণ কবিতা-লেখক সকলে নিজৰ সনাতন সংস্কাৰৰ প্ৰতি বিপ্লৱ-ঘোষণা কৰি অগ্ৰসৰ হৈছে। সাহিত্য-ক্ষেত্ৰত ই নিশ্চয় এটা শুভ লক্ষণ।

শুচিবায়ুগ্ৰস্ত, মন্দাতাগন্ধী বহুতে এই ৰচনা-ৰীতিক দেখি হয়তো চ'ক খাব। উপেক্ষাও কৰিব, কিন্তু ইয়াক কমাব নোৱাৰিব। কিয়নো নতুনৰ ভিতৰত প্ৰাণৰ যি আবেগ থাকে তাক কোনেও নুই কৰিব নোৱাৰে। এই প্ৰসঙ্গত তৰুণ লেখকসকলে আৰ্টৰ সাধাৰণীকৰণৰ বাবে যিমান সাধনা আৰু মননশীলতাৰ দৰ্কাৰ, তাক যেন নাপাহৰে।

### আধুনিক কবিতাৰ বিষয়-বস্তু

শৈশৱ বিশ্বাতীত অতীন্দ্ৰিয়তাত নিঃসঙ্কোচ আস্থাবান। ফলত সভ্যতাৰ শৈশৱ-কালত ঈশ্বৰীয় অন্তঃপ্ৰেৰণাকেই কাব্যৰ নিমিত্ত কাৰণ বুলি সহজে ধৰি লোৱা হৈছিল। উদাহৰণ, প্লেটোৰ— 'Ion' (আয়ন) কবিক য'ত তেওঁ কৈছে দিব্যোন্মাদ। সংস্কৃত সাহিত্যতো "ঈশ্বৰ-প্ৰদত্ত-শক্তি" নহলে কোনেও কবি হ'ব নোৱাৰে" বুলি উল্লেখ আছে। কিন্তু সুখৰ কথা, শৈশৱৰ স্বপ্ন-ৰাজ্য বেছি দিন তিষ্টিব নোৱাৰিলে। কঠোৰ বাস্তৱে অতীন্দ্ৰিয় মোহক ক্ৰমে ভাঙিছিঙি চুৰমাৰ কৰি আত্ম-জিজ্ঞাসা উপস্থিত কৰিলে। অৰ্থনীতিৰ অগ্ৰগতিয়ে আজি আমাক যি অৱস্থালৈ টানি আনিছে, অতীন্দ্ৰিয়ৰ স্বপ্নলোককে এতিয়া সাবটি থকা কঠিন। ফলত কবিয়ে তেওঁৰ হাতী দাঁতৰ প্ৰাসাদৰ পৰা ওলাই আহি, নৈৰ্ব্যক্তিক আত্মম্ভৰিতা বাদ দি সহজ সামাজিক ৰূপ লবলৈ বাধ্য হৈ পৰিছে। কাৰণ, এইটোৱেই তেওঁৰ বাস্তৱ ৰূপ। সভ্যতাৰ শৈশৱ শেষ হলে মানুহৰ স্বভাৱ বিপ্লৱ হয়, তাৰ ৰূপৰ ওপৰৰ পৰা ঈশ্বৰ নিৰ্ভৰশীলতাৰ জড়িমা ভাঙি যায়।

লোকায়ত ৰূপেই যে কবিৰ প্ৰকৃত ৰূপ, দিব্যোন্মাদ যে তাৰ আচল ৰূপ নহয়, এই কথাটোৰ বহল প্ৰমাণ আজি বোধ হয় বুদ্ধিমান পাঠকৰ পক্ষে নিস্প্ৰয়োজন।

সমাজে কবিক কি ভাৱে প্ৰভাৱান্বিত কৰে - তাৰ উদাহৰণ হিচাপে সামাজিক ভাষা, সামাজিক আচাৰ-ব্যৱহাৰ, পাৰিপাৰ্শ্বিক, আত্মীয়-স্বজন আৰু বন্ধু-বান্ধৱবিলাকৰ

লগত কবিৰ সম্বন্ধ প্ৰভৃতি বহুত কথাই ক'ব পাৰি। বিহেভিয়াৰিষ্ট বিলাকৰ মতবাদ অন্ততঃ আংশিক সত্য যে মানুহ তাৰ বিশ্বাস আৰু কৰ্মপদ্ধতিৰ ব্যাপাৰত পাৰিপাৰ্শ্বিকৰ অনুগামী।

কবি হৈছে একান্ত সামাজিক জীৱ। সমাজ-ব্যৱস্থাৰ বিশেষ এটি অৱস্থাৰ মাজতে তেওঁৰ জীৱন। ফলত সেই সমাজৰ ছবি তেওঁৰ কাব্যত প্ৰতিফলিত হোৱা বাঞ্ছনীয়। অৱশ্যে কেতিয়াবা কেতিয়াবা অনেক লেখকে কিছুমান কাল্পনিক মোহক লৈ থাকিবলৈ ইচ্ছা কৰে, ফলত তেওঁলোকৰ ৰচনাত সমাজৰ ছবি অস্পষ্ট থাকি যায়। মাৰ্ক্সবাদ বাস্তৱমুখী, এই হেতুকে যি কাব্যত সমাজ ব্যৱস্থা সম্বন্ধে গভীৰ অন্তৰ্দৃষ্টি আছে, সেই কাব্যই এই মতবাদৰ চকুত মূল্যবান। ঐতিহাসিক দৃষ্টিকোণৰ পৰা চালে সভ্যতাৰ প্ৰথম পৰিচ্ছেদত কল্প ৰাজ্য আছিল মানুহৰ মনৰ পক্ষে সহজ, সেই হেতুকে সেই যুগৰ কল্প-কাব্য সামাজিক দৃষ্টিৰ আগত সৎ কাব্য।

ইতিহাস সততে প্ৰগতিশীল। এই কাৰণে আজি-কালিৰ সমাজত ওপৰোক্ত ধৰণৰ কল্পনা অলীক হৈ গৈছে। বোধহয় বিজ্ঞানৰ উন্নতিয়েই ইয়াৰ ঘাই কাৰণ। ফলত এতিয়া কবিৰ পক্ষে ভাৱৰাজ্যৰ ভ্ৰান্ত স্বৰ্গত শান্তি বিচাৰিবলৈ যোৱাটো সমাজ দৃষ্টিৰ সম্যক পৰিচয় নহয়। এই হেতুকে যি কবিৰ মাজত এই ধৰণৰ দৃষ্টি আজিও বিদ্যমান, তেওঁলোকৰ কাব্য মিথ্যা প্ৰবঞ্চনা বুলিয়েই সাম্যবাদী সমালোচকৰ চকুত সি অসৎ কাব্য। বৰ্তমান সমাজত এফালে বণিক-সভ্যতাৰ প্ৰাচীৰ ভাঙিবলৈ ধৰিছে, আৰু আনফালে সেই ধ্বংসস্তুপৰ মাজত সাম্য-ৰাজ্যৰ সংকেত। কোন কোন শক্তিৰ প্ৰভাৱত সভ্যতাৰ এনে অৱস্থা হৈছে, অধুনাতন কবিৰ আগত পাঠক তাৰ পৰিচয়-প্ৰত্যাশী। এই কাৰণে কবিসকলে সমষ্টিৰ দৃষ্টি ল'বই লাগিব। সমাজৰ প্ৰতি জাগৰুক দৃষ্টিকোণ আৰু অনাবিল উদ্বুদ্ধ সামাজিক চেতনা নাথাকিলে আজিৰ যুগত সৎ কাব্যৰ সৃষ্টি অসম্ভৱ।

প্ৰথমতঃ আধুনিক কবিতাৰ দৃষ্টিভঙ্গী হৈছে নেতিবাচক। এই সমাজ নিৰন্তৰ ক্ষয়িষ্ণু, জীৱনৰ আশা ইয়াত নাই, আদৰ্শ আজি বিষময়, সুন্দৰ আজি লাঞ্ছিত। সমাজৰ ঘুণে খোৱা ভিতৰুৱা অংশ আৰু তাৰ আসন্ন পৰিবৰ্তনৰ প্ৰয়োজনীয়তাক

ফুটাই তোলাটোৱেই আধুনিক কবিতাৰ উদ্দেশ্য। কিন্তু সামাজিক দৃষ্টি অকল ইয়াত শেষ হ'ব নোৱাৰে। ধ্বংস-স্তূপৰ মাজতে সাম্যৰাজ্যৰ সঙ্কেত বুৰঞ্জীয়ে আমাক দিব, এই কথাটো কবিতাৰ ভিতৰেদি ব্যক্ত কৰিব লাগিব। যদি কবিবিলাকে বিৰাট জনসমাজৰ ভিতৰত নিজক বিলাই দিব নোৱাৰে, তেন্তে মাৰ্ক্সৰ নিজৰ ভাষাতে ক'ব লাগিব — সেইসকল নিজকে লৈ ব্যস্ত আপোন-পেটীয়া বুৰ্জোৱাৰ দল; তাৰ বিপ্লৱী প্ৰয়াস নিৰাশাময় বিজিত ভাবৰ মাজত বিলীন হৈ যাব, তেতিয়া কবি বিলাকৰ পক্ষে এচকেপিজ্‌মৰ অলীক স্বৰ্গত শান্তি বিচৰাটো অনিবাৰ্য হ'বই। কাব্য ক্ষেত্ৰলৈ সামাজিক দৃষ্টিভঙ্গী টানি আনিবৰ আটাইতকৈ ডাঙৰ কাৰণ হৈছে কবিৰ লগত সমাজৰ সম্বন্ধ অঙ্গাঙ্গী। এই হেতুকে কবিবিলাকে এই সমাজ- দৃষ্টিৰ বাবে মাৰ্ক্সৰ সমাজবাদৰ আশ্ৰয় গ্ৰহণ কৰিবই লাগিব।

আধুনিক প্ৰগতিশীল কাব্যত বিষয় বস্তুৰ এটা মোটামুটি ঐক্য দেখা দিছে যদিও এই ঐক্যটো অলপ বিৰোধাত্মক ঐক্য। অৰ্থাৎ আগৰ কবিবিলাকে যিবোৰ বস্তুক তেওঁলোকৰ কাব্যৰ বিষয় কৰা নাই আৰু আপাত দৃষ্টিত যিবোৰ বস্তু বোধহয় অকিঞ্চিৎকৰ আৰু কাব্যৰ অনুপযোগী, সেইবোৰক কাব্যৰ বস্তু কৰা। ভঙ্গীতো বেছ মিল দেখা দিছে। ভাবৰ ৰঙীন পোহৰত অকল কিছুমান নিৰ্দিষ্ট প্ৰতীককে নহয়, সকলো বস্তুকেই দেখুৱাব লাগিব নিৰ্মল ফটফটীয়া পোহৰত, সম্ভৱ হ'লে 'X' (এক্স) — ৰশ্মিৰ পোহৰত, য'ত দেহক দেখিবলৈ পোৱা যায় কঙ্কাল মূৰ্ত্তিত। কবি প্ৰসিদ্ধিহীন সকলো নতুন বস্তুক কাব্যৰ মাজত ঠাই দিব পৰা প্ৰভুত ক্ষমতা প্ৰগতিশীল সাহিত্যত থাকিব। নতুন দৃষ্টিভঙ্গীত বস্তুক দেখুৱাটোৱেই অৰ্থ হৈছে নতুন ৰস সৃষ্টি কৰা। শ্ৰেষ্ঠ কবিবিলাকে যুগে যুগে এই কাম কৰি আহিছে।

সকলোৱেই কবি নহয়। কোনো কোনোহে কবি। আচল কবি সেয়ে — যাৰ হৃদয়ত কল্পনাৰ, আৰু কল্পনাৰ ভিতৰত চিন্তা, মননশীলতা আৰু অভিজ্ঞতা-অনুভূতিৰ স্বাধীন সাৰৱত্তা আছে আৰু তেওঁলোকৰ মানস-ভূমিকাত অনেক বিগত শতাব্দীৰ আৰু তাৰ লগতে আধুনিক জগতৰ নতুন নতুন কাব্য অনুশীলনৰ গাম্ভীৰ্য আছে।

## বিপ্লৱ আৰু অসমীয়া কবিতা

অসমীয়া সাহিত্যতো ভয়ে ভয়ে হলেও এটা জাগৰণৰ সূচনা দেখা দিছে। বিগত কুৰি বছৰৰ সাহিত্যিকসকলে আপোনা আপুনি সাহিত্য-ক্ষেত্ৰ খালি কৰি বানপ্ৰস্থ আৰু সন্ন্যাস আশ্ৰমত 'নীৰব-শান্তি' বিচাৰিবলৈ দিহা কৰিছে। যুগ-বিপ্লৱৰ লগত সাহিত্য-বিপ্লৱো অনিবাৰ্য। এই অনিবাৰ্যতাই পুৰণি সাহিত্যিকসকলক অৱকাশ প্ৰাপ্তিৰ বাবে সুবিধা কৰি দিছে। ইমান সুবিধা স্বত্বেও যদি তৰুণ লেখকসকলে অগ্ৰসৰ হৈ সাহিত্য-ক্ষেত্ৰ অধিকাৰ কৰি নতুন ধৰণৰ সাহিত্য ৰচনাৰ দায়িত্ব গ্ৰহণ নকৰে, তেন্তে যুগ-বিবেকে তেওঁলোকৰ এই হীনবীৰ্য ভীৰুতাক কেতিয়াও ক্ষমা কৰিব নোৱাৰিব।

সাহিত্যৰ পুৰণি 'প্ৰয়োগশালা'ত দীক্ষা লৈ সাহিত্য সৃষ্টি কৰাটোতকৈ যুগৰ ডাঙৰ অপমান বোধ হয়, আৰু হ'ব নোৱাৰে। সংক্ৰান্তি কালৰ কবি সাহিত্যিকসকলৰ অনুকৰণত অকল লুইত, নাৱৰীয়া, কেঁচাসোণ, ডালিমী, ফুলনি, চৰাই, নীৰব বীণা, কেতেকী, মানসী, জলকুঁৱৰী, ফুলকোঁৱৰ, ৰূপকোঁৱৰ, সপোন-সুন্দৰী, বিৰহী, বিহুৱান, নিৰাশা, অচিন পখী, অজান বাতৰি, অভিসাৰ, জোন, নিবেদন আদিক লৈ ব্যস্ত থকাটো নতুন সৃষ্টিধৰ্মী প্ৰতিভাৰ বাবে আত্ম-প্ৰৱঞ্চনা। এই যুগ-বিৰোধী পৰম্পৰাগত সঙ্কুচিত, গতানুগতিক কাব্যিক কুসংস্কাৰবোৰৰ প্ৰতি জলাঞ্জলি অৰ্পন কৰি কাব্য ক্ষেত্ৰত চিৰকাল উপেক্ষিত অকিঞ্চিৎকৰ, নগণ্য, নতুন প্ৰতীকবোৰক লৈ নতুন প্ৰয়োগশালা স্থাপিত কৰিব লাগিব। এই নতুন নতুন প্ৰতীকবোৰৰ মাজেদি ফুটাই তুলিব লাগিব নিৰ্যাতিত, উপেক্ষিত, লাঞ্চিত, শোষিত সৰ্বহাৰা দুৰ্ভগীয়া জনগণৰ বাস্তৱিক ৰূপ, অসন্তুষ্ট আশা আৰু নিষ্পেষিত আকাংক্ষা। নতুন লেখকৰ কাব্য-কলা কেৱল কলাৰ বাবে নহ'ব, কেৱল "স্বান্তঃ সুখায়" নহ'ব, হ'ব বিপ্লৱৰ বাবে, বৰ্তমান সামাজিক দুৰ্ব্যৱস্থা পৰিবৰ্তনৰ বাবে, এটা নতুন প্ৰাণৱন্ত সবল শ্ৰেণীহীন সমাজ-সৃষ্টিৰ বাবেই আধুনিকতম কলা সৃষ্টিৰ সাৰ্থকতা মানি ল'ব লাগিব।

এজন অসমীয়া তৰুণ কবিৰ আধুনিকতম টেক্‌নিক্‌ত লিখা এটা কবিতা উদাহৰণ স্বৰূপে তলত দিয়া গ'ল। ইয়াত কবিয়ে আধুনিক টেক্‌নিকেৰে কবিতাৰ অনুশীলনৰ প্ৰয়াস কৰিছে —

# মাথোন এখন নোট

দেৱানাংপ্ৰিয়*

মাথোন এখন নোট, — এটকাৰ।
এখন পৰিয়াল, কুৰিটি আশাধাৰী
শেঁতাপৰা চকু।
কাইলৈ এসাজ খোৱাৰ, — খাবলৈ পোৱাৰ
তীব্ৰ ক্ষীণ আশা;—
কেন্দ্ৰ তাৰ সেই এটকীয়া নোটখন।
(কুৰিটি আশাধাৰী শেঁতাপৰা চকু)
আজি তিনিদিন ধৰি
একো নোপোৱাৰ বাবেই — খাবলৈ পোৱাৰ
আশাটো বাঢ়ি আহিছে।
(কেন্দ্ৰ তাৰ সেই এটকীয়া নোটখন)
বাহিৰত সেই নোটখন,
সংখ্যাৰ সৰহত মূল্যৰ অনাদৰ;
যুদ্ধৰ বজাৰ বিত্ত প্ৰচুৰতালৈ
এখন মাথোন এটকীয়া নোট।
তাক সাদৰিবলৈ ভাষাৰ দুৰ্ভিক্ষ।
— নোপোৱাৰ মাজেদিয়ে
খোৱাৰ আশা বাঢ়ি থাকে।
কেন্দ্ৰ তাৰ সেই এটকীয়া নোটখন।
কুৰিটি আশাধাৰী শেঁতাপৰা চকু। §

---

*চক্ৰেশ্বৰ ভট্টাচাৰ্য্যৰ ছদ্মনাম।

# সাহিত্যৰ সমস্যা*

## চক্ৰেশ্বৰ ভট্টাচাৰ্য্য

আনন্দ ৰূপমমৃতং যদ্বিভাতি। অফুৰন্ত আনন্দ সৃষ্টিৰ প্ৰাণকেন্দ্ৰ, জীৱনৰ প্ৰকাশ গৰিমা। সৃষ্টিৰ ৰাজ্যত আছে এটা সদানন্দময় গতিৰ প্ৰেৰণা। নিৰাশাৰ, পৰাজয়ৰ গ্লানিৰ বাবে তাত প্ৰবেশ নিষেধ। এই সত্যটোলৈ লক্ষ্য কৰিয়ে শ্যেলিয়ে এদিন চিঞৰি উঠিছিল —

When winter comes can spring be far behind.

প্ৰকৃতি ৰাজ্যত চলি আছে অনন্ত সৃষ্টি, ধ্বংসৰ মাজেদিয়ো সৃষ্টিৰ ঠিকা বন্ধ নহয়, আন্ধাৰৰ ভিতৰতো লুকাই থাকে পোহৰৰ বাবে কাতৰ প্ৰাৰ্থনা। কালীয় নাগৰ অনন্ত ফণাৰ ওপৰত নাচি নাচি সংস্কৃতি গুৰু শ্ৰীকৃষ্ণই মধুৰ বাঁহীটিৰে এই আশাৰ সুৰকে যুগে যুগে শুনাই আহিছে।

মানুহ সৃষ্টিৰ শ্ৰেষ্ঠতম ফল। জীৱ জগতৰ পৰা সি সুকীয়া হৈ দেখা দিবলৈ সুযোগ পাইছে তাৰ জীৱিকাৰ দ্বাৰা। জীৱজন্তুৰ নিচিনাকৈ মানুহৰ জীৱন অকল জীৱ-যাত্ৰাই নহয়। সি তাৰ ক্ষুধা গুচাবলৈ প্ৰকৃতিৰ মুখলৈ নিঃসহায় ভাৱে চাই নাথাকে, প্ৰকৃতিৰ হাতৰ পৰা প্ৰসাদ আদায় কৰি লয়। এই আদায় কৰি ল'ব পৰা কথাটোৱে আচল কথা। আন আন জীৱজন্তুৰ জীৱন প্ৰকৃতিৰ হাতৰ পৰা মুক্ত নহয় — সিহঁতৰ স্বতন্ত্ৰ ভাৱে জীৱিকা উদ্ভাৱনৰ শক্তি নাই। কিন্তু মানুহৰ কথা সম্পূৰ্ণ বেলেগ। নিতৌ নতুন নতুন উপায়েৰে মানুহে তাৰ জীৱিকা প্ৰণালী আবিষ্কাৰ কৰি আহিছে। এই জীৱিকা প্ৰণালী তাৰ সাধ্যলৈ আহিছে বাবেই সি মানুহ, সি প্ৰকৃতিৰ বন্ধন মুক্ত। এই জীৱিকাই মানৱ সভ্যতাৰ আদি কথা। তাতেই তাৰ সমাজ গঢ়ি উঠে, আৰু জীৱনে উন্মুক্ত কৰে তাৰ নানা ৰূপ-ৰহস্য, জগায় তোলে মানৱ মনত ৰামধেনুৰ ৰহনেৰে বোলোৱা সপোন, কঁপি উঠে তাৰ চেতনা। এই জীৱিকা উদ্ভাৱন কৰোঁতেই মানুহৰ মনৰ পৰিধি বাঢ়ি গৈছে। জীৱন, বস্তু আৰু মানৱ মনৰ মিলন-বিৰোধৰ ফলতেই গঢ়ি উঠিছে মানুহৰ সংস্কৃতি। মানুহৰ জীৱিকা আছে

*ষষ্ঠ বছৰ, নৱম সংখ্যা (১৯৪৪) জয়ন্তীত প্ৰকাশিত।

বাবেই তাৰ সংস্কৃতি গঢ়ি উঠিছে। এই জীৱিকাৰ পৰাই উদ্ভব হৈছে মানুহৰ মনত সমাজবোধ, দেশাত্মবোধ আৰু সাৰ্বজনীনতাৰ মহৎ আদৰ্শ।

গতিকেই প্ৰশ্ন আহে জীৱনৰ পৰা সংস্কৃতি আঁতৰি থাকিব পাৰে নে কি? মানৱ ইতিহাসে উত্তৰ দিব নোৱাৰে, আজিলৈকে অন্ততঃ পৰা নাই। দুই এজনে হয়তো ভুলকৈ আওৰোৱা সূত্ৰ এটা মাতি দিব স্বান্তঃ সুখায়, **art for art's sake**, কলা কলাৰ বাবে। সি এখন সুকীয়া জগৎ, তালৈ তোমাৰ দৈনন্দিন জীৱনৰ সাধাৰণ কথাবোৰ টানি নানিবা, এই মধুৰ ৰাজ্যলৈ তোমাৰ সংসাৰৰ আবৰ্জনাবোৰ টানি আনি ইয়াক মলিয়ন নকৰিবা। কলাৰ বাবে কলা — কথাষাৰ শুনিবলৈ বৰ ভাল, ইয়াৰ ৰক্ষাৰ বাবে এসময়ত দাৰোৱানৰো অভাৱ নাছিল, যেনেকৈ এসময়ত আমেৰিকা যুক্তৰাষ্ট্ৰই Munroe Doctrine ৰক্ষাৰ বাবে নিজৰ সকলো শক্তিৰে জগতৰ আগত ফেৰ পাতিছিল। ইংলণ্ডত অস্কাৰ ওৱাইল্ডে এই মতবাদৰ দ্বাৰা কিছুমানক মতলীয়া কৰি দিছিল। কিন্তু ইংলণ্ডৰ পৰাই এগৰাকী মনীষীয়ে বজ্ৰ নিনাদে ঘোষণা কৰিলে — Poetry is at bottom a criticism of life. মূলতঃ কাব্য হৈছে জীৱন জিজ্ঞাসা।

সাহিত্য জীৱন-জিজ্ঞাসা হয়নে নহয় সেই বিষয়েও মতভেদ হ'ব পাৰে, হৈছেও। কিন্তু সাহিত্য যে জীৱনৰ 'সহিতে'ই চলে এই কথা অস্বীকাৰ কৰাৰ সাধ্য নাই। সাহিত্য বিশ্ব কবিৰ উৰ্বশীৰ নিচিনা 'বৃন্তহীন পুষ্পসম' নিজতে নিতে বিকশি উঠিব নোৱাৰে। জীৱনৰ ঘোলাগঙ্গাৰ পানীৰ তলিৰ বোকাত শিপাদিহে সাহিত্য তথা সংস্কৃতি ঠন ধৰি উঠিব পাৰে; সংস্কৃতিৰ বিকাশৰ বুৰঞ্জীয়ে তাৰ প্ৰমাণ দি আহিছে।

যুগৰ পিছত যুগ গৈছে, লগে লগে মানুহৰ জীৱন-ধাৰা বদলি গৈছে, তাৰ মনোজগতত নতুন পৰিবৰ্তন হৈ আহিছে। সাহিত্যৰ সুঁতিয়ে বৈ আনিছে এই পৰিবৰ্তনৰ ৰূপ। অতীতৰ লগত বৰ্তমানৰ সেতু নিৰ্মাণ কৰি ভৱিষ্যতৰ দুৱাৰ মুকলি কৰি দিয়াই মানৱ সংস্কৃতিৰ ধৰ্ম। এয়ে সৃষ্টি, ধৰ্মও। বিকাশেই সংস্কৃতিৰ লক্ষ্য, বিনাশ নহয়।

কিন্তু সময়ত আকৌ বিনাশেই বিকাশৰ বাট মোকোলাই দিয়ে। নৈ বৈ

থাকোঁতে নানা ঠাইৰ মলি ধুই আনে। কিন্তু মলিয়ে সদায় ধোৱাৰ বিৰুদ্ধে প্ৰতিবাদ জনায়। কেতিয়াবা কেতিয়াবা সাময়িক ভাবে সি জিকেও। নৈৰ সোঁতৰ দুৰ্বলতাৰ সুযোগ লৈ মলিয়ে সাময়িক ভাবে সোঁতো বন্ধ কৰি দিয়ে। তেতিয়া যি কোনো উপায়ে এই প্ৰতিবন্ধক ধ্বংস কৰি দিয়াই হ'ল সৃষ্টিৰ শ্ৰেষ্ঠ কৰ্তব্য। তেতিয়া বিনাশেই বিকাশক মাতি আনে। মানব সংস্কৃতিতো এই কথা খাটে। মানব সংস্কৃতিৰ বিকাশৰ সোঁততো সদায় মলিয়ে বাধা দিবলৈ চেষ্টা কৰি আহিছে। উন্নতিৰ চেকুৰক পিচৰ পৰা টানি ৰাখিবলৈ চেষ্টা কৰিছে, আৰু সাহ হ'লে আগ ভেটাও দি আহিছে। সময়ত কৃতকাৰ্যও হৈছে। মানব সভ্যতা কোনো স্তৰতে উচ্চ আদৰ্শৰ পৰা বঞ্চিত হোৱা নাই, মানবে সদায় বিকাশৰ বাবে অচঞ্চল প্ৰয়াস কৰি আহিছে। যুগে যুগে যুগাৱতাৰ সৃষ্টি কৰি মানবক প্ৰকৃত কল্যাণৰ সন্ধান দিছে, অধৰ্মৰ ঠাইত ধৰ্ম সংস্থাপন কৰিবলৈ সদায় আন্দোলন কৰি আহিছে। কিন্তু এই আন্দোলনক ব্যৰ্থ কৰি দিবলৈ সদায় চেষ্টা কৰিছে মানবে নিজেই, নিজৰ ভিতৰতে থকা প্ৰতিক্ৰিয়াশীলতাই। সুখৰ কথা, এই আন্দোলন সদায় আগবাঢ়ি আহিছে, তাৰ বিৰুদ্ধ শক্তিৰ সদায় পৰাজয় হৈছে। পৰাজয় হ'বই লাগিব, নহলে মানবে বিকাশ কৰিব কেনেকৈ? আজিও আমাৰ সভ্যতা আমাৰ সংস্কৃতি এনে এটা যুগৰ সন্ধিক্ষণত। বিকাশ আৰু বিনাশৰ মাজত তয়াময়া খোৱা কামোৰা। এফালে বিকাশৰ পিছত থিয় দিছে তাৰ অতদিনীয়া অতি মৰমৰ সভ্যতা-সংস্কৃতি; আনহাতে বিনাশৰ শিবিৰত দেখা দিছে মানবৰ ভিতৰত লুকাই থকা অতদিনে দলিত নোহোৱা নিৰ্লজ্জ দানব আৰু তাৰ অনুচৰবৃন্দ। অতদিনীয়া অভিজ্ঞতাৰ সজুলিবোৰ লৈ দুয়ো পক্ষৰ মাজত অভূতপূৰ্ব টনা-আঁজোৰা লাগিছে।

সেই বাবে আজি সৃষ্টিয়ে বিনাশৰ জৰিয়তে বিচাৰিছে বিকাশৰ পথ। দানবক দমন কৰাই আজিৰ সৃষ্টিৰ ধৰ্ম। এই ধৰ্মক্ষেত্ৰত থিয় দি এতিয়া সংস্কৃতি সাধক সব্যসাচীয়ে কৈৱল্যপ্ৰাপ্ত হৈ গাণ্ডীৱ এৰি দিলে নচলিব। আৰু চলাও নাই। চলিবই বা কেনেকৈ! মানবৰ অতদিনীয়া সভ্যতা, অতদিনীয়া সাধনা আজি মানবে নিজে ধ্বংস কৰি দিব কোন সতেৰে! সেই বাবেই আজি গোটেই জগততে বিকাশৰ

শক্তিবোৰ নিঃশঙ্কচিত্তে থিয় দিছে প্ৰতিক্ৰিয়াশীলতাৰ বিৰুদ্ধে, বিকাশক নতুন শস্যৰে, নতুন লখিমীৰে আগবঢ়াই আনিবলৈ। ইয়াৰেই নাম প্ৰগতি, অন্ততঃ আমি ইয়াৰ যি অৰ্থ বুজোঁ। প্ৰগতি সদায় প্ৰতিক্ৰিয়াশীলতাৰ শত্ৰু। প্ৰতিক্ৰিয়াশীলতাক বিনাশ কৰাই তাৰ ক্ৰুছেড, তাৰ ধৰ্মযুদ্ধ। ইয়াৰ বাবে মোক কোনো মন্ত্ৰগুৰুৰ আৱশ্যক নাই। ই মোৰ মানৱ হিচাপে জন্মাৰ যুক্তি, ই মোক মানৱৰ অতন্দ্ৰিনীয়া সংস্কৃতিয়ে মধুৰ মুৰলী বাঁহীৰে শুনোৱা সঙ্গীত। এইবাবে আমাৰ বিখ্যাত কবি-সাহিত্যিক শ্ৰীযুত ৰত্নকান্ত বৰকাকতীৰ নিচিনাকৈ প্ৰগতি সাহিত্য মহটি য়াই 'অনেক বাদ-বিবাদৰ অধ্যয়নত সোমাই নিজৰ মনতে নিজে "লেনিন কি ষ্টেলিন" কিবা এটা হৈ চিন্তাৰাজ্যৰ নপতা ফুকনটো হৈ' বহি থাকিবলৈ মোৰ সাহস নাই। মই ভালদৰে জানো, আজি জগতজুৰি নিৰ্লজ্জ প্ৰতিক্ৰিয়াশীল দানৱৰ প্ৰচণ্ড প্ৰতাপৰ বিৰাট ভোজ। সেই ভোজত কোৰবানি হৈছে অগণন মানৱ জীৱন। আজি গান্ধীজীৰ ভাষাত ক'বলৈ গলে নৰহত্যা সূক্ষ্ম বিজ্ঞানত পৰিণত হৈছে। এনে অৱস্থাত মানৱৰ কল্যাণকামী যি কোনো সাধাৰণ সেৱকেও অতি সতৰ্কভাৱে আগবাঢ়ি আহিব লাগিব। চিন্তাৰাজ্যৰ মধুৰ ভাৱ-বিলাসত সোমাই আজি কোনেও জীৱনৰ বিকাশক ফাঁকি দিব নোৱাৰে। প্ৰবল বিৰুদ্ধ শক্তিৰ বিৰুদ্ধে সাময়িক ভাৱে গদাপাণিৰ নিচিনাকৈ পলাই গৈ ডালিমীৰ মধুৰ সাহচৰ্য পাবলৈকো আজিৰ গদাপাণিৰ আৰু উপায় নাই। কাৰণ আজি ডালিমীৰ সেই লোভনীয় শান্তিৰ ৰাজ্যতো দানৱৰ বিকট ৰূপ, জঘন্য উলঙ্গ নৃত্য।

এই সময়ত পলায়নৰ বাবে সময় ক'ত? অৱশ্যে আত্ম-প্ৰতাৰণাৰ বাবে মানুহক যুক্তি নালাগে। কিন্তু আৰ্টিষ্টৰ মৃত্যু হয় এই আত্ম-প্ৰতাৰণাৰ জৰিয়তে; প্ৰকৃত দৃষ্টিশক্তি ধুঁৱলী কুঁৱলি হলেই আৰ্টিষ্ট হয় দেৱলীয়া। Perpetual vigilance is the price for liberty. — কথাটো আৰ্টতো খাটে। আৰ্টিষ্টৰ অন্তৰৰ পৰা সজাগ সৃজনী শক্তিৰ অভাৱ হলেই তেওঁ আন্ধাৰে মুধাৰে অযথা খেপিয়াই ফুৰিব লগা হয়। তেতিয়াই তেওঁ প্ৰকৃত জন জীৱনৰ পৰা আঁতৰি চিৰকাললৈ পলাই যায় আৰু দুৰ্ভাগ্যবশতঃ কিছুমানে আকৌ জনজীৱনৰ বিনাশকাৰী শক্তিবোৰৰ

লগত গৈ সহযোগিতাও কৰে। কিন্তু সূক্ষ্মদৃষ্টিসম্পন্ন কোনো কলাকাৰকে জনতাই তাৰ বিপদৰ সময়ত হেৰুৱা নাই। যুগে যুগে মানৱ বুৰঞ্জীয়ে জন-আন্দোলনক এই আত্মবিশ্বাসকে শিকাই আহিছে।

Fall of Paris লিখিবলৈ ইলিয়া এহৰেণবুৰ্গে আজি কাৰ পৰা প্ৰেৰণা পালে? এইখন উপন্যাসক আজি পৃথিৱীৰ কলামোদীসকলে কিয় এই সময়ৰ শ্ৰেষ্ঠ ৰচনা বুলি সমাদৰ জনাইছে? ৰাছিয়াৰ জনতাৰ লগত তথা পৃথিৱীৰ জনতাৰ লগত ইলিয়া এহৰেণবুৰ্গৰ কলাদৃষ্টিৰ আন্তৰিক সম্পৰ্ক আছে বাবেই তেওঁৰ কলমে আজি সৃষ্টি কৰিছে এই অভিনৱ উপন্যাসখন। আনহাতে দৃষ্টিশক্তিত দেৱলীয়া হৈ সাম্ৰাজ্যবাদৰ বিকুলবাদক জাপানী কবি নগুচিয়ে আমাৰ শ্ৰেষ্ঠতম কবি ৰবীন্দ্ৰনাথকো জাপানৰ চীন আক্ৰমণ সমৰ্থন কৰিবলৈ সাহস কৰি মাতিছিল। স্বাৰ্থপৰতাই একোজন বিখ্যাত কলাকাৰৰো মন কিদৰে দূষিত কৰিব পাৰে ! কিন্তু ভাৰতৰ স্বাধীনতাকামী জনতাৰ 'জনগণমন অধিনায়ক' হোৱা বাবেই ৰবীন্দ্ৰনাথে ভাৰতৰ পক্ষৰ পৰা তাৰ প্ৰকৃত উত্তৰ দিছিল। এতিয়া জাপানৰ নিৰ্লজ্জ স্বাৰ্থপৰতাক তাতকৈও প্ৰচণ্ড উত্তৰ দিয়াৰ দায়িত্ব ভাৰতৰ স্বাধীনতাকামী জনতাৰ — আজি ভাৰতৰ জনতাই ৰক্ষা কৰিব পাৰিব নিজৰ দেশক, স্বাৰ্থপৰ আমোলাতন্ত্ৰই নহয়। কিন্তু এসময়ত ৰবীন্দ্ৰনাথেই এক প্ৰকাৰ পলায়নবাদী ন্আছিল নে? অতীন্দ্ৰিয়বাদৰ কুঁৱলিৰ মাজত নিজক সুমাই থৈ মাজে সময়ে আত্মগোপন কৰিবলৈ বিচাৰিছিল। 'সোণাৰতৰী'ত পাল তৰি দি হয়তো কেতিয়াবা কেৱল অকাৰণে ভাহি যাবলৈকো ইচ্ছা কৰিছিল। আনহাতে তেওঁ কিন্তু কোনোদিনে আকৌ পলায়নবাদক সমৰ্থন কৰা নাই। সুদীৰ্ঘ অভিজ্ঞতাই তেওঁক প্ৰকৃত সত্যৰ সন্ধান দিলে। জীৱনৰ লগত জীৱন যোগ কৰিব নোৱাৰিলে তেওঁৰ মতে সি "সৌখীন মজদুৰী" আৰু তাৰ দ্বাৰা "ব্যৰ্থ হয় গানের পসরা।" সেইবাবে পিছৰ জীৱনত কবিয়ে নিজে নিজৰ সীমাবদ্ধতাৰ কথাও মানি লৈছে —

মেনে নিই সে নিন্দার কথা

আমার গানের অপূর্ণতা
গেলেও বিচিত্র পথে    হয় নাই সে সর্বত্রগামী

আৰু সেইবাবেই আহ্বান কৰিছে সেই কবিক —

এস কবি অখ্যাত    জনের অজ্ঞান মনের
মর্মের বেদনা যত করছে উদ্ধাৰ
গানহীন এদেশের    প্রাণহীন যেথা চারিবার
অবজ্ঞা তাপেতে শুষ্ক    নিরানন্দ এই মরু ভূমি
রসপূর্ণ করে দাও তুমি।

সেইবাবেই যিসকলে আজি প্রতিক্রিয়াৰ দানবৰ আগত থিয় দিছে, তাক কবিয়ে যোৱাৰ আগতে ডাক দি মাতি গৈছে তেওঁৰ কবি অন্তৰ উবুৰিয়াই —

যাবার আগে তাই ডাক দিয়ে যায়
দানবের সাথে সংগ্রামের তরে
যারা প্রস্তুত হতেছে ঘরে ঘরে।

এই দানৱক বিনাশ কৰাই আজিৰ সৃষ্টিৰ কাম আৰু কলাকাৰৰ অস্থিৰ দ্বাৰাই সৃষ্টি হ'ব লাগিব তাৰ বজ্র। আজি সত্য শিৱ সুন্দৰৰ যদি কিবা অৰ্থ আছে সি জনতাৰ বুকুৰ বেদনাক ভাষা দিব লাগিব, তাক অনুপ্রেৰণা যোগাব লাগিব— এই দানবক ধ্বংস কৰি নতুন মেদিনী ৰচনা কৰিবলৈ, নতুন প্রাণৰ ন চকু যুৰিত দীপিতি ঢালি দিবলৈ। তেতিয়াহে কলাকাৰে পুৰণি পৃথিৱীখনক নকৈ চাব পাৰিব।

শ্ৰীযুক্তা মহাদেৱী বৰ্মা আধুনিক হিন্দী সাহিত্যৰ অতীন্দ্ৰিয়বাদ বা ছায়াবাদৰ গতি-উৎস। অতদিনে কিবা এটা নোপোৱা ৰহস্যৰ বাবে ধাকুৰি ধাকুৰি এই কবিয়ত্রীৰ থৰযুগুতি নাছিল। অতীন্দ্ৰিয়বাদৰ ব্ৰহ্মাণ্ডৰ চোকোৰা ভেদ কৰি তেওঁ তেওঁৰ নিজা পৃথিৱীখনক চাবলৈ সময় কৰিবকে পৰা নাছিল। তেওঁৰ মনোমোহা চিত্রাঙ্কণ আৰু কবিতাত এই পৰম তৃষ্ণাই বিয়পি আছে। অতীন্দ্ৰিয় অভিযানত তেওঁ সময়ত ৰবীন্দ্ৰনাথকো চেৰ পেলাইছে। তদুপৰি স্ত্ৰীসুলভ আত্মনিবেদনে এই বিলাস আৰু

মধুৰ কৰি তুলিছে। কিন্তু এই অথন্তৰৰ দিনত যেতিয়া দেশবাসীৰ মুখত এটোপা নাই পানী, এমুঠি ভাত ভিক্ষা খুজি সেহাই মাত দি দেশৰ হাজাৰ হাজাৰ নৰনাৰী মৰণৰ মুখত পৰিছে , পেটৰ দায়ত যুৱতীয়ে নিজকে বিক্ৰী কৰিছে, তেতিয়া মহাদেৱীৰো কবি প্ৰাণে নকন্দাকৈ থাকিবলৈ নোৱাৰিলে। তেৰোঁ দৌৰি আহিল দুৰ্ভিক্ষপীড়িত বঙ্গদেশলৈ। আজি মহাদেৱীৰ কবিতা- চিত্ৰ এই প্ৰলয়কাৰী দানৱৰ বিৰুদ্ধে অভিযান। আজি মহাদেৱীৰ চিৰসুন্দৰ নামি আহিছে জনতাৰ সেৱাৰ বাবে। তেওঁৰ কবিতাই ফুটাই তুলিছে শোষণৰ নিৰ্মমতা। আজি তেওঁৰ চিত্ৰই অকল ফুল আৰু পখিলালৈয়ে ব্যস্ত থাকিব পৰা নাই । তাত ৰূপ পাইছে শোষণৰ পৰিণতি, আকালৰ বিভীষিকা দেশত ধান প্ৰচুৰ থকাতো দেশৰ হাজাৰ হাজাৰ নৰনাৰীয়ে খাবলৈ নাপাই মৰাৰ নিৰ্মম ইতিহাস। মৃত মাকৰ শুকান বুকুত কেচুৱাই পিয়াহ বিচাৰি মাকৰ পথৰে লগৰীয়া হোৱাৰ হি য়াভগা কৰুণ কাহিনী। পুঁজিপতি, আমোলাতন্ত্ৰ আৰু লাভখোৰসকলে এই বিৰাট শ্মশান সৃষ্টি কৰি তাৰ ওপৰত কৰা বিকট কিৰিলি— লোভৰ, খকৰ, খোৱা-কামোৰাৰ। প্ৰসিদ্ধ শিল্পী নন্দলাল বসুৰ অভিনৱ চিত্ৰ এখনৰ নিচিনাকৈ আজি মিষ্টিক মহাদেৱীৰো কাব্য আৰু চিত্ৰ জগতত ফুটি ওলাইছে এটা বিৰাট প্ৰশ্ন—

অন্নপূৰ্ণা যার ঘরে      সে কান্দে অন্নের তরে
এ বর মায়াঁর পরমাদ।

আগৰ সন্ত, পাৱড়াসকলৰ ঐতিহ্যত তিলকৰ বিদ্ৰোহৰ লেচাৰি বুটলি সেইদৰে মাৰাঠী সাহিত্যতো ফড়কে, খণ্ডেকৰ মডৰু খোলকৰ, ভবেৰকাৰ, হাড়াপ প্ৰভৃতিয়ে নতুন যুগৰ ধ্বনি বুজি সাহিত্য সৃষ্টি কৰিবলৈ চেষ্টা কৰিছে। গুজৰাটী সাহিত্যতো এটা যুগ সূচনা হ'ল গান্ধী-সাহিত্যৰ পৰাই। উমাশঙ্কৰ যোশী, নৱলৰাম ত্ৰিবেদী, ত্ৰিভুবন দাস সুন্দৰম, নগিন দাস পাৰেখ, ভোগীলাল, মুন্সী আৰু কাকা কলেলকাৰ আদিয়ে জনতাৰ লগত সংযোগ স্থাপন কৰি বৰ্তমান নতুন গুজৰাটী সাহিত্য সৃষ্টি কৰিছে। জোছ মলিহাবাদীৰ নিচিনা উৰ্দু সাহিত্যৰ ৰোমাটিষ্টেও আজি নতুন যুগ নিৰ্মাণৰ দায়িত্বত আত্মোৎসৰ্গ কৰিছে। দাক্ষিণাত্যতো এই ঢল আৰম্ভ

হৈছে। দাক্ষিণাত্যৰ কথাকলি নৃত্যও আজিৰ যুগৰ ৰূপ লৈ জনতাক উদ্বুদ্ধ কৰিবলৈ লাগি গৈছে। কিন্তু আমাৰ অসম?

অসম জানো পৃথিবীৰ এই জনতাৰ পৰা বাহিৰত? ভাৰতৰ ভিতৰত হোৱা অসমত জানো এই উখল-মাখলবোৰে ঢৌ নুতুলি পাৰে? আমি আত্মপ্রতাৰণা কৰি যিমানেই যি নবলকো অসম জগতৰ পৰা আঁতৰি থাকিব নোৱাৰে, আগেয়েও কোনো দিনে থকা নাছিল। ভাৰতবৰ্ষৰ জনজীৱনৰ আটাইবোৰ ডাঙৰ ডাঙৰ আলোড়নে অসমক সদায় কঁপাই আহিছিল আৰু আজিও আহিছে। আমি শঙ্কৰদেৱ, দামোদৰদেৱ, মাধৱদেৱ, ভট্টদেৱ প্ৰভৃতিক আমাৰ সংস্কৃতিৰ গুৰিয়াল বুলি গৌৰৱ কৰোঁ। তেওঁবিলাকৰ সাধনাৰ পৰা অনুপ্রেৰণা পাবলৈ আজিও আমি স্কুল-কলেজত মহাপুৰুষসকলৰ তিথি পালোঁ। গাঁৱত গাঁৱলীয়া ৰাইজে ধৰ্মভাৱেৰে তিথি পালি নিজৰ দুখ দাৰিদ্ৰ্যৰ কথা কিছু পৰলৈ পাহৰে। কিন্তু এই মহাপুৰুষসকলে জানো ভাৰতৰ বহল সংস্কৃতিৰ পৰা ফালৰি কাটি আহিবলৈ কোনোদিনে চেষ্টা কৰিছিল? তাৰদ্বাৰা জানো অসমৰ সংস্কৃতি ধ্বংস হৈছিল? সংস্কৃতিৰ ধৰ্মই হৈছে 'দিবে আর নিবে, মিলিবে মিলাবে যাবে না ফিরে'। সঙ্কীৰ্ণতাৰ পাৰ ভাঙি দিলেহে সংস্কৃতিয়ে "বহে ব্ৰহ্মাণ্ডক ভেদি।" সেইবুলি সংৰক্ষণবো জানো সময়ত দৰকাৰ নাই? নিশ্চয় আছে। আমাৰ বুৰঞ্জীয়ে তাৰ প্ৰমাণ। ইংৰাজ ৰাজত্বৰ সুযোগ লৈ পছিমৰ বতাহৰ পিছে পিছে আহি বঙালী সভ্যতাই আমাক এদিন গিলি পেলাইছিল। তেতিয়া আমি আছিলোঁ ভাৰতৰ পূব চুকত নিজৰ মাজতে গৃহ কন্দলত জুৰুলা হৈছ। পছিমৰ পৰা যে ভাৰতলৈ এটা নতুন পোহৰ আহিছে তাক আমি ক'ৰকে পৰা নাছিলোঁ। ইংৰাজ সাম্ৰাজ্যবাদ চিকাৰীৰ লগত আহি বঙালী সভ্যতাই আমাক এদিন নগুৰনাগুতি কৰিছিল। তেতিয়া যদি আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা আদি মনীষীসকল আৰু অৰুণোদইৰ আবিৰ্ভাব নহ'লহেঁতেন তেন্তে অসমীয়া ভাষাৰ কি হ'লহেঁতেন তাক ভাবিবই নোৱাৰি। জোনাকী যুগলৈকে এই যুঁজ চলাবলগীয়া হৈছিল। সেইবাবেই জোনাকী আমোলৰ বেজবৰুৱাই ধাঁহীৰ ষাৱায়ো এই যুদ্ধ চলাই থাকিব লগা হৈছিল। তেতিয়া আমাৰ ভাষা ৰক্ষাটোয়ে হৈ পৰিছিল ডাঙৰ

প্ৰশ্ন। দেশ ৰক্ষাৰ ভাৰ বগা আৰু কলা আমোলাতন্ত্ৰৰ হাতত গটাই দিয়ে আমি নিশ্চিন্ত আছিলোঁ। বৰং ইংৰাজৰ নীতি নিয়ম সাজপাৰ পিন্ধি পাশ্চাত্য বিজ্ঞানৰ লগত পৰিচয় হোৱাৰ অপূৰ্ব সুযোগ লবলৈকে তেতিয়াৰ তৰুণ প্ৰাণে কান্দি উঠিছিল। চাৰ চৈয়দ আহমদ খাঁৰ নিচিনা আমাৰ ঢেকিয়াল ফুকনেও অসম কেতিয়া হাবি গুচি ফুলনি হব, কেতিয়া পাশ্চাত্য সভ্যতাৰ সকলো নতুন নতুন আহিলাই আহি অসমৰ এমূৰীয়া অবস্থা গুচাব তাকে ভাবি ব্যাকুল হৈছিল। উনবিংশ শতিকাৰ লিবাৰেল ভাবধাৰাই তাৰ পিছতো ভাৰতীয়সকলক নতুন নতুন আশাৰ বাণী শুনাইছিল। কিন্তু ভগ্নমনোৰথ হ'বলৈ বেছি দিন নালাগিল। আৰম্ভ হ'ল ভাৰতে নিজক চিনাৰ দিন, বঙ্গ-ভঙ্গ জাতীয়তাবাদৰ সূচনা। তেতিয়া ভাৰতীয় তৰুণে গাত ইউৰোপীয় সাজপাৰ লৈও, ডিঙিত টাই বান্ধিও দেশক চিনিবলৈ শিকিলে, আৰু বুজিলে অকল চাহাব হোৱাৰ কছৰৎ কৰিলেই ভাৰতৰ কল্যাণ নহয়। বঙ্গদেশত মধুসুদন, বঙ্কিমচন্দ্ৰ আৰু ৰবীন্দ্ৰনাথকে এই মনোভাৱৰ তিনিটা স্তৰ বুলিব পাৰি। আমাৰ বৰদলৈ, বেজবৰুৱা প্ৰভৃতিও এই প্ৰতিক্ৰিয়াৰ ফল। সেই বাবেই কমলাকান্তই অসমীয়া তৰুণক 'বচেৰা সন্তান' বুলি গালি পাৰি হলেও দেশপ্ৰেমত উদ্বুদ্ধ হ'বলৈ জনাইছিল। আৰু বেজবৰুৱাই গাইছিল —

"আমি অসমীয়া নহ ওঁ দুখীয়া কিহৰ দুখীয়া হম,
সকলো আছিল সকলো আছে নুশুনো নলওঁ গম।"

অতীত গৌৰৱাই নতুন কৰ্তব্যৰ ইঙ্গিত দিয়াই আছিল কবিৰ উদ্দেশ্য। কিন্তু 'অতীতত সকলো আমাৰ আছিল, আমাৰ এতিয়াও বেছ আছে।" এই কানিৰ নিচা বিলোৱা উদ্দেশ্য বেজবৰুৱাৰ নিশ্চয় নাছিল। কাৰণ বেজবৰুৱাই ভালদৰে জানিছিল— অসমীয়া ভালেমান কথাতে দুখীয়া; কৃপাবৰ বৰবৰুৱাই তাৰ তালিকাও প্ৰস্তুত কৰিছিল। কিন্তু আজি আমি পাইছোঁ কি? অসমলৈ আজি অভূতপূৰ্ব হুঙ্কাৰেৰে এটা প্ৰচণ্ড প্ৰলয় আহিছে। অসমৰ জনতা বিহ্বল, কলৈ যাওঁ দয়াল কলৈ যাওঁ কৃপাল অৱস্থা। এই সময়ত আমাক উদ্বুদ্ধ কৰিবলৈ, অনুপ্ৰেৰণা যোগাবলৈ আমাৰ সাহিত্যিক সকল গ'ল কলৈ? আমাৰ সাহিত্য আৰু জনতাৰ মাজত সম্পৰ্ক জুখিবলৈ এয়ে চৰম অগ্নিপৰীক্ষা নহয়নে? আজি ভাৰতৰ ইমূৰৰ পৰা সিমূৰলৈ এটা

নৱজাগৰণৰ শিহৰণ উঠিছে। কিন্তু অসম তাত সম্পূৰ্ণ নিৰ্বিকাৰ। অথচ অসমতে চলি আছে পৃথিৱী ব্যাপি হোৱা এই মহাসমৰৰ এটা প্ৰচণ্ডতম সংগ্ৰাম। এনে অৱস্থাত আমাৰ কলা জগত আড়ষ্ট। ইয়াৰ কাৰণ কি? ইয়াৰ প্ৰধান কাৰণ, কলাক আমি গ্ৰহণ কৰিছিলোঁ কেৱল বিলাস-বিনোদনৰ সামগ্ৰী বুলিহে। আমি এতিয়াও কৱিতা লিখোঁ ব্যৰ্থ যৌন সঙ্কটক কেন্দ্ৰ কৰি, আমাৰ গল্পৰ নায়িকাই এতিয়াও প্ৰসাধন মুখত ঘঁহি, প্ৰাইভেট টিউটৰৰ লগত ইয়াৰ্কি মাৰে আৰু এটা সাময়িক উত্তেজনাই চিৰদিনীয়া মিলন ঘটাব নোৱৰাত কলাকাৰৰ দুখ কুলাই পাচিয়ে নধৰা হয়। আমাৰ কল্পনাই আজিকোপতি ৰোমাণ্টিক ৰিভাইভেলৰ সুৰ আওৰাই লৈয়ে চলি আছে, আৰু দুই চাৰিটা সাময়িক আলোচনীত ব্যৰ্থ প্ৰেম বা যৌন দুৰাচাৰৰ গল্প লিখিয়ে নিতাল মাৰি আছে। পুৰণি যুগত জাতীয় সাহিত্যই আত্ম প্ৰকাশ কৰিছিল মহাকাব্যৰ মাজেদি। আজিৰ যুগত তাৰ ঠাই অধিকাৰ কৰিছে উপন্যাসে। বৰদলৈৰ পিছত কোনখন মনোগ্ৰাহী উপন্যাস আমি সৃষ্টি কৰিলোঁ? আজি অসমীয়া সাহিত্যৰ প্ৰতি জনতাৰ শ্ৰদ্ধা-আদৰ মনোযোগ-আকৰ্ষণ নোহোৱাৰ কাৰণ কি?

তাৰ প্ৰধান কাৰণ, আমাৰ "সাহিত্য বৈচিত্ৰ বৰ্জিত আৰু সেই দেখি প্ৰাণহীন আৰু গতিহীন হৈ পৰিছে; অসমীয়া জাতীয় জীৱনৰ প্ৰতিবিম্ব তাত ফুটি ওলোৱা নাই, আৰু অসমীয়াৰ আশা আকাংক্ষা, অভাৱ অভিযোগ একোৰে একোটো ইয়াত ফুঠি উঠা নাই।" (-নেওগ)। কথাটো আখৰে আখৰে সঁচা। সেই বাবেই আমি আজি আইন ভাষাৰ কিতাপ পঢ়োঁ আৰু অসমীয়া কিতাপৰ ওপৰত ওস্তাদি কৰোঁ। নতুন ভাব, নতুন অনুপ্ৰেৰণা পাবলৈ হলে আমি বিদেশী লেখকৰ দ্বাৰস্থ হওঁ। সেই বাবেই অসমীয়া কিতাপৰ প্ৰতি শ্ৰদ্ধা নাৰাখোঁ। আনকি অসমীয়া ভাষাত কোনো গভীৰ কথা লিখা থাকিলেও আমি তালৈ বিশেষ চকু নিদিওঁ। হয়তো তাকে যদি ইংৰাজী বা আন ভাষালৈ তৰ্জমা কৰি দিয়া হয় তেন্তে কথা সুকীয়া হৈ পৰে।

আমাৰ দৈন্য গুচাবলৈ আজি আমাৰ এটা অতি আৱশ্যক বস্তু হৈছে অনুবাদ সাহিত্য। অনুবাদৰ দ্বাৰাই বৈষ্ণৱ কবি সকলে অসমক এদিন ৰক্ষা কৰিছিল, অসমীয়া ৰাইজে সেই অনুবাদকে আজিও লৈ আনন্দ পায়। সৃজনী প্ৰতিভা সদায় নাহে।

একেদিনে ৰবীন্দ্ৰনাথ এজন আমি পাব নোৱাৰোঁ। কিন্তু আমাৰ ভাষাৰ প্ৰসাৰতা বঢ়াবলৈ আমি অনুবাদ সাহিত্য গঢ়িবই লাগিব। আনৰ Blood Bank অৰ পৰা Serum ধাৰ কৰি নানিলে আমাৰ সাহিত্যৰ ৰক্ষা নাই। ইংৰাজী সাহিত্যও আনকি প্ৰধানতঃ অনুবাদ সাহিত্যই। ইংৰাজী সাহিত্যৰ প্ৰায় চাৰিভাগৰ তিনি ভাগেই অনুবাদ সাহিত্য। কিন্তু ইংৰাজী সাহিত্যৰ প্ৰতি আমাৰ শ্ৰদ্ধা কিমান?

আজি অসমৰ তৰুণ সমাজ তেনেই অচেতন হৈ থকা নাই। আজি তৰুণৰ স্বপ্ন জৰিমা ভালেখিনি ক্ষেত্ৰতে ভাঙি গৈছে। সেইবাবে আজি এচাম তৰুণৰ মাজত এই নৱভাবৰ উকমুকনি দেখা দিছে। তেওঁবিলাকে হয়তো সম্পূৰ্ণ ৰকমে নতুনক হজম কৰি ল'ব পৰা নাই, পুৰণি সংস্কাৰৰ বেঁকোৱা নখৰ মাজৰ পৰা ওলাই যাব পৰা সহজ নহয়। কিন্তু তেওঁবিলাকে আজি নতুনক চিনিবলৈ চেষ্টা কৰিছে। প্ৰাচীন সকলৰ সংস্কাৰপূৰ্ণ মনে তেওঁলোকক বেয়া পাব পাৰে, ঠিক নিভাঁজ অসমীয়া সাজপাৰেৰে সাহিত্য সৃষ্টি নকৰাৰ বাবে মুখ বিকটাব পাৰে, আড়ষ্টমনে অজীৰ্ণ উদ্‌গাৰ কৰা বুলিও গালি পাৰিব পাৰে। কিন্তু তেওঁবিলাকে উত্তৰ দিব, বেজবৰুৱাই ইউৰোপীয় সাজপাৰ পিন্ধি অসমীয়াক জাতীয়তা শিকাইছিল, বৰদলৈ হাকিম হৈয়ো অসমৰ জাতীয় অতীত অসমীয়াৰ আগত দাঙি ধৰিছিল। আজিৰ তৰুণে পিন্ধে দেশীয় সাজপাৰ, ৰাইজৰ মাজত গৈ সভা সমিতি পাতে, জেল খাটে, লাঠিৰ কোব খায় আৰু নিজৰ অকণি অকণি শক্তিৰেও জনতাৰ সেৱা কৰে। এনেস্থলত তেওঁলোকেই বা নতুনক মাতি আনিবলৈ চেষ্টা নকৰিব কিয়? হয়তো এই তৰুণ সম্প্ৰদায়ৰ মাজৰ পৰাই এদিনাখন অসমৰ নিজ স্বৰূপ লৈ নতুন সাহিত্য সৃষ্টি হ'ব আৰু সেই সাহিত্যই জন-জীৱনৰ পৰা পলাই মুৰ্খৰ কাৰেং সাজিবলৈ বৃথা প্ৰয়াস নিশ্চয় নকৰিব। কাৰণ ড° চান ইয়েট চেনৰ ভাষাৰে কবলৈ গ'লে—

Revolutionary construction and revolutionary destruction must be closely co-ordinated and go hand in hand. If revolutionary construction is not begun immediately after revolutionary destruction all will perish. (--Memoirs of a Chinese Revolutionary)

আৰু এই হতাশ নিৰাশ অবস্থাতো আমাৰ তৰুণ সম্প্ৰদায় যেন বহি নপৰে।❑